ভাৰত—মাটি আৰু মানুহ

# ভাৰতৰ জাতীয় সংস্কৃতি

আবিদ হুছেইন

অনুবাদ

অপূৰ্ব শৰ্মা





নেচনেল বুক ট্ৰাষ্ট, ইণ্ডিয়া

1990 ( শক 1911 )

© আবিদ হুছেইন, 1956
নেচনেল বুক ট্ৰাষ্ট, ইণ্ডিয়া, 1990

Original title : The National Culture of India (English)
by S. Abid Husain

Assamese Translation : Bharatar Jatiya Sanskriti

মূল্য : 31·00 টকা

সঞ্চালক, নেচনেল বুক ট্ৰাষ্ট, ইণ্ডিয়া এ-5, গ্ৰীন পাৰ্ক, নতুন দিল্লী-110016ৰ দ্বাৰা প্ৰকাশিত আৰু পূৰ্বদেশ মুদ্ৰণ, বিহাবাৰী, গুৱাহাটী-781008ত মুদ্ৰিত।

# আগকথা

'ভাৰতৰ জাতীয় সংস্কৃতি' নামৰ এই গ্ৰন্থখনিত ড° এচ আবিদ হুচেইনে আৰম্ভণিৰপৰা বৰ্তমান অৱস্থালৈকে ভাৰতীয় সংস্কৃতিৰ প্ৰধান বৈশিষ্ট্যসমূহ উল্লেখ কৰিছে। তেওঁৰ বিষয়-বস্তু উত্থাপনত দক্ষতা, অন্তৰ্দৃষ্টি আৰু উদ্দেশ্যপূৰ্ণতাৰ ছাপ আছে। তেওঁ যুক্তি দিছে যে ভাৰতত বিভিন্ন কুল আৰু ধৰ্মৰ অবিৰোধে সমৃদ্ধ জীৱনৰ এক সাৰ্বজনীন আধ্যাত্মিক দৃষ্টিভংগি আছে। "মহাত্মাৰ মহৎৰ পূৰ্বে ভাৰতৰ সাংস্কৃতিক ইতিহাসে দেখুৱায় যে ভাৰতীয় জীৱনৰ অনন্ত অসংখ্য ৰূপৰ মাজেৰে সৰকি যোৱা ঐক্যৰ সূক্ষ্ম, কঠিন সূতাডাল কোনো চাপ বা শক্তিগোষ্ঠীৰ হেঁচাত সৃষ্টি হোৱা নাছিল, বৰং দ্ৰষ্টাৰ অন্তৰ্দৃষ্টি, সাধু সন্তৰ ব্ৰত, দাৰ্শনিকৰ চিন্তা আৰু কবি-শিল্পীৰ কল্পনাৰ দ্বাৰাহে সম্ভৱ হৈছিল আৰু কেৱল এইবোৰ উপাদান ব্যৱহাৰ কৰিহে জাতীয় ঐক্যক ব্যাপক, শক্তিশালী আৰু দীৰ্ঘস্থায়ী কৰিব পৰা যাব।" এইটো আচৰিত যেন লাগিব পাৰে যে আমাৰ সংস্কৃতি আধ্যাত্মিক প্ৰমূল্যত প্ৰোথিত হ'লেও আমাৰ চৰকাৰখন ধৰ্মনিৰপেক্ষ। ধৰ্মনিৰপেক্ষতাই এইক্ষেত্ৰত অধৰ্ম বা নাস্তিকতা বুজোৱা বা বস্তুগত বিলাসৰ ওপৰতো গুৰুত্ব নিদিয়ে। বিভিন্ন উপায়ে লাভ কৰিব পৰা আধ্যাত্মিক প্ৰমূল্যসমূহৰ বিশ্বজনীনতাৰ ওপৰত গুৰুত্ব আৰোপ কৰাৰ কথাহে ধৰ্মনিৰপেক্ষতাই ব্যক্ত কৰে।

ধৰ্ম এক ৰূপান্তৰকাৰী অভিজ্ঞতা। ই ঈশ্বৰৰ এটা তত্ত্ব নহয়। ই এক আধ্যাত্মিক সচেতনতা। বিশ্বাস আৰু আচৰণ, উৎসৱ আৰু অনুষ্ঠান, নীতি আৰু কৰ্তৃত্ব এই সকলোবোৰ পৰমৰ লগত সংযোগ আৰু আত্ম-আৱিষ্কাৰৰ কলাৰ অধীন। যেতিয়া ব্যক্তিয়ে সকলো বাহ্যিক ঘটনাৰপৰা নিজৰ আত্মাক আঁতৰাই আনে, নিজৰ অন্তঃকৰণত নিজকে সাৱৰি লয় আৰু গভীৰ ঐকান্তিক মনঃসংযোগত নিবিষ্ট হয়, তেতিয়া তেওঁৰ অন্তৰত এক পৱিত্ৰ, আশ্চৰ্য্য, বিস্ময়কৰ অভিজ্ঞতা উদয় হয়, যি তেওঁৰ মনৰ ভিতৰতে ক্ৰান্তি লাভ কৰে, তেওঁক অভিভূত কৰে আৰু তেওঁৰ অস্তিত্বতে পৰিণত হৈ যায়। যিসকল আনকি যুক্তি আৰু বিজ্ঞানৰ সন্তান, তেওঁলোকেও আধ্যাত্মিক অভিজ্ঞতাৰ সত্যক গ্ৰহণ কৰিব লাগিব, ই মৌলিক আৰু নিশ্চিত। আমি ধৰ্ম তত্ত্বৰ বিষয়ে প্ৰশ্ন তুলিব পাৰো, কিন্তু সত্যক অস্বীকাৰ কৰিব নোৱাৰো। জীৱনৰ দুখৰ দৃষ্টান্ত সমূহক আমি স্বীকৃতি দিবলৈ বাধ্য হওঁ, কিন্তু দুখৰ চাৰিওফালে বহা দুৰ্দশাগ্ৰস্তসকলৰ মাজত নোহোৱা

চিন্তাক স্বীকৃতি নিদিওঁ, বাস্তৱায়ন এক সত্য, কিন্তু বাস্তৱৰ তত্ত্ব এটা অনুমিত ধাৰণা। বাস্তৱৰ লগত সংযোগ আৰু বাস্তৱৰ বিষয়ে মতামতৰ মাজত, ঈশ্বৰ-বিশ্বাস আৰু ঈশ্বৰত্বৰ ৰহস্যৰ মাজত এটা পাৰ্থক্য আছে। ৰাষ্ট্ৰৰ ধৰ্মনিৰপেক্ষ প্ৰত্যয়ৰ এইটোৱেই অৰ্থ, যদিও সাধাৰণতে এইটো বুজি নাপায়।

এই মত ভাৰতীয় ঐতিহ্যৰ লগত সামঞ্জস্যপূৰ্ণ। ঋগ্‌বেদৰ দ্ৰষ্টাই কৈছে যে প্ৰকৃত হ'ল এটা, কিন্তু তাৰ বিষয়ে জ্ঞানীসকলে বিভিন্ন ধৰণে কয়। দ্বাদশ শিলালিপিত অশোকে ঘোষণা কৰিছিল : "যি নিজৰ ধৰ্মক শ্ৰদ্ধা কৰে আৰু নিজৰ ধৰ্মৰ প্ৰতি ভক্তিৰ ফলত আনৰ ধৰ্মক হেয় ভাবে আৰু নিজৰ ধৰ্ম আন সকলো ধৰ্মতকৈ শ্ৰেষ্ঠ প্ৰতিপন্ন কৰে, তেওঁ নিশ্চিতভাৱে নিজৰ ধৰ্মৰেই ক্ষতি কৰে। প্ৰকৃততঃ বিভিন্ন ধৰ্মৰ সম্মিলনহে সুবুদ্ধিৰ পৰিচায়ক।" সমবায় এৱ সাধুঃ। ৰহস্যতিকাৰ পিছত আকবৰে ক'লে "বিভিন্ন ধৰ্মীয় সম্প্ৰদায়বোৰ ঈশ্বৰে আমাৰ হাতত ন্যস্ত কৰা স্বৰ্গীয় সম্পদ। তেওঁলোকক আমি সেই বুজিয়েই স্নেহ কৰিব লাগিব। আমাৰ গভীৰ বিশ্বাস থকা উচিত যে প্ৰতিটো ধৰ্মই ঈশ্বৰৰ আশীৰ্বাদ-ধন্য। চিৰন্তন সম্ৰাটজনাই কোনো পাৰ্থক্য নোহোৱাকৈ সকলো মানুহকে তেওঁৰ অনুগ্ৰহ দান কৰে।" ঠিক এই নীতিটোৱেই আমাৰ সংবিধানত অন্তৰ্ভুক্ত কৰা হৈছে, এই সংবিধানে আমাৰ নৈতিকবোধৰ বাবে অৰুচিকৰ নোহোৱা সকলো ধৰ্মবিশ্বাস মানিবলৈ আৰু সকলো ধৰ্মানুষ্ঠান পালিবলৈ পূৰ্ণ স্বাধীনতা দিছে। আমি এক উমৈহতীয়া পৃষ্ঠভূমি স্বীকাৰ কৰোঁ যি বিভিন্ন ধৰ্মীয় ঐতিহ্যৰ আশ্ৰয় স্থল। যিহেতু এই উমৈহতীয়া পৃষ্ঠভূমিৰ উৎস অনন্ত, সেয়েহে আমি সকলোৱেই ইয়াৰ ন্যায্য অধিকাৰী। ঐতিহাসিক অধ্যয়ন আৰু তুলনামূলক ধৰ্মই দেখুওৱা মৌলিক ধাৰণাসমূহৰ বিষয়গীনতাই ভৱিষ্যতৰ আশা। ই ধৰ্মীয় ঐক্য আৰু বুজাবুজিৰ ৰঙণি যোগায়। ই দেখুৱায় যে যদিও ঐতিহাসিকভাৱে আমি ইটো বা সিটো ধৰ্মীয় সম্প্ৰদায়ৰ সভ্য, প্ৰকৃততে আমি সকলোৱেই ঈশ্বৰৰ একেটামাত্ৰ অদৃশ্য প্ৰাৰ্থনা-ঘৰৰ সদস্য।

জাতীয় ঐক্য শক্তিশালী কৰিবৰ বাবে ড° আবিদ হুচেইনে কিছু পৰামৰ্শ দিছে আৰু আমি গ্ৰহণ কৰোঁ বা নকৰোঁ, সেইবোৰ সকলো চিন্তাশীল ভাৰতীয়ৰ গভীৰ বিবেচনাৰ বিষয়।

20, কিং এডৱাৰ্ড ৰ'ড — সৰ্বপল্লী ৰাধাকৃষ্ণণ

নতুন দিল্লী

20 এপ্ৰিল, 1955.

# মুখবন্ধ

অষ্টাদশ শতিকাৰ দ্বিতীয়াৰ্দ্ধত আমেৰিকা যুক্তৰাষ্ট্ৰ এক স্বাধীন গণতান্ত্ৰিক শক্তিৰূপে অভ্যুদয় ঘটিছিল, ই ফৰাচী বিপ্লৱৰ এক প্ৰেৰক কাৰক ৰূপে ক্ৰিয়া কৰিছিল। এইটো এটা যুগান্তকাৰী ঘটনা। আধুনিক গণতন্ত্ৰৰ ক্ষীণ সুঁতিটোক এই ঘটনাই গভীৰ আৰু বিস্তৃত কৰি এক চিৰ প্ৰৱহমান বিশাল নদীলৈ ৰূপান্তৰিত কৰে। আজি যেতিয়া বিশ্বৰ বহু ঠাইতে গণতান্ত্ৰিক চেতনাৰ উৎস শুকাই যাব ধৰা যেন লাগিছে, নতুন ভাৰত গণ-ৰাজ্যৰ জন্ম সেই সমস্ত সকলো স্বাধীনতা-প্ৰেমী লোকলৈ আশাৰ বাণী কঢ়িয়াই অনা এক গুৰুত্বপূৰ্ণ ঘটনা। কিন্তু আন বহু এচীয় দেশত হোৱাৰ দৰেই ভাৰতলৈও গণতন্ত্ৰ সময়তকৈ আগেয়ে অহা বুলি প্ৰমাণিত হোৱাৰ গোপন আশংকা এনে আশাৰ লগতে মিহলি হৈ আছে।

এছিয়াৰ বিভিন্ন দেশত গণতন্ত্ৰ দৃঢ়ভাৱে শিপাব নোৱাৰাৰ তিনিটা প্ৰধান কাৰণ আছে। কিছুমান দেশত জাতীয় চৰিত্ৰ আৰু ঐতিহাসিক পৰম্পৰাই একেলগে মিলি এটা প্ৰতিকূল পৰিৱেশৰ সৃষ্টি কৰিছে; আন কিছুমানত জনসাধাৰণৰ নিম্নতম শিক্ষা আৰু ৰাজনৈতিক সচেতনতাৰ অভাৱ আৰু দুই-এখন দেশৰ ক্ষেত্ৰত বাহিৰৰ কিছুমান গণতন্ত্ৰ-বিৰোধী শক্তিয়ে এক পশ্চাৎমুখী প্ৰভাৱ বিস্তাৰ কৰিছে। সৌভাগ্যক্ৰমতঃ ভাৰতত গণতান্ত্ৰিক সম্পৰীক্ষাৰ বাবে প্ৰকৃত বিপদ হৈ উঠিব পৰাকৈ এই বাধাবোৰৰ এটাও যথেষ্ট ডাঙৰ নহয়। ভাৰতীয় মনৰ বাবে গণতন্ত্ৰৰ আদৰ্শ নতুন নহয়। আজিৰ প্ৰতিনিধিমূলক চৰকাৰৰ ব্যাপক প্ৰণালী সম্পৰ্কে প্ৰাচীন ভাৰতত জনা নগৈছিল যদিও তেতিয়া গাঁও পৰ্য্যায়ত এক আদিম গণতন্ত্ৰ প্ৰচলিত আছিল। পুথিগত বিদ্যাত অজ্ঞ আছিল যদিও বেছিভাগ মানুহৰে গণতন্ত্ৰৰ দৈনন্দিন ব্যৱহাৰিক সুবুদ্ধি আৰু বলুৱা সমূহীয়া চেতনাৰ অভাৱ নাছিল। মানৱ জাতিৰ ইতিহাসত বৃহত্তম, স্বাধীন ভাৰতৰ প্ৰথম সাধাৰণ নিৰ্বাচনকেইটাতে এই কথা সুস্পষ্টভাৱে প্ৰমাণিত হৈছিল। বাহিৰৰ প্ৰভাৱ সম্পৰ্কে ক'ব পাৰি যে এইবোৰ মূলত ভাৰতত গণতন্ত্ৰৰ বাবে অনুকূল। আমাৰ নতুন গণতন্ত্ৰৰ বাবে একমাত্ৰ বিপদ—আৰু উপৰুৱা পৰ্য্যবেক্ষকে অনুমানে দেখাতকৈ বহু বেছি ডাঙৰ বিপদ হ'ব এয়ে যে ভাৰতীয় জাতীয়তা আৰু সংস্কৃতি এক সুসম, ভাৱধাৰা-বিশিষ্ট প্ৰক্ৰিয়া আৰু, যদি সাংস্কৃতিক সমস্যাৰ ভুল সমাধানে এই ভাৱধাৰা নষ্ট কৰে, তেন্তে এক ভয়ানক কাণ্ডোৱে কেৱল গণতান্ত্ৰিক ব্যৱস্থাকে নহয়, সমস্ত শান্তি

আৰু শৃংখলাৰে পতন ঘটাব আৰু আমাৰ কষ্টোপাৰ্জিত স্বাধীনতা বাহিৰা বা ভিতৰৱা কোনো অত্যাচাৰী শক্তিৰ ওচৰত সমৰ্পণ কৰিব লাগিব।

এই গ্ৰন্থৰ উদ্দেশ্য হ'ল এই গুৰুত্বপূৰ্ণ সমস্যাটো যিমানদূৰ সম্ভৱ এক নৈৰ্ব্যক্তিক দৃষ্টিভংগিৰে আলোচনা কৰা, ভাৰতীয় জাতীয়তা আৰু জাতীয় সংস্কৃতিৰ অতীত বিকাশ আৰু বৰ্তমান অৱস্থা অধ্যয়ন কৰা আৰু সিহঁতৰ সংহতি সবল আৰু সংৰক্ষণ কৰাৰ উপায় বিবেচনা কৰা।

এই কথা ইয়াত উল্লেখ কৰিব লাগিব যে এই গ্ৰন্থখনি প্ৰথমে যেতিয়া উৰ্দুত লিখা হৈছিল, ভাৰতবৰ্ষ তেতিয়াও দুখন পৃথক সাৰ্বভৌম ৰাজ্যত বিভক্ত হোৱা নাছিল আৰু মোৰ আলোচনাৰ পৰিসৰে সমগ্ৰ অবিভক্ত ভাৰতক সামৰি লৈছিল। প্ৰধানকৈ সাংস্কৃতিক বিচ্ছিন্নতাবাদী শক্তিৰ বাবেই হোৱা দেশৰ বিভাজনে প্ৰথমতে মই আঙুলিয়াই দিয়া বিপদবোৰ সত্য বুলি প্ৰমাণ কৰিলে আৰু দ্বিতীয়তঃ অবিভক্ত ভাৰতবৰ্ষৰ সাংস্কৃতিক ঐতিহ্যৰ প্ৰধান উত্তৰাধিকাৰী মূল অংশ ভাৰতৰ ওপৰতে মোৰ আলোচনা সীমাবদ্ধ কৰি ৰখাটো প্ৰয়োজনীয় কৰি তুলিলে। কিন্তু মই এই কথাটোত গুৰুত্ব দিওঁ যে বহল অৰ্থত মই গোটেই উপমহাদেশখনকে এটা সাংস্কৃতিক গোট বুলিয়েই গণ্য কৰোঁ; ইয়াৰ দুইটা অংশ উমৈহতীয়া ইতিহাস আৰু ভূগোলৰ দ্বাৰাই কেৱল নহয়, হাজাৰটা অভ্যন্তৰীণ বান্ধোনেৰে এনে নিবিড়ভাৱে বান্ধ খাই আছে যে বৰ্তমান ৰূপত হোৱা সিহঁতৰ বিভাজন দীৰ্ঘদিন স্থায়ী নহ'ব আৰু অদূৰ ভৱিষ্যতে দুয়োখন দেশে কানাডাৰ দুটা অংশৰ দৰে এখন প্ৰকৃত যুক্তৰাজ্য নহ'লেও, অন্ততঃ আমেৰিকা যুক্তৰাজ্য আৰু কানাডাৰ দৰে এখন মোটামুটি ধৰণৰ অনিয়মিত যুক্তৰাজ্য গঠন কৰিব লাগিব।

জাৰ্মেনীৰ সুন্দৰ, সৰু চহৰ টুবিংগেনত সকলো ব্যক্তিগত আৰু ৰাজহুৱা দুশ্চিন্তাৰপৰা দূৰত, মানসিকভাৱে স্ফূৰ্তিদায়ক আৰু শাৰীৰিকভাৱে পুষ্টিকাৰক জলবায়ুৰ মাজত বাস কৰি এই গ্ৰন্থখনি লিখাত মোক সহায় কৰা বাবে ৰকেফেলাৰ ফাউণ্ডেচনৰ প্ৰতি মই মোৰ গভীৰ কৃতজ্ঞতা জ্ঞাপন কৰিছো। মুদ্ৰণ-প্ৰতিলিপিটো পঢ়ি ভুল শুদ্ধ কৰি দিয়া আৰু গ্ৰন্থখনি অধিক উন্নত কৰিবলৈ পৰামৰ্শ দিয়া বাবে ড° তাৰাচান্দক আৰু গ্ৰন্থখনিৰ আগকথা এষাৰ অনুগ্ৰহ কৰি লিখি দিয়াৰ বাবে ড° ৰাধাকৃষ্ণণক ধন্যবাদ জনাইছো।

জামিয়া নগৰ
মে', 1956

আবিদ হুছেইন

# সূচীপত্ৰ

# পাতনি

বৈজ্ঞানিক আলোচনাত আটাইতকৈ বিৰক্তিকৰ কাম হ'ল সংজ্ঞা নিৰূপণ, বিশেষকৈ বিমূৰ্ত ধাৰণাৰ। অজস্ৰ সংখ্যক বিশেষ বস্তুক সামৰিব পৰা এক সাধাৰণ ধাৰণা বিচাৰি উলিওৱাটো অতিৰিক্ত পৰিমাণৰ বিশুদ্ধ যুক্তি-জ্ঞানেৰে যুক্ত নোহোৱা বেছি ভাগ মানুহৰ বাবে সম্ভৱ নহয়। প্ৰাচীন এথেনীয়সকলে চক্ৰেটিছক সহ্য কৰিব পৰা নাছিল, কিয়নো তেওঁ প্ৰত্যেককে ন্যায়, ধৈৰ্য্য, প্ৰেম আদি বিমূৰ্ত ধাৰণাৰ সংজ্ঞা দিবলৈ বাধ্য কৰিছিলে আৰু তেওঁলোকে দিবলৈ চেষ্টা কৰা প্ৰতিটো সংজ্ঞাকে নস্যাৎ কৰি তেওঁলোকক বিব্ৰত কৰিছিল। কিন্তু দুৰ্ভাগ্যবশতঃ বৈজ্ঞানিক সমস্যাৰ আলোচনাত সংজ্ঞা নহ'লে নচলে। সাধাৰণতে ঘটাৰ দৰে, আমি আলোচনা কৰা বিষয়টোৰ সম্পৰ্কে সঠিক ধাৰণা নোহোৱাকৈয়ে যদি আপুনি আৰু মই তৰ্ক আৰম্ভ কৰোঁ, তেন্তে চক্ৰেটিছৰ পৰিহাস-বোধৰ বলি হোৱা লোকসকলৰ দৰেই আমি হাস্যকৰ স্ববিৰোধিতাত জড়িত হৈ পৰিম। সেয়ে, আমাৰ আলোচনা আৰম্ভ কৰাৰ আগতে, অন্ততঃ যি কেইটা শব্দক এই গ্ৰন্থই পৰিক্ৰমা কৰিছে, সেইকেইটাৰ তাৎপৰ্য্য সম্পৰ্কে এটা পৰিষ্কাৰ ধাৰণা ল'বৰ চেষ্টা কৰা ভাল হ'ব।

প্ৰথমেই চোৱা যাওক, 'সংস্কৃতি' শব্দটোত মানুহে সাধাৰণতে কি অৰ্থ আৰোপ কৰে। যি অৰ্থত শব্দটো অতি সঘনে ব্যৱহৃত হয় সি হ'ল সু-ৰুচি আৰু পৰিশীলিত আচৰণ। কিন্তু ইয়াক সুৰুচি আৰু সু-আচৰণৰ বস্তুগত ৰূপৰ ক্ষেত্ৰতো ব্যৱহাৰ কৰা হয়। সেয়ে মোগল দুৰ্গ বা, বাগিচা আৰু চিত্ৰসমূহক আমি সাধাৰণতে মোগল সংস্কৃতিৰ অৱশেষ বুলি উল্লেখ কৰোঁ। আকৌ সামূহিক অনুষ্ঠান, বিধি আৰু পদ্ধতিসমূহকো সাংস্কৃতিক স্বৰূপে গণ্য কৰা হয়। গ্ৰীকসকলৰ ৰাজনৈতিক আৰু শৈক্ষিক পদ্ধতি আৰু ৰোমানসকলৰ আইন-বিধিসমূহক যথাক্ৰমে তেওঁলোকৰ সংস্কৃতিৰ অতি গুৰুত্বপূৰ্ণ দিশৰূপে বিবেচনা কৰা হয়। আৰু পৰিশেষত, সংস্কৃতি শব্দটোৰ কেতিয়াবা এক অধিকতৰ সাধাৰণ আৰু বিমূৰ্ত অৰ্থাভাস দেখা যায়—জীৱনৰ চূড়ান্ত মান বা মূল্য-

সমূহৰ এক প্ৰক্ৰিয়া। যেতিয়া মানুহে এই বিতৰ্কিত তথ্য উত্থাপন কৰে যে প্ৰাচ্য সংস্কৃতি পাশ্চাত্য সংস্কৃতিতকৈ অধিক আধ্যাত্মিক, তেতিয়া তেওঁলোকে সংস্কৃতি শব্দটো এই অত্যন্ত সাধাৰণ আৰু বিমূৰ্ত অৰ্থতে ব্যৱহাৰ কৰে। আমি দেখা পাম যে এই সকলোৱে একেটামাত্ৰ জটিল পূৰ্ণতাৰ অস্তিত্বৰ বিভিন্ন দিশ আৰু ধৰণ প্ৰকাশ কৰে।

এইখিনিতে 'অস্তিত্বৰ ধৰণ' কথাষাৰৰ ব্যাখ্যাৰ প্ৰয়োজন শাৰীৰিক আৰু মানসিক অস্তিত্বৰ এই দুটি ধৰণ আমাৰ সকলোৰে পৰিচিত। মোৰ যি শৰীৰটো বাহ্যিক বা স্পৰ্শযোগ্য, যাক মই বা আনে বহিৰিন্দ্ৰিয়ৰে অনুভৱ কৰিব পাৰোঁ, তাৰ এটা শাৰীৰিক অস্তিত্ব আছে। মোৰ যিবোৰ চিন্তা বা আবেগ কেৱল মইহে অনুভৱ কৰিব পাৰোঁ, সিবোৰৰ এটা মানসিক অস্তিত্ব আছে। কিন্তু দাৰ্শনিকসকলে অস্তিত্বৰ আন কিছুমান ধৰণ দেখুৱাইছে যিবোৰৰ বিষয়ে আমি সাধাৰণতে সচেতন নহয়। যিবোৰ আদৰ্শ, বিশ্বাস আৰু নীতি এজন ব্যক্তিৰ নিজা নহয় বৰং বহুতৰ, যিবোৰ সামূহিক অনুষ্ঠান ধৰ্ম, নৈতিকতা, আইন, কলা, ৰাষ্ট্ৰ আদি হিচাপে এক পুৰুষৰদ্বাৰা আন এক পুৰুষে লাভ কৰি আহিছে সেইবোৰৰ মনময় বা ক্ষণস্থায়ী অস্তিত্ব থকা বুলি ক'ব নোৱাৰি, বৰং সেইবোৰ এক অধিকতৰ স্থায়ী তন্ময় অস্তিত্বৰ অধিকাৰী যাক তন্ময় মানসিক অস্তিত্ব বুলি ক'ব পৰা যায়। যিবোৰ পূৰ্ণাঙ্গতাৰ মানেৰে, যিবোৰ চূড়ান্ত নৈতিক প্ৰমূল্যৰে আমি প্ৰতিটো বস্তু, কাৰ্য্য, জীৱনৰ প্ৰতিটো নীতি, আনকি স্বয়ং জীৱনকে বিচাৰ কৰো, সেইবোৰক আদৰ্শ অস্তিত্বৰ চতুৰ্থ এটা ধৰণ বুলিব পৰা যায়। পঞ্চম আৰু সৰ্বোচ্চ ধৰণটো হ'ল পৰম অস্তিত্বৰ যাক ধৰ্মই ঈশ্বৰ বুলি জ্ঞান কৰে। এইবিলাকৰ ভিতৰত সংস্কৃতিৰ সংজ্ঞাক প্ৰভাৱিত কৰা হিচাপে যিটো অস্তিত্বৰ ধৰণে আমাৰ মনোযোগ আকৰ্ষণ কৰে, সি হ'ল আদৰ্শ অস্তিত্ব, ইয়াক আমি অলপ ঘনিষ্ঠভাৱে পৰীক্ষা কৰিম।

যি বিষয়ত বিমূৰ্ত দাৰ্শনিক তত্ত্বসমূহ এটাৰপৰা আনটো পৃথক সি হ'ল অস্তিত্বৰ ধাৰণা। কিছু দাৰ্শনিকৰ মতে পদাৰ্থ আৰু আন কিছু দাৰ্শনিকৰ মতে মন বা আত্মা বোলা এক অপদাৰ্থজাত বস্তুৱেই একমাত্ৰ মৌলিক অস্তিত্ব যি নিজকে অসংখ্য বস্তুৰূপত প্ৰকাশ কৰে, যাক আমি পৃথিৱী বুলি কওঁ। তেওঁলোকে ওপৰত উল্লেখ কৰা অস্তিত্বৰ ধৰণসমূহক পৃথক পৃথক ধৰণ বুলি স্বীকাৰ নকৰিব পাৰে, কিন্তু তেওঁলোকৰ প্ৰায় সকলোৱেই সেইবোৰৰ মাজত কিছু পাৰ্থক্য আৰোপ কৰিবলগীয়া হয়। যেয়ে যিবোৰ প্ৰমূল্য মনময় আৰু অস্থায়ী নহয় বৰং তন্ময় বস্তুৰ দৰে এক নিৰ্দিষ্ট ধৰণে স্থায়ী, সেইবোৰ প্ৰমূল্যৰ যি কোনো ৰূপত কৰা ধাৰণা দাৰ্শনিকসকলৰ মাজত ইমান সাৰ্বজনীন যে আজি

তাক নিৰাপদে বিশ্বজনীন বুলি ক'ব পাৰোঁ। সন্দেহ নাই, যে এনে চূড়ান্ত নৈতিক প্ৰমূল্যৰ প্ৰকৃতি, সংখ্যা আৰু ক্ৰম সম্পৰ্কে যথেষ্ট পাৰ্থক্য আছে, কিন্তু আমাৰ উদ্দেশ্যৰ কাৰণে সি প্ৰাসংগিক নহয়। আমাৰ বাবে দৰকাৰী কথা হ'ল যে সকলো চিন্তাশীল লোকে একেধৰণৰ চূড়ান্ত মান বা আৰ্হি স্বীকাৰ কৰে। সকলো এই কথাত একমত যে সেইবিলাকৰ যি কোনো এটা সদায় প্ৰতিটো নৈতিক কাৰ্যৰ লক্ষ্য আৰু প্ৰতিটো নৈতিক বিচাৰৰ ভেটি।

এতিয়া আগৰ পৃষ্ঠা কেইটাত উল্লেখ কৰা সংস্কৃতিৰ চাবিটা অৰ্থৰে যদি আমি ধৰি চাওঁ আমি দেখিম যে সংস্কৃতিৰ ধাৰণাটো চূড়ান্ত প্ৰমূল্যৰ ধাৰণাৰ লগত ঘনিষ্ঠভাৱে সম্পৰ্কিত। অতি সাধাৰণ অৰ্থত দিব পৰা সংস্কৃতিৰ ব্যাখ্যাটো কিছু এনেধৰণৰ হ'ব: "কোনো সমাজৰ চূড়ান্ত প্ৰমূল্যৰ বোধ যাৰ দ্বাৰা সমাজখনে ইয়াৰ জীৱনক ৰূপ দিব খোজে।"

ওপৰত দিয়া এই প্ৰাথমিক ব্যাখ্যা সংস্কৃতিৰ আদৰ্শ দিশটোৰ লগত জড়িত। চূড়ান্ত প্ৰমূল্য সৃষ্টি কৰিবলৈ কৰা চেষ্টাৰ স্থায়ী ফল হিচাপে যিবোৰ সামূহিক গোট (ৰাষ্ট্ৰ, সমাজ, কলা, বিজ্ঞান) উদ্ভৱ হয়, সেইবোৰক সংস্কৃতিৰ তন্ময় মানসিক দিশ, এই প্ৰমূল্য-সমূহৰ অনুপ্ৰেৰণাত ব্যক্তিৰ যি গুণ আৰু মনোভংগি সৃষ্টি হয় সেইবোৰক ইয়াৰ মন্ময় দিশ আৰু যি শাৰীৰিক বস্তুৰ মাজত এই প্ৰমূল্যবোৰ প্ৰতিভাত হয়, যেনে—ঘৰ, চিত্ৰ আদি, সেইবোৰক ইয়াৰ বস্তুগত দিশ বুলি গণ্য কৰিব পাৰি।

এই প্ৰাথমিক আলোচনাৰ পিছত সংস্কৃতিৰ এটা সংজ্ঞা দিয়াটো আমাৰ পক্ষে অপেক্ষাকৃত সহজ হ'ব। এতিয়া আমি ক'ব পাৰোঁ, "সংস্কৃতি হ'ল কোনো সমাজে লাভ কৰা এক চূড়ান্ত প্ৰমূল্যৰ বোধ, যাৰ প্ৰকাশ ঘটে ইয়াৰ সামূহিক অনুষ্ঠানসমূহত, ইয়াৰ ব্যক্তিগত সদস্যসকলৰ স্বভাৱত, অনুভূতিত, মনোভংগিত আৰু আচৰণত আৰু পাৰ্থিৱ বস্তুক তেওঁলোকে দিয়া তাৎপৰ্যপূৰ্ণ ৰূপত।" এই সংজ্ঞা কোনো চক্ৰেটিছৰ তীক্ষ্ণ-পৰীক্ষাত তিষ্ঠিব নোৱাৰিব পাৰে, কিন্তু 'সংস্কৃতি' শব্দটো যিবোৰ অৰ্থত ব্যৱহাৰ কৰা হয় সেই সকলোবোৰকে সামৰি এটা ধাৰণা ই আমাক দিয়ে। এই ধাৰণাটো অধিক পৰিষ্কাৰ কৰিবৰ কাৰণে আমি ইয়াক ধৰ্ম আৰু সভ্যতা, এই দুই সংযুক্ত ধাৰণাৰ-পৰা পৃথক কৰি দেখুওৱাৰ চেষ্টা কৰিম।

বহল অৰ্থত ধৰ্ম সংস্কৃতিৰ সৈতে সংগতিপূৰ্ণ আৰু সংস্কৃতিৰ উৎস, সংকীৰ্ণ অৰ্থত ই সংস্কৃতিৰ এক গুৰুত্বপূৰ্ণ অংগ। যি অৰ্থত ধৰ্মই জীৱনৰ প্ৰকৃত অৰ্থ আৰু

উদ্দেশ্য প্ৰকাশ কৰা অন্তৰতম অভিজ্ঞতাক বুজায়, সেই অৰ্থত ই সংস্কৃতিৰ প্ৰাণ, কিন্তু যি ক্ষেত্ৰত ইয়াক অন্তৰতম অভিজ্ঞতাই গ্ৰহণ কৰা বাহ্যিক ৰূপত ব্যৱহাৰ কৰা হয়, সেই ক্ষেত্ৰত ই সংস্কৃতিৰ কেৱল এটা অংশহে। চৰম সত্যৰ গভীৰতম উপলব্ধি হিচাপে ধৰ্ম কেতিয়াও সংস্কৃতিৰ বিৰোধী হ'ব নোৱাৰে। কিন্তু ব্যৱহাৰিক ধৰ্ম যেতিয়া সাৰবিহীন বাহ্যিক ৰূপটোল মাত্ৰ অধঃপতিত হয়, তেতিয়া ই প্ৰায়েই সাংস্কৃতিক জীৱনৰ সমস্ত সংঘাত সৃষ্টি কৰে।

সভ্যতাক কেতিয়াবা সংস্কৃতিৰ আন এটা নাম হিচাপে ব্যৱহাৰ কৰা হয় যদিও ইয়াক এক উচ্চতৰ সংস্কৃতিৰ অৰ্থতহে ব্যৱহাৰ কৰা হয়। বস্তুতঃ সভ্যতা কোনো জাতিৰ সাংস্কৃতিক উন্নতিৰ সেই স্তৰটো য'ত তেওঁলোকে মহানগৰ নামৰ উচ্চতৰ পাৰ্থিৱ জীৱন বা উচ্চতৰ মানদণ্ডৰ জীৱন প্ৰতিফলিত কৰা এক বৃহত্তৰ আবাসভূমিত বাস কৰিবলৈ আৰম্ভ কৰে। কিন্তু এক উচ্চতৰ মানৱ পাৰ্থিৱ জীৱনত তেতিয়াহে এক সাংস্কৃতিক উপাদান সন্নিবিষ্ট হ'ব যেতিয়া সেই জীৱন কোনো চূড়ান্ত নৈতিক প্ৰমূল্যৰ দ্বাৰা অনুপ্ৰাণিত হ'ব বা তেনে প্ৰমূল্য লাভ কৰাৰ উপায় হিচাপে ব্যৱহৃত হ'ব এনে জীৱন যেতিয়া কোনো নৈতিক প্ৰমূল্যৰ বিৰুদ্ধে যায় বা তেনে প্ৰমূল্য বৰ্জিত হয়, তেতিয়া সাংস্কৃতিক প্ৰগতিত বাধাৰ সৃষ্টি হ'ব। সেয়ে সভ্যতা সদায় সংস্কৃতিৰ সহযোগী নহয়, বৰং কেতিয়াবা ইয়াৰ শত্ৰুও হয়। ইতিহাসে আমাক এনে অনেক উদাহৰণ দেখুৱায় য'ত সঁচা সংস্কৃতি নতুনকৈ জী উঠিবৰ কাৰণে পুৰণি উধলি যোৱা সভ্যতা উঠাই পেলাবলগীয়া হয়।

**II**

সংস্কৃতিৰ আবাস হ'ল সমাজ নামৰ এক মানৱ-গোষ্ঠীৰ মাজত। কোনো সমাজৰ যদি ৰাজনৈতিক আৰু সাংস্কৃতিক ঐক্য থাকে বা থকাটো বিচাৰে তেতিয়াহ'লে ইয়াক জাতি বুলি কোৱা হয়। এতিয়া আমি জাতি মানে কি অৰ্থ বুজায় তাৰ অধিক সঠিক ধাৰণা এটা বিচাৰিব লাগিব।

ৰাজনৈতিক ধাৰণা হিচাপে জাতীয়ৰ এটা বিশেষ নতুন ধাৰণা নহয়; কিন্তু আধুনিক যুগটোৱে ই এক নতুন তাৎপৰ্য্য অৰ্জন কৰিছে। পূৰ্বে ধৰ্ম, জাতি আৰু সংস্কৃতিৰ ঐক্যত বাচিলেও মানুহক একেলগ কৰি ধৰি ৰখা অন্যতম শক্তি বুলি গণ্য কৰা

হৈছিল। কিন্তু যেতিয়া য়ুৰোপত মানুহৰ মনৰ ওপৰত ধৰ্মৰ প্ৰভাৱ কমি গ'ল আৰু গীৰ্জা আগৰ দৰে ঐক্যবদ্ধকাৰী শক্তি নোহোৱা হৈ পৰিল, তেতিয়া ৰাষ্ট্ৰই প্ৰকৃত ঐক্য-বদ্ধকাৰী উপাদান হৈ উঠিল আৰু জাতীয়তাবোধ অৰ্থাৎ এক ৰাষ্ট্ৰৰ নাগৰিক হোৱাৰ চেতনাই একতাৰ অতি শক্তিশালী মাধ্যম হৈ পৰিল।

জাতিৰ সাধাৰণ ধাৰণা হ'ল একে ৰাষ্ট্ৰত একে ৰাজনৈতিক প্ৰক্ৰিয়াৰ তলত বাস কৰা এক মানৱ-গোষ্ঠী। কিন্তু এই সংজ্ঞা সম্পূৰ্ণাংগ নহয়। ঐতিহাসিক দুৰ্ঘটনাক্ৰমে বা বাধ্যবাধকতামূলকভাৱে যদি বিভিন্ন গোষ্ঠীৰ মানুহ একেখন ৰাষ্ট্ৰতে বাস কৰে, তেন্তে তেওঁলোকক আমি এটা জাতি বুলি কোৱা উচিত নহ'ব। বস্তুতঃ, যি কোনো এক বৃহৎ জনসাধাৰণে এক বিশেষ ৰাজনৈতিক প্ৰক্ৰিয়া গ্ৰহণ কৰাটোৱেই জাতীয়তাৰ আধুনিক ধাৰণাৰ ভেটি। গতিকে, নিজৰ স্বাধীন ইচ্ছাৰে একেখন ৰাষ্ট্ৰত একে ৰাজনৈতিক প্ৰক্ৰিয়াৰে তলত বাস কৰা বা বাস কৰিবলৈ চেষ্টা কৰা কোনো মানৱ-গোষ্ঠীকে আমি জাতি বুলি সূচিত কৰিব পাৰিম। এই সংজ্ঞাই জাতীয়তাৰ দুটা প্ৰয়োজনীয় চৰ্ত সাধৰে। বৰ্তমান বহু [illegible]জাতিসমূহত আমি দেখা পোৱা আন সকলো বৈশিষ্ট্য এটা জাতি গঠনৰ পথ তৈ[illegible]ৰ পূৰ্ব-চৰ্তহে।

এক আদৰ্শ জাতিৰ বাবে এই পূৰ্বচৰ্তবোৰ হ'ল : এক অখণ্ড ভৌগোলিক অঞ্চলত আবাস, কুল, ধৰ্ম, ভাষা আৰু সাধাৰণ সংস্কৃতিৰ ঐক্য আৰু এক উমৈহতীয়া ইতিহাস। স্পষ্টতঃ কোনো মানৱ-গোষ্ঠী এই সকলো গুণৰ অধিকাৰী হ'ব পাৰিলে সি সহজেই এটা জাতিত পৰিণত হ'ব পাৰে আৰু এই জাতীয়তা অত্যন্ত শক্তিশালী আৰু দীৰ্ঘস্থায়ী হ'ব। কিন্তু পৃথিৱীৰ ক'তো, আনকি আধুনিক জাতীয়তাৰ ধাৰণাক জন্ম দিয়া আৰু লালিত কৰা পাশ্চাত্যতো, এই সকলোবোৰ চৰ্ত পূৰাব পৰা জাতি পোৱা নাযায়। প্ৰথমে ধৰা যাওক, কুলৰ উপাদান। সকলো নৃতত্ত্ববিদ একমত যে পৃথিৱীৰ সৰহভাগ অংশতে বিভিন্ন কুলৰ একেবাৰে সংমিশ্ৰণ ঘটিছে—পাশ্চাত্যত সম্ভৱতঃ আৰু বেছি—যে কোনো জাতিয়েই তাৰ সকলো বা সৰহভাগ মানুহ এটা মাত্ৰ বিশুদ্ধ কুলোদ্ভৱ বুলি দাবী কৰিব নোৱাৰে। ধৰ্মৰ ক্ষেত্ৰতো একে কথা। কিছু মাত্ৰাৰ ধৰ্মীয় ঐক্য থকা কেইটামান সৰু জাতিৰ বাহিৰে, আমি দেখোঁ যে প্ৰতিটো জাতিয়েই বিভিন্ন ধৰ্মনীতি আৰু ধৰ্মবিশ্বাস থকা আৰু কোনো ধৰণৰ ধৰ্মবিশ্বাস নথকা মানুহৰ সংমিশ্ৰণ। বেছিৰ ভাগ জাতিৰ মাজতে মাত্ৰ ভৌগোলিক, সাংস্কৃতিক আৰু ভাষিক ঐক্য আৰু উমৈহতীয়া ইতিহাসৰ বৈশিষ্ট্যসমূহহে দেখা পোৱা যায়। কিন্তু সুইজাৰলেণ্ড আৰু কানাডাৰ দৰে

দেশো আছে যিবোৰৰ জাতীয় ভাষা একাধিক। আকৌ আমেৰিকা যুক্তৰাষ্ট্ৰত কোনো উমৈহতীয়া বুৰঞ্জী নথকা বিভিন্ন কুল আৰু সংস্কৃতিৰপৰা অহা মানুহ কেৱল একেভোখৰ ঠাইত বাস কৰি আৰু একে ভাষা কৈয়েই এটা জাতিত পৰিণত হৈছে। সেয়ে যিবোৰ পৰিবেশৰ মাজত প্ৰকৃততে জাতিয়ে গঢ় লয় সেইবোৰ অধ্যয়ন কৰিলে আমি অতি বেছি ক'ব পাৰো যে ভৌগোলিক ঐক্য আৰু সাধাৰণ সাংস্কৃতিক জীৱনৰ ঐক্য জাতীয়ত্বৰ প্ৰয়োজনীয় পূৰ্বশৰ্ত; কুল, ধৰ্ম আৰু ভাষাৰ ঐক্য বা এক উমৈহতীয়া বুৰঞ্জী, অতি দৰকাৰী যদিও, অপৰিহাৰ্য্য নহয়।

এই আলোচনাৰ সিদ্ধান্ত হল: এক অখণ্ড ভৌগোলিক অঞ্চলত সাধাৰণ সাংস্কৃতিক ঐক্যৰে বাস কৰা মানুহখিনিৰ জাতীয়ত্বৰ বাবে ন্যূনতম প্ৰয়োজনীয় উপাদানখিনি থাকে আৰু তেওঁলোকে এক বিশেষ ৰাজনৈতিক প্ৰক্ৰিয়া গ্ৰহণ কৰি আৰু এখন ৰাষ্ট্ৰ গঠন কৰি এটা জাতিত পৰিণত হ'ব পাৰে। ইয়াৰ উপৰি এই মানুহখিনিৰ ভাষা, কুল, ধৰ্ম, বুৰঞ্জী আদি অতিৰিক্ত উমৈহতীয়া উপাদান যিমানেই বেছি থাকিব সিমানেই জাতীয়ত্বৰ বান্ধোন অধিক শক্তিশালী হ'ব। বহুক্ষেত্ৰত এই অতিৰিক্ত উপাদানবোৰ দীৰ্ঘকালৰ ৰাজনৈতিক সংযুক্তিৰ ফলত আপোনা-আপুনি বিকশিত হয়। উদাহৰণস্বৰূপ, যেতিয়া আমেৰিকান জাতিৰ সৃষ্টি হ'ল তেতিয়া তেওঁলোকৰ কোনো উমৈহতীয়া ইতিহাস নাছিল; কিন্তু এতিয়া, চাৰে তিনি শতিকা জুৰি পৰস্পৰৰ সুখ-দুঃখৰ অংশীদাৰ হোৱাৰ পিছত আমেৰিকানসকলৰ এক উমৈহতীয়া ইতিহাস সৃষ্টি হ'ল যি তেওঁলোকক প্ৰাচীন য়ুৰোপীয় জাতিসমূহৰ ইতিহাসৰ দৰেই নিবিড়ভাৱে বান্ধি পেলাইছে। যেনেদৰে ব্ৰিটেইন আৰু ফ্ৰান্সত এই জাতিসমূহৰ জন্মকালত ভাষাৰ ঐক্য নাছিল, কিন্তু সময়ত সেই ঐক্য সংঘটিত হৈছিল। কেতিয়াবা এই উমৈহতীয়া উপাদানবোৰ বলপূৰ্বক সৃষ্টি কৰিবলৈ চেষ্টা কৰা হয়, যেনে—ষোড়শ আৰু সপ্তদশ শতিকাত য়ুৰোপীয় দেশসমূহে তেওঁলোকৰ প্ৰজাৰ ওপৰত ধৰ্মীয় বিশ্বাসৰ ঐক্য জাপি দিব খুজিছিল। কিন্তু এনে প্ৰচেষ্টা কাচিৎহে সফল হয় আৰু সাধাৰণতে বিপৰ্য্যয়ত পৰ্য্যৱসিত হয়।

## III

আমি এতিয়া আমাৰ ভাৰতবৰ্ষলৈ চকু দিওঁ আৰু ওপৰৰ পৃষ্ঠাবোৰত উল্লেখ কৰা জাতি গঠনৰ কোনোবোৰ চৰ্ত ইয়াত সৃষ্টি হ'ব পাৰে তাক চাওঁ।

প্ৰথম অত্যাৱশ্যকীয় চৰ্ত—ভৌগোলিক ঐক্য—ভাৰতবৰ্ষত যি মাত্ৰাত পোৱা যায়, খুব কম জাতীয় ৰাষ্ট্ৰইহে তেনে ঐক্যৰ গৌৰৱ কৰিব পাৰে। মানচিত্ৰলৈ চকু দিলেই দেখা যাব যে উত্তৰে অলংঘনীয় পৰ্বত আৰু দক্ষিণ, দক্ষিণ পূৱ আৰু দক্ষিণ-পশ্চিমে মুকলি সাগৰ মিলি ভাৰতবৰ্ষৰ বাবে মানুহে কল্পনা কৰিব পৰা অতি সুস্পষ্ট প্ৰাকৃতিক সীমা ৰচনা কৰিছে। ভাৰত আৰু পাকিস্তান নামৰ এই উপমহাদেশৰ অংশ দুটাৰ মাজত কৃত্ৰিমভাৱে সৃষ্টি কৰা সীমাৰপৰা দূৰত, উত্তৰ-পূৱ আৰু উত্তৰ-পশ্চিমে, সমানেই পৰিষ্কাৰভাৱে চিহ্নিত প্ৰাকৃতিক পৰিসীমা আছে। সঁচাকৈ দেখা যায় যেন প্ৰকৃতিয়ে 'দেশ' বোলা ভৌগোলিক ধাৰণাৰ নিখুঁত উদাহৰণ হিচাপেহে এই সমস্ত অঞ্চল সৃষ্টি কৰিছে। তদুপৰি অবিভক্ত ভাৰত এক আত্ম-নিৰ্ভৰশীল অৰ্থনৈতিক গোট আছিল আৰু বিভাজনৰ পিছতো অৱশিষ্ট ভাৰতৰ সকলো প্ৰাকৃতিক সম্পদেই আছে, যিবোৰ উপযুক্তভাৱে বিকশিত কৰিলে অৰ্থনৈতিক ভাৰসাম্য অৰ্জন কৰিব পৰা যায়।

য'ত ভৌগোলিক আৰু অৰ্থনৈতিক ঐক্য এনে পৰিমাণে উপস্থিত, তাত এক ধৰণৰ সাংস্কৃতিক ঐক্য স্বাভাৱিকতে আশা কৰা যায়, কিয়নো প্ৰাকৃতিক আৰু অৰ্থনৈতিক উপাদানবোৰে সম্পূৰ্ণভাৱে নহ'লেও সক্ৰিয়ভাৱে সাংস্কৃতিক জীৱনক গঢ় দিয়ে। বাস্তৱতে, আমি যেতিয়া ভাৰতৰ সাংস্কৃতিক ইতিহাসলৈ চকু দিওঁ আমি দেখোঁ যে অসংখ্য ধৰণৰ পাৰ্থক্য সত্ত্বেও, ভাৰতীয়সকলৰ চিন্তা, অনুভূতি আৰু জীৱন-যাপনত মৌলিক ঐক্য আছে, এই ঐক্য পৰিবৰ্তনশীল ৰাজনৈতিক শক্তিৰ লগতে হ্ৰাস-বৃদ্ধি হৈ থাকে, কিন্তু কেতিয়াও নোহোৱা হৈ নাযায়। বহুবাৰ বাহ্যিক আৰু অভ্যন্তৰীণ বিভাজনকাৰী শক্তিয়ে এই ঐক্য ধ্বংস কৰাৰ ভীতি সৃষ্টি কৰিছে, কিন্তু ভাৰতৰ ঐক্য-চেতনা বাৰে বাৰে জাগ্ৰত হৈছে আৰু বিৰুদ্ধ মত আৰু আন্দোলনসমূহক সংমিশ্ৰিত কৰি এক নতুন সুসমন্বিত সংস্কৃতি ৰচনা কৰিছে। আজি যেতিয়া আমি এক ধৰণৰ সাংস্কৃতিক বিভ্ৰান্তিৰ কাল পাৰ হ'ব ধৰিছে, দেশত ব্যাপক হৈ পৰা পৃথকতাবাদৰ আৱৰণৰ তলত এই ঐক্যৰ চেতনা সক্ৰিয় হৈ আছে। ইয়াক কেৱল বাহিৰলৈ আনি তাৰ নিজৰ অন্তৰ্নিহিত বিধি অনুসাৰে অথচ যুক্তি-বহিৰ্ভূত পদ্ধতিৰে বিকশিত কৰিব লাগে। সাংস্কৃতিক ঐক্যৰ আটাইতকৈ শক্তিশালী উপাদান জাতীয় ভাষা এক বিভাজনকাৰী শক্তিলৈ ৰূপান্তৰিত হৈছে। কিন্তু এই গ্ৰন্থৰ শেষ অধ্যায়ত আমি দেখিম যে ভাৰতৰ সমগ্ৰ সাংস্কৃতিক সমস্যাৰ মূল, ভাষা সমস্যাক যদি আমি বুজাবুজি আৰু দূৰদৃষ্টিৰ সহায়ত সমাধান কৰিবৰ চেষ্টা কৰোঁ, তেন্তে আমাৰ জেনত এতা সাংস্কৃতিক ঐক্যৰ অভীপ্সাই

সকলো বিভাজনমুখী প্ৰৱণতাক জয় কৰি ৰাজনৈতিক ঐক্যৰ ভেটি মজবুত কৰি তুলিব।

ভাৰতৰ জনসাধাৰণক একেলগ কৰি ধৰি ৰখা আন এটা প্ৰবল শক্তি হ'ল এক উমৈহতীয়া বুৰঞ্জী। আন আন দেশৰপৰা যিবোৰ মানুহ ভাৰতলৈ আহিছিল তেওঁলোকৰ বেছিভাগেই ইয়াৰ পুৰণি অধিবাসীসকলৰ লগত হেজাৰ হেজাৰ বছৰ ধৰি একেলগে বাস কৰি আহিছে। আনকি একেবাৰে শেহত অহা উত্তৰ পশ্চিমৰ দেশসমূহৰ মুছলমানসকলো ইয়াত আঠৰপৰা বাৰ শতিকা জুৰি আছে। আৰম্ভণিতে অহা বাকীসকলতকৈ তেওঁলোকৰ জীৱনৰ কাহিনী বেলেগ হ'ব পাৰে, কিন্তু স্বাধীনতাৰ আগৰ যোৱা ২০০ বছৰ ধৰি তেওঁলোকৰ অৱস্থা বাকীসকলৰ সৈতে একে, অৰ্থাৎ তেওঁলোকেও একে বিদেশী শক্তিৰ একেই ৰাজনৈতিক আৰু অৰ্থনৈতিক দাসত্ব আৰু শোষণৰ মাজত কালাতিপাত কৰিবলগীয়া হৈছিল।

ঐক্যবদ্ধকাৰী উপাদানবোৰ পৰিলক্ষ্য কৰাৰ পাছত, আমাৰ দেশত বিভাজনমুখী প্ৰৱণতাক উৎসাহিত কৰা শক্তিবোৰলৈ এবাৰ চকু দিয়া উচিত হ'ব—সেইবোৰ হ'ল জাতি আৰু ধৰ্ম।

মানৱ সমাজৰ বিৱৰ্তনৰ প্ৰাথমিক স্তৰত কুলৰ চেতনাই সামাজিক আৰু সাংস্কৃতিক ঐক্যৰ ভেটি হিচাপে এক গুৰুত্বপূৰ্ণ ভূমিকা লৈছিল। কিন্তু প্ৰব্ৰজন, দেশ-জয় আৰু ঔপনিবেশীকৰণৰ ফলত বিভিন্ন জাতিৰ এনেকুৱা সংমিশ্ৰণ ঘটিল যে এটাক আনটোৰপৰা পৃথক কৰা টান হৈ পৰিল। আৰু মানৱ-মন যিমানেই তাৰ পাশৱ অস্তিত্বৰপৰা সভ্য-জীৱনৰ ফালে আগবাঢ়িল, ৰক্ত মাংসৰ মিলনতকৈ নৈতিক-প্ৰমূল্যৰ মিল অধিক শক্তিশালী হৈ পৰিল, সিমানেই কুলৰ গুৰুত্ব কমি আহিল। কিন্তু তথাপি সাংস্কৃতিক অৱক্ষয়ৰ সময়ত যেতিয়া নৈতিক প্ৰমূল্যৰ ওপৰত মানুহৰ বিশ্বাস ভাগি যায় তেওঁলোক কুলৰ পূজা আৰু প্ৰাক্ জনজাতীয় জীৱনৰ এক আদিম সামাজিক অৱস্থালৈ ঘূৰি যায়। আনকি, যি মুছলমানসকলৰ ধৰ্ম প্ৰাক্-ইছলামীয় আৰবসকলৰ কুল-পূজাৰ বিৰুদ্ধে এক ধৰ্মযুদ্ধস্বৰূপ আছিল, সেই মুছলমানসকলো এক ধৰণৰ "জনজাতীয়তাবাদ"লৈ অধঃপতিত হৈছিল। ইয়াৰ নিকৃষ্টতম প্ৰকাশ ঘটিছিল স্থানীয় আৰু উচ্চতৰ আইন প্ৰণয়নকাৰী অনুষ্ঠানসমূহলৈ নিৰ্বাচনৰ ক্ষেত্ৰত। চতুৰ্বেদী বা শ্ৰীবাস্তৱ, ঘোষ বা বসু, আয়াৰ বা আয়েংগাৰ, কুৰেছী বা আনচাৰি—যাৰেই প্ৰশ্ন উঠক আচল কাম কৰা শক্তিটো হ'ল 'জনজাতীয়' আনুগত্য। শ্ৰেণী, দল, জাতি দেশ আনকি কিছু ক্ষেত্ৰত ধৰ্মৰো কোনো গুৰুত্ব নাই। এই গোষ্ঠীগত আনুগত্য এতিয়াও যথেষ্ট পৰিমাণে আছে, কিন্তু

লোকে যিসকলৰ স্বৰ্গৰাজ্যতকৈও ব্ৰিটিছ সাম্ৰাজ্যৰ লগতহে ঘনিষ্ঠ সম্পৰ্ক আছিল।

ওপৰৰ আলোচনাৰ সাৰমৰ্ম হিচাপে ক'ব পাৰি যে জাতীয়ত্বৰ তিনিটা পূৰ্বস্বৰ্ত— ভৌগোলিক আৰু অৰ্থনৈতিক ঐক্য আৰু এক উমৈহতীয়া বুৰঞ্জী পৃথিৱীৰ আন বহুত দেশৰ তুলনাত ভাৰতত এক উচ্চতৰ মাত্ৰাত পোৱা যায়। সাংস্কৃতিক ক্ষেত্ৰত, স্থানীয় আৰু সাম্প্ৰদায়িক ভিন্ন সংস্কৃতিৰ আৱৰণৰ তলত এক গভীৰ মৌলিক ঐক্য আছে। আনহাতে, 'জনজাতীয়' চেতনা, ভাষিক সংকীৰ্ণতাবাদ আৰু তথাকথিত ধৰ্মীয় সাম্প্ৰদায়িকতাবাদ আদিয়ে বিভাজনমুখী শক্তিৰূপে কাম কৰি আছে।

এই সকলো প্ৰাসংগিক পৰিস্থিতি সাৱধানে পৰীক্ষা কৰাৰ পাছত এই সিদ্ধান্ত কৰিব পাৰি যে সকলো অন্তৰ্বৰ্তী গোষ্ঠী আৰু ব্যক্তিকে, একে ৰাষ্ট্ৰৰ প্ৰতি আনুগত্যৰ বান্ধোনেৰেই নহয়, জীৱনৰ সকলো বিভাগতে ঐক্যৰ বান্ধোনেৰে বান্ধিব পৰা সৰ্বাত্মক বিশুদ্ধ জাতীয়ত্ব ভাৰতৰ ভূমিত কেতিয়াও গঢ়ি নুঠিব। ভাৰতীয় জাতি গঢ়ি তোলা বিভিন্ন সাংস্কৃতিক আৰু ধৰ্মীয় গোষ্ঠীবোৰৰ—জীৱনৰ এক উমৈহতীয়া দৃষ্টিভংগিৰ সাধাৰণ পৰিসৰৰ মাজতো—নিজস্ব জীৱন আৰু চিন্তাৰ বিশেষ পৰিসৰ আছে যিটো তেওঁলোকে কোনো মূল্যৰ বিনিময়তে ত্যাগ কৰিবলৈ প্ৰস্তুত নহয়। ধৰ্মীয় আৰু সাংস্কৃতিক প্ৰমূল্যৰ ওপৰত ৰাজনৈতিক প্ৰমূল্যক স্থান দিয়াৰ আৰু এক পূৰ্ণ জাতীয় ঐক্যৰ স্বাৰ্থত বিভিন্ন গোষ্ঠীৰ মানুহৰ প্ৰিয় বৈশিষ্ট্যপূৰ্ণ সংস্কৃতি ত্যাগ কৰাৰ জীৱন দৰ্শন ভাৰতীয় মনৰ বাবে অচিনাকি। আনকি য়ুৰোপত যত মানসিক পৰিবেশ এক চৰম ৰূপৰ জাতীয়ত্বৰ বাবে অনুকূল, তাতো তেনে জাতীয়ত্বক এক অধিকতৰ শক্তিশালী গণতান্ত্ৰিক প্ৰক্ৰিয়াই বাধা দি ৰাখে আৰু মাত্ৰ কিছু কিছু অংশত কম সময়ৰ বাবেহে কোনো স্বৈৰাচাৰী চৰকাৰৰ তলত এনে জাতীয়ত্ব ঘটিব পাৰিছিল। ভাৰতত অতীত পৰম্পৰা আৰু বৰ্তমান পৰিস্থিতিয়ে এক বিশেষ ধৰণৰ জাতীয়ত্ব গঢ়ি তুলিছে যি ৰাজনৈতিক অৰ্থতকৈ সাংস্কৃতিক অৰ্থতহে যুক্তৰাষ্ট্ৰীয় (foderal), যি এক উমৈহতীয়া জাতীয় সংস্কৃতিৰ বিকাশত প্ৰেৰণা দিয়ে, কিন্তু একে সময়তে—জাতীয় ঐক্য আৰু সাধাৰণ জন-কল্যাণৰ বাবে ক্ষতিকৰ নোহোৱাকৈকে—বিভিন্ন সম্প্ৰদায়ক নিজৰ সাংস্কৃতিক আৰু ধৰ্মীয় ঐতিহ্য ৰখাই ৰাখিবলৈ আৰু বিকাশ ঘটাবলৈ স্বাধীনতা দিয়ে।

এই কথাটো পৰিষ্কাৰ হৈ পৰিলে কোনো সন্দেহ নাথাকে যে ভাৰতবৰ্ষ এক চিৰস্থায়ী জাতীয় ঐক্য সৃষ্টি কৰিবলৈ সম্পূৰ্ণভাৱে সক্ষম। এনে এক ঐক্য সৃষ্টিৰ বাবে প্ৰাকৃতিক আৰু ঐতিহাসিক শক্তিসমূহে কৰিব পৰা সকলোখিনি কৰা হৈছে।

এতিয়া যিটোৰ প্ৰয়োজন, সি হ'ল একতাৰ শক্তিসমূহক উৎসাহিত কৰিবৰ বাবে আৰু অনৈক্য আৰু বিভাজনৰ শক্তিসমূহক ধ্বংস কৰিবৰ বাবে এক সচেতন প্ৰচেষ্টা।

## IV

ইমান সময়ে আমি আলোচনা কৰা ঘটনাবোৰ জাতি গঠনৰ বাবে প্ৰয়োজনীয়, কিন্তু যথেষ্ট নহয়। এইবোৰ জাতীয়তাৰ পূৰ্বচৰ্ত; কিন্তু যি অত্যাৱশ্যকীয় উপাদানে জাতি প্ৰকৃতত্বে গঠন কৰে সি হ'ল এটা জাতিৰ জাতি ৰূপে পৰিগণিত হ'বৰ ইচ্ছা। এখন প্ৰতিনিধিমূলক সাংবিধানিক সভাই ভাৰতীয় সংবিধানখন গ্ৰহণ কৰাৰ পিছত আৰু সাৰ্বজনীন প্ৰাপ্তবয়স্ক ভোটদানৰ ভিত্তিত ছটা সাধাৰণ নিৰ্বাচনত এই সংবিধানক স্বীকৃতি দিয়াৰ পিছত ভাৰতবৰ্ষত এই জাতি-গঠনৰ ইচ্ছা আছে নে নাই, এই প্ৰশ্ন অবান্তৰ। সন্দেহ নাই, এই দুই ঐতিহাসিক ঘটনাই চূড়ান্ত বিধিগত স্বীকৃতি দিলে (যা যিটো অন্ততঃ যোৱা পঁচিশ বছৰে সকলো পৰ্য্যবেক্ষকৰ বাবে স্পষ্ট হৈ পৰিছে) যে ভাৰতৰ সীমিত অৰ্থত (আমি বৰ্তমান তাৰ বিষয়ে আলোচনা কৰিছো) ইয়াৰ জন-সাধাৰণে এক উমৈহতীয়া ৰাজনৈতিক প্ৰক্ৰিয়া বিচাৰে আৰু ইয়াক ধৰ্মনিৰপেক্ষ, গণতান্ত্ৰিক আৰু (সম্প্ৰতি যিটো অতি প্ৰকাণ্ড) সমাজবাদী ৰাষ্ট্ৰ হোৱাটো বিচাৰে। আমি এতিয়া যিটো চাব বিচাৰো সি হ'ল জাতীয় ঐক্যৰ বাবে এই ইচ্ছা বিভিন্ন গোটৰ মাজত পাৰস্পৰিক সম্প্ৰীতি আৰু বিশ্বাসৰ সুদৃঢ় ভেটিত ৰচিত হৈছেনে, যাতে আমি সকলোৱে আন্তৰিকতাৰে বিচৰা মতে ই দৃঢ় আৰু স্থায়ী হয়।

অত্যন্ত অপ্ৰিয় হ'লেও এই সঁচা কথাটো ক'বই লাগিব যে ভাৰতত—ধৰ্মীয় হওক, ভাষাগত হওক বা সাংস্কৃতিক হওক—কিছু শ্ৰেণীৰ সংখ্যালঘিষ্ঠ যুক্তিযুক্ত বা যুক্তি বিবৰ্জিত হিচাপে যথাক্ৰমে তেওঁলোকৰ সংখ্যাগৰিষ্ঠসকলে কৰা আচৰণত সন্তুষ্ট নহয়, বৰং নিৰন্তৰে তেওঁলোকে তেওঁলোকৰ বিৰুদ্ধে অসন্তোষসূচক বৈষম্যমূলক আচৰণৰ অভিযোগ কৰে। তেওঁলোকৰ মতে এই বৈষম্যমূলক আচৰণ সাধাৰণতে তিনিটা ক্ষেত্ৰত দেখা যায়—ৰাজনৈতিক, অৰ্থনৈতিক আৰু সাংস্কৃতিক। ৰাজনৈতিক ক্ষেত্ৰত, তেওঁলোকৰ স্বীকৃত দক্ষতা সত্বেও সংখ্যালঘিষ্ঠ শ্ৰেণীৰ লোকসকলক ৰাজনৈতিক দলৰ নেতৃত্ব বা বিধান সভা বা মন্ত্ৰী সভাৰ সদস্য পদবোৰৰ পৰা প্ৰায়ে বাদ দি ৰখা হয়। অৰ্থনৈতিক ক্ষেত্ৰত ৰাজহুৱা বা ব্যক্তিগত খণ্ডৰ চাকৰি বা ব্যৱসায়ত

সোমাবলৈ তেওঁলোকে তেওঁলোকৰ বাবে যথেষ্ট বাধা থকা যেন অনুভৱ কৰে, সাংস্কৃতিক ক্ষেত্ৰত তেওঁলোকৰ বৈশিষ্ট্যপূৰ্ণ সংস্কৃতিক, বিশেষতঃ তেওঁলোকৰ ভাষাক, অৱদমন কৰাৰ চেষ্টা কৰা হয়। ন্যায়বিচাৰৰ খাতিৰত অৱশ্যেই ক'ব লাগিব যে ৰাজনৈতিক আৰু অৰ্থনৈতিক ক্ষেত্ৰত এই ধৰণৰ বৈষম্য, প্ৰথমতঃ, সাৰ্বজনীন নহয় আৰু দ্বিতীয়তঃ, দায়িত্বশীল জনমত আৰু চৰকাৰৰ পক্ষৰপৰা এনে বৈষম্যৰ প্ৰতি তীব্ৰ বিৰোধিতা কৰা আৰু গৰিহণা দিয়া হয়। কিন্তু সাংস্কৃতিক অসহিষ্ণুতা ইমান বেছি ব্যাপক আৰু গভীৰ যে ইয়াৰ বিৰুদ্ধে মাত মাতিবলৈ আমাৰ নেতাসকলৰ আগ্ৰহ বা সাহস নাই। ভাৰতীয় পৰম্পৰাৰ বিৰোধী এই অসহিষ্ণুতাই ইমান বেছি মানুহক প্ৰভাৱিত কৰাৰ কাৰণ হ'ল এয়ে যে ই দেশপ্ৰেমৰ ৰূপত প্ৰকাশিত হয়। বহুতেই আন্তৰিকভাৱে বিশ্বাস কৰে যে সৰ্বভাৰতীয় ( বা আঞ্চলিক ) স্তৰত এক স্থায়ী আৰু শক্তিশালী ঐক্য প্ৰতিষ্ঠা কৰিবলৈ হ'লে সমগ্ৰ ভাৰতত্তে ( বা সমগ্ৰ আঞ্চলিক গোটটতে ) কেৱল এটাই সংস্কৃতি থাকিব লাগিব, সি হ'ল সংখ্যাগৰিষ্ঠৰ ভাষা আৰু সংস্কৃতি, আৰু সেই ঐক্য সংখ্যালঘিষ্ঠসকলৰ ভাষা আৰু সাংস্কৃতিক ঐতিহ্য সম্পূৰ্ণ নিশ্চিহ্ন কৰি বা সিবোৰক অন্ততঃ এটা অধঃস্তন অৱস্থানলৈ অৱনমিত কৰিহে সংঘটিত কৰিব পৰা যাব। তেওঁলোকৰ এই আন্তৰিক অথচ পুতৌ লগা উদ্যমত তেওঁলোকে অনুভৱ নকৰে যে এই দমনমূলক সাংস্কৃতিক নীতি কেৱল ন্যায় আৰু গণতন্ত্ৰৰ নীতিৰ বিৰুদ্ধেই নহয়, ভাৰতীয় সহিষ্ণুতাৰ ঐতিহ্যৰ বিৰুদ্ধেই নহয়, বৰং ই ইয়াৰ লক্ষ্যৰ বিপৰীত ফল সৃষ্টি কৰিব পাৰে।

জাতীয় ভাষাসমূহ আৰু সংস্কৃতিসমূহৰ বিনিময়ত যদি আমি জাতীয় ঐক্য সৃষ্টি কৰিবলৈ চেষ্টা কৰোঁ, তেন্তে সি বিভিন্ন আৰু অসংখ্য সংখ্যালঘিষ্ঠ সম্প্ৰদায়ৰ মাজত এনে তিক্ততা আৰু অশান্তি সৃষ্টি কৰিব যে আমাৰ বৰ্তমানে থকা বহু পৰিমাণৰ ঐক্যও ধ্বংস হৈ যাব আৰু দেশৰ শান্তি আৰু স্বাধীনতা বিপন্ন হ'ব, কোনো সন্দেহ নাই যে গোটেই ভাৰতবৰ্ষৰ সংযোগী ভাষাৰ আৰু বিভিন্ন অঞ্চলত যথাক্ৰমে আঞ্চলিক ভাষাসমূহৰ প্ৰচাৰ অত্যন্ত প্ৰয়োজনীয়, একেবাৰেই প্ৰয়োজনীয় দেশত জীৱন আৰু দৃষ্টিভংগিৰ মূলগত ঐক্য সাধন কৰাৰ প্ৰচেষ্টা। এটা উমৈহতীয়া ভাষা আৰু এখনি ব্যাপকতৰ উমৈহতীয়া সংস্কৃতিৰ অবিহনে ভাৰতীয় জাতি দুৰ্বল আৰু অস্থিৰ হৈ পৰিব। কিন্তু এই পবিত্ৰ সাংস্কৃতিক লক্ষ্য শক্তি প্ৰয়োগেৰে নহয়, অবিৰাম প্ৰচেষ্টা আৰু [illegible] [illegible] [illegible] সাধন কৰিব পৰা যাব। সংখ্যালঘিষ্ঠসকলৰ ভাষা আৰু সংস্কৃতিক আমাত

নকৰাকৈ এক উমৈহতীয়া ভাষা আৰু সংস্কৃতি সৃষ্টি কৰিবৰ বাবে কি কাৰ্যকৰী ব্যৱস্থা ল'ব লাগিব তাৰ আমি যথাস্থানত আলোচনা কৰিম। আমি ইয়াত যিটো কথাত গুৰুত্ব দিব খুজিছো সি হ'ল যে যদিও জাতীয়তাৰ বেছিভাগ পূৰ্বচৰ্ত আৰু সমগ্ৰতে অত্যাৱশ্যকীয় চৰ্তটোও (অৰ্থাৎ এটা জাতি গঠন কৰাৰ সাৰ্বজনীন ইচ্ছা) ভাৰতবৰ্ষত আছে, তথাপি এটা দিশত পিছৰ চৰ্তটো দুৰ্বল। ভাৰতীয় সংবিধানে ৰাজনৈতিক, অৰ্থনৈতিক আৰু সাংস্কৃতিক ক্ষেত্ৰত সংখ্যালঘিষ্ঠসকলৰ অধিকাৰ সংৰক্ষণৰ বাবে যি আশ্বাস দিছে, সংখ্যাগৰিষ্ঠসকলে তাক পালন কৰিব পৰাৰ ক্ষমতাৰ ওপৰত ভাষিক আৰু ধৰ্মীয় সংখ্যালঘিষ্ঠসকলৰ যথেষ্ট আস্থা নাই। সংখ্যাগৰিষ্ঠসকলে যদি যথেষ্ট সুবিবেচনা আৰু সুবিচাৰেৰে সংখ্যালঘিষ্ঠসকলৰ কল্পিত বা প্ৰকৃত অভিযোগসমূহৰ প্ৰতি উপযুক্ত মনোযোগ নিদিয়ে আৰু তেওঁলোকক সন্তুষ্ট কৰিবলৈ ঐকান্তিক চেষ্টা নকৰে, তেন্তে অতি ক্ষুদ্ৰ সামান্য, তাৎপৰ্যহীন খলম যেন লগা সংখ্যালঘিষ্ঠসকলৰ অসন্তুষ্টিয়ে কোনোবা দিনা জাতীয়-জীৱনৰ সমস্ত সমলয় নষ্ট কৰিব পাৰে। স্বাধীনতাৰ মূল্যৰ দৰেই, ঐক্যৰ মূল্যও চিৰজাগ্ৰত সতৰ্কতা। প্ৰকৃত গণতান্ত্ৰিক দেশত পবিত্ৰ বিধানৰ আধাৰৰূপে শাসন ক্ষমতা দখল কৰা সংখ্যাগৰিষ্ঠসকলে। সদায় সতৰ্ক থাকিব লাগিব। সংখ্যালঘিষ্ঠসকলৰ মনত তেওঁলোকৰ সাংবিধানিক অধিকাৰসমূহ ৰক্ষা নোহোৱাৰ ভয়, আনকি অমূলক হ'লেও গুৰুত্ব সহকাৰে বিবেচনা কৰিব লাগে আৰু তাক দূৰ কৰিবলৈ সকলো সম্ভৱপৰ ব্যৱস্থা হাতত ল'ব লাগে। স্বাধীনতাৰ পিছত, বিশেষকৈ যোৱা দহ বছৰৰ ভিতৰত কেন্দ্ৰীয় আৰু ৰাজ্যিক চৰকাৰসমূহে এই দিশত কিছুমান ব্যৱস্থা হাতত লৈছে, এই কথা স্বীকাৰ নকৰাটো অকৃতজ্ঞতা হ'ব। কিন্তু এইটো এনেকুৱা এটা কথা যিটোত জনসাধাৰণৰ সক্ৰিয় সহযোগিতা অবিহনে চৰকাৰে বিশেষ একো কৰিব নোৱাৰে। শেষে, সাংস্কৃতিক সংখ্যাগৰিষ্ঠসকলে বিভিন্ন সংখ্যালঘিষ্ঠসকলৰ প্ৰতি প্ৰকৃত সহিষ্ণুতা দেখুৱাবলৈ আৰু তেওঁলোকৰ মনত এক সম্পূৰ্ণ নিৰাপত্তাবোধ সৃষ্টি কৰিবলৈ সকলো সম্ভৱপৰ ব্যৱস্থা ল'বৰ বাবে মন স্থিৰ নকৰিলে এই সমস্যাৰ কোনো প্ৰকৃত আৰু স্থায়ী সমাধান পোৱা নাযাব। দেশৰ ভিতৰত সাংস্কৃতিক সহিষ্ণুতা কেৱল ভাৰতীয় জাতিৰ বাবে শক্তিৰ উৎসই নহ'ব, বৰং বেলেগ সংস্কৃতিৰ আন জাতিৰ প্ৰতিও যে নতুন ভাৰতে সহিষ্ণুতা দেখুৱাব আৰু ই সাংস্কৃতিক উগ্ৰ জাতীয়তাবাদলৈ (যিটো ৰাজনৈতিক উগ্ৰ জাতীয়তাবাদতকৈ অধিক নহ'লেও সমানেই বেয়া) অধঃপতিত নহ'ব, তাৰো আশ্বাস হৈ পৰিব।

অমিলন আৰু অনৈক্য ঐক্যৰ এক মূল বস্তুৰ ওপৰত সামঞ্জস্য পূৰ্ণভাৱে তোলা বিভিন্ন ৰং আৰু নক্সাৰ এক সাংস্কৃতিক জীৱনৰ চানেকি গঢ়ি তুলিব'ল নতুন ভাৰতীয় জাতীয়ত্বৰ এক দৃঢ় আৰু সুনিশ্চিত ভেটিত প্ৰতিষ্ঠা কৰাটো যে কিমান দৰকাৰী আৰু এই মহৎ লক্ষ্য যে অধৈৰ্য্য হুজুগ বাধ্যবাধকতাৰে নহয় বৰং মহাত্মা গান্ধীয়ে দেখুওৱা প্ৰচুৰ ধৈৰ্য্য, অসীম প্ৰেম আৰু অবিৰাম পৰিশ্ৰমৰ আদৰ্শৰেহে সাধন কৰিব পৰা যাব, এই বিষয়ে কিছু ধাৰণা, আশাকৰোঁ, ওপৰত পৃষ্ঠাকেইটাত মই দিব পাৰিছো।

বহু হাজাৰ বছৰ পুৰণি ভাৰতৰ সাংস্কৃতিক ইতিহাসে দেখুৱায় যে ভাৰতীয় জীৱনৰ অনন্ত অসংখ্য ৰূপৰ মাজেৰে সৰকি যোৱা ঐক্যৰ সূক্ষ্ম, কঠিন সূতাডাল কোনো চাপ বা শক্তিগোষ্ঠীৰ হেঁচাত সৃষ্টি হোৱা নহয়, বৰং দ্ৰষ্টাৰ অন্তৰ্দৃষ্টি, সাধু-সন্তৰ ব্ৰত, দাৰ্শনিকৰ চিন্তা আৰু কবি-শিল্পীৰ কল্পনাৰ দ্বাৰাহে সম্ভৱ হৈছিল আৰু কেৱল এইবোৰ উপাদান ব্যৱহাৰ কৰিহে জাতীয় ঐক্যক ব্যাপক, শক্তিশালী আৰু দীৰ্ঘস্থায়ী কৰিব পৰা যাব। এই সৰল সত্যটো ক'বৰ বাবেই এই গ্ৰন্থখনি লিখা হৈছে। কিন্তু এইবোৰ আলোচনাৰ মাজত আমি আন এটা প্ৰধান সমস্যাৰ সন্মুখীন হ'ম—সি হ'ল আজি আমাৰ মনত খুহুৰা তোলা নতুন আৰু পুৰণিৰ সংঘাত। স্পষ্টতঃ এই পুথিত এই সমস্যাৰ প্ৰতি সুবিচাৰ কৰিব পৰা নাযাব। তাৰ বাবে এখন পৃথক গ্ৰন্থৰ দৰকাৰ হ'ব।

# ভাৰতীয় সংস্কৃতিৰ আধাৰ

সংস্কৃতিৰ মূল সম্পৰ্কে থকা তত্ত্বসমূহ দুই ধৰণৰ—আদৰ্শবাদী আৰু বস্তুবাদী। দাৰ্শনিক আৰু ঐতিহাসিকসকলে এবিধ বা আনবিধৰ কোনো এটি ৰূপ সমৰ্থন কৰে অথবা দুইবিধৰে সমন্বয় সাধন কৰিবৰ চেষ্টা কৰে। প্ৰথম বিধৰ মতে, সাংস্কৃতিক বিবৰ্তনৰ এক বিশেষ স্তৰত কোনো ব্যক্তি বা গোষ্ঠীয়ে কোনো পৰম শক্তিৰপৰা পোৱা জ্ঞান, প্ৰেৰণা বা অতীন্দ্ৰিয় চেতনাৰ যোগেদি উচ্চতৰ প্ৰমূল্য বা আদৰ্শৰ ধাৰণা লাভ কৰে। এই ধাৰণাই তেওঁলোকৰ বিশেষ সামাজিক পৰিবেশত এক নিৰ্দিষ্ট বিষয়গত মানসিক ৰূপ লয় আৰু গোষ্ঠীগত আদৰ্শত পৰিণত হয়। এই গোষ্ঠীগত আদৰ্শক কিছুমান নিৰ্দিষ্ট মানসিক আৰু বস্তুগত বৈশিষ্ট্যৰ ৰূপ দি সংস্কৃতিৰ নাম দিয়া হয়। উদাহৰণস্বৰূপে, আদৰ্শবাদী তত্ত্বমতে বৈদিকযুগৰ ঋষিসকলে স্বৰ্গীয় প্ৰেৰণা অথবা তেওঁলোকৰ নিজস্ব অতীন্দ্ৰিয় চেতনাৰ যোগেদি কিছুমান ধাৰণা পৰিলক্ষ্য কৰে আৰু কালক্ৰমত এই ধাৰণাসমূহেই আৰ্য্য জনগোষ্ঠীৰ সামাজিক পৰিবেশ আৰু বৌদ্ধিক সামৰ্থ্যৰ উপযোগী এক আদৰ্শৰ ৰূপ পৰিগ্ৰহণ কৰে। এই আদৰ্শক তেওঁলোকে গাংগেয় উপত্যকাৰ প্ৰাকৃতিক পৰিবেশত বাস্তৱ ৰূপ দিবলৈ চেষ্টা কৰে আৰু ফলস্বৰূপে বৈদিক সংস্কৃতিৰ মূল আদৰ্শ আৰু অনুষ্ঠানসমূহ সৃষ্টি হয়। দ্বিতীয়বিধৰ তত্ত্বসমূহৰ মতে সংস্কৃতিৰ আৰম্ভণি হ'ল প্ৰাকৃতিক পৰিবেশ। প্ৰথম স্তৰত, জলবায়ু বস্তুগত সম্পদ আৰু উৎপাদনত ব্যৱহৃত আহিলাসমূহে এটা জাতিৰ সামূহিক জীৱনত এটা বিশেষ ছাপ ৰাখি যায়। তাৰ পিছত জীৱনৰপৰা পোৱা অভিজ্ঞতাৰ ভেটিত নীতি আৰু বিধানসমূহে গঢ় লৈ উঠে আৰু সৰ্বশেষত, এক বিমূৰ্তকৰণ প্ৰক্ৰিয়াৰ দ্বাৰা আদৰ্শ ধাৰণাসমূহ লাভ কৰা যায়; এই ধাৰণাসমূহক সমতুলতা বুলি গণ্য কৰা হয় আৰু আদৰ্শ বুলি আখ্যা দিয়া হয়। এইদৰেই, প্ৰাকৃতিক তত্ত্বৰ প্ৰবক্তাসকলৰ মতে বৈদিক সংস্কৃতিৰ মূল উৎস হ'ল পৰিব্ৰাজী আৰ্য্যসকল ভাৰতবৰ্ষলৈ আহি গ্ৰহণ কৰা কৃষি-জীৱন আৰু ইয়াৰ ভিত্তিতে তেওঁলোকে

ক্ৰমে তেওঁলোকৰ ধৰ্ম, দৰ্শন আৰু সমাজ ব্যৱস্থাৰ বিশাল সৌধটো গঢ়ি তোলে।

এই তত্ত্বসমূহৰ সপক্ষে আৰু বিপক্ষে বিভিন্ন দাৰ্শনিক গোষ্ঠীৰ আলোচনা আৰু বিতৰ্কৰ মাজত সোমোৱা মোৰ উদ্দেশ্য নহয়। মূৰ্ত্তি আৰু স্থাপত্য সম্পৰ্কে মোৰ সি অধ্যয়ন তাৰপৰা মই এই মতত উপনীত হৈছো যে প্ৰাকৃতিক পৰিবেশ আৰু বিমূৰ্ত দাৰ্শনিক আদৰ্শ এই দুই উপাদানৰ পাৰস্পৰিক ক্ৰিয়াৰ ফলত হে সাংস্কৃতিক বিবৰ্তন সম্ভৱ হৈ উঠে। যেনেকৈয়ে নহওক দুয়োটা তত্ত্বই সাংস্কৃতিক বিবৰ্তনত প্ৰাকৃতিক পৰিবেশে গ্ৰহণ কৰা ভূমিকা স্বীকাৰ কৰে, যদিও দুয়োটাই ইয়াৰ ওপৰত দিয়া গুৰুত্বৰ মাত্ৰা বেলেগ। এইখিনিতে মন কৰিবলগীয়া কথা এইটোৱেই যে আদৰ্শ, তত্ত্ব আৰু বিশ্বাসৰ মাজেদি প্ৰকাশ পোৱা সংস্কৃতিৰ আদৰ্শগত উপাদানতকৈ প্ৰাকৃতিক পৰিবেশ আৰু সামাজিক অৱস্থাৰ মাজেদি প্ৰকাশ পোৱা সংস্কৃতিৰ বাস্তৱ উপাদানসমূহ কম বেছি গুৰুত্বপূৰ্ণ হ'ব পাৰে; কিন্তু প্ৰকৃততে এই বাস্তৱ উপাদানেহে সংস্কৃতিক স্থানীয় বৈশিষ্ট্য দান কৰে আৰু ফলস্বৰূপে সংস্কৃতিৰ বিশেষ জাতীয় উপাদানৰূপে পৰিগণিত হয়। আদৰ্শ, তত্ত্ব আৰু বিশ্বাসসমূহ কোনো ঠাই বিশেষত সীমাবদ্ধ নহয়। সিহঁতে প্ৰজাতি, জাতি আৰু ভূগোলৰ সীমা পাৰ হৈ, পৃথিৱীৰ যি কোনো অংশতে নিজকে প্ৰতিষ্ঠা কৰিব পাৰে, কিন্তু সংস্কৃতিৰ বাস্তৱ উপাদান মাত্ৰ তাৰ নিজস্ব বিশেষ অঞ্চলতে সীমিত হৈ থাকে। প্ৰত্যেক দেশতে আমি বেলেগ বেলেগ আদৰ্শ আৰু বিশ্বাস দেখিবলৈ পাওঁ কিন্তু ভৌগোলিক আৰু সামাজিক পৰিবেশে নিৰ্ণয় কৰা সংস্কৃতিৰ বাস্তৱ দিশটো সকলোতে এক। আমি যেতিয়া কোনো দেশৰ বৈশিষ্ট্যপূৰ্ণ সাধাৰণ সংস্কৃতিৰ কথা কওঁ, তেতিয়া এই ভৌগোলিক উপাদানবোৰৰ কথাকে বুজাওঁ, যিবোৰে কেৱল বস্তুগত ৰূপতেই প্ৰকাশ লাভ নকৰে, বৰং এক বিশেষ ধৰণৰ মানসিক বাতাবৰণ তৈয়াৰ কৰে। এই বাতাবৰণে এখন দেশৰ সমূহ জনসাধাৰণক ধৰ্মীয় আৰু দাৰ্শনিক আদৰ্শৰ ক্ষেত্ৰত পৃথক হোৱা সত্ত্বেও, এক উমৈহতীয়া দৃষ্টিভংগি আৰু মানসিকতা প্ৰদান কৰে। এই উমৈহতীয়া জাতীয় মানসিকতা আৰু মনেই হ'ল উমৈহতীয়া জাতীয় সংস্কৃতিৰ আটাইতকৈ গুৰুত্বপূৰ্ণ উৎস। নানা প্ৰকাৰ উৎসবোৰৰ ভিতৰত আছে, দেশত সময়ে সময়ে জন্ম লাভ কৰা ধৰ্মীয় বা দাৰ্শনিক আন্দোলনসমূহ অথবা বাহিৰৰপৰা আহি দেশত বসবাস কৰিবলৈ লোৱা জাতিবোৰৰ বা যুদ্ধ, ব্যৱসায় আৰু বাণিজ্যৰ মাজেৰে সংস্পৰ্শলৈ অহা জাতিবোৰৰ সংস্কৃতিসমূহ। এই কথা মনত পৰিষ্কাৰ হোৱা উচিত যে এইবোৰ বিভিন্ন সংস্কৃতিৰ কেৱল সেইবোৰ উপাদানহে উমৈহতীয়া জাতীয় সংস্কৃতিৰ

অংশ বুলি গণ্য কৰা হয় যিবোৰ জাতিটোৰ সকলো অংশৰে আৰু সকলো সম্প্ৰদায়ৰ মানুহে নিজৰ বুলি গ্ৰহণ কৰিব পৰাকৈ জাতিৰ সামূহিক মনটোৰ লগত সুষমভাৱে অন্তৰ্সংযুক্ত কৰিব পৰা যায়। এই উপাদানসমূহৰ দ্বাৰা গঠিত সংমিশ্ৰণটোকে কোৱা হয় জাতীয় সংস্কৃতি।

ভাৰতৰ জাতীয় সংস্কৃতিতো এই দুই উপাদান উপস্থিত : এক উমৈহতীয়া মানসিকতা আৰু দৃষ্টিভংগী যি ভাৰতীয় মনটোক গঠন কৰিছে আৰু বিভিন্ন আন্দোলন আৰু সংস্কৃতিৰ প্ৰভাৱ যি জাতীয় মনটোৰ লগত সুষমভাৱে অন্তৰ্লীন হৈ গৈছে। এই-বিলাকৰ ভিতৰত আছে ভাৰতৰ প্ৰাগৈতিহাসিক কালৰ সংস্কৃতি, সাময়িকভাৱে দেশখনৰ সংস্পৰ্শলৈ অহা সংস্কৃতি, বাহিৰৰপৰা আহি দেশখনক নিজ ভূমি কৰি লোৱা সংস্কৃতি আৰু সৰ্বশেষত দেশখনত সময়ে সময়ে গঢ়ি উঠা বৈপ্লৱিক বৌদ্ধিক আন্দোলন।

সম্ভৱত ভাৰতবৰ্ষৰ ভৌগোলিক গঠনৰ আটাইতকৈ চকুত পৰা বৈশিষ্ট্য হ'ল এইটোৱেই যে উত্তৰৰ পাৰ্বত্য অঞ্চল আৰু দাক্ষিণাত্য উপদ্বীপৰ পূৰ্বঘাট আৰু পশ্চিমঘাট অঞ্চলৰ বাহিৰে বাকী গোটেই দেশখনেই বৃহৎ নদীসমূহৰে জলপুষ্ট সমভূমি অথবা নিম্ন মালভূমিৰে গঠিত। কেইটামান শীত অঞ্চল বাদ দিলে সমগ্ৰ দেশখনৰে জলবায়ু বছৰৰ এটা ভাগত নাতিশীতোষ্ণ আৰু আন এটা ভাগত উষ্ণ। বঙ্গ আৰু কিছুমান পাৰ্বত্য অঞ্চলত বৰষুণ প্ৰচুৰ, কিন্তু দেশৰ বেছিভাগ অঞ্চলতে বৰষুণ মধ্যমীয়া আৰু বছৰৰ এটা নিৰ্দিষ্ট সময়ৰ মাজতে সীমাবদ্ধ। কোনো কোনো বছৰত দেশৰ কোনো অংশত বৰষুণ একেবাৰে নহয়। যদিও দেশখনৰ বেছি ভাগতে জলবায়ু সুষম, অতি উত্তপ্তৰপৰা অতি শীতললৈকে, অতি সেমেকাৰপৰা অতি শুকানলৈকে, সকলোধৰণৰ জলবায়ুৱেই আমি ইয়াত দেখা পাওঁ। এ'ক ধৰণেই মাটিৰ গুণবো ঠাই অনুসৰি পাৰ্থক্য আছে, ফলস্বৰূপে বস্তুতঃ সকলো ধৰণৰ শস্য আৰু খনিজ উৎপন্নই দেশখনত পোৱা যায়।

স্বাভাৱিকতেই, সমভূমিৰে গঠিত দেশখনত প্ৰচুৰ পানী আৰু বছৰটোৰ বেছি ভাগতেই প্ৰচুৰ সূৰ্যৰ কিৰণ পোৱা যায় আৰু কৃষিৰ বাবে সেয়ে ই বিশেষভাৱে উপযোগী। সেয়ে, মনত পেলাব নোৱাৰা কালৰপৰাই ভাৰতবৰ্ষৰ জনসাধাৰণৰ প্ৰধান উপজীৱিকা হ'ল কৃষি। যিহেতু দেশৰ বিভিন্ন ঠাইৰ উৎপন্ন বেলেগ বেলেগ আৰু এই উৎপন্নবোৰ স্বাভাৱিক জলপথেৰে বা সহজে নিৰ্মাণ কৰিব পৰা স্থলপথেৰে বিশেষ অসুবিধা নোহোৱাকৈ অনা-নিয়া কৰিব পাৰি, গতিকে দেশৰ আভ্যন্তৰীণ বাণিজ্যই যথেষ্ট পৰিমাণে বিকাশ লাভ কৰিছিল। স্থল আৰু জলপথেৰে বহিৰ্বাণিজ্যও বৃহৎ

পৰিসৰত বিকশিত হৈছিল। কিন্তু বহির্বাণিজ্য বহুশতাব্দী ধৰি বিদেশীসকলৰ হাতত্তে আছিল, ভাৰতীয়সকলৰ ভূমিকা ইয়াত আছিল নগণ্য। বৃহৎ সংখ্যক ভাৰতীয় জনগণে সাগৰীয় বাণিজ্যত আগ্রহ দেখুওৱা নাছিল, কিয়নো দেশৰ পশ্চাৎভূমিৰপৰা সাগৰ বহুদূৰত আছিল। কেৱল উপকূলীয় অঞ্চলৰ বাসিন্দাসকলেহে যথেষ্ট পৰিমাণে এই ব্যৱসায় গ্ৰহণ কৰিছিল। সেয়ে প্ৰাকৃতিক বৈশিষ্ট্য আৰু প্ৰাকৃতিক শক্তিসমূহৰ প্ৰভাৱত ভাৰতৰ অর্থনৈতিক জীৱন কৃষিভিত্তিক হিচাপেই বিকশিত হৈছিল আৰু ই ইয়াৰ সংস্কৃতিৰ সামগ্রিক ৰূপদানত সুস্পষ্ট প্ৰভাৱ বিস্তাৰ কৰিছিল। যুদ্ধ আৰু ধ্বংসতকৈ শান্তি আৰু গঠনমুখী কামৰ মূল্যত ই অধিকতৰ গুৰুত্ব আৰোপ কৰিছিল। ভাৰতীয় সংস্কৃতিৰ বুৰঞ্জীৰ আদি-অন্ত জুৰি আমি এই আত্মিক চেতনাৰ প্ৰকাশ দেখা পাওঁ।

ভাৰতৰ অর্থনৈতিক জীৱনৰ আটাইতকৈ উল্লেখযোগ্য বৈশিষ্ট্য হ'ল এইটোৱেই যে যিদৰে উষ্ণ আৰু মাত্ৰাগ্ৰ জলবায়ুৰ কাৰণে শীতপ্ৰধান দেশতকৈ ইয়াত জীৱনৰ মৌলিক প্ৰয়োজনসমূহ কম, সেইদৰে এই প্ৰয়োজনসমূহ পূৰাবৰ বাবে লগা সম্পদসমূহো প্ৰচুৰ। আহাৰ, বস্ত্ৰ, ইন্ধনৰ দৰে জনসাধাৰণৰ মূল প্ৰয়োজনসমূহ অতি সীমিত আৰু এইবোৰ সহজে আৰু যথেষ্ট পৰিমাণে উৎপাদন কৰিব পৰা যায়। এইটো সত্য যে অংশতঃ আমাৰ নিজৰ অযোগ্যতাৰ কাৰণে আৰু অংশত. এটা নির্লিপ্ত বিদেশী চৰকাৰৰ উত্তৰাধিকাৰ হিচাপে, আমাৰ দেশৰ কোটি কোটি জনসাধাৰণে ভোগ কৰিছে চৰম দাৰিদ্ৰ, কিন্তু বুৰঞ্জীয়ে এই সত্যৰ সাক্ষ্য দিয়ে যে এই অৱস্থা চিৰকাল নাছিল। বৃটিছ যুগৰ আগতে দেশৰ কোনো কোনো অংশত মাজে মাজে হোৱা অনাবৃষ্টিৰ সময়ৰ বাহিৰে জীৱন ধাৰণৰ বাবে মৌলিক প্ৰয়োজনীয় সামগ্ৰীসমূহৰ বিশেষ অভাৱ কেতিয়াও অনুভৱ কৰা নগৈছিল। এই কথাটোৰ আমাৰ বাবে এক বিশেষ তাৎপর্য্য আছে, কাৰণ অর্থনৈতিক তাড়নাসমূহ যদিও মানুহৰ জীৱনৰ এক গুৰুত্বপূর্ণ উপাদান, তথাপি মৌলিক অভাৱসমূহ পূৰণ কৰিব নোৱাৰা হ'লেহে এই তাড়নাসমূহে মনত চাপ দিবলৈ আৰু সমগ্ৰ জীৱন আৰু কর্ম-প্ৰক্ৰিয়াৰ ওপৰত প্ৰভুত্ব কৰিবলৈ আৰম্ভ কৰে। এই সত্যৰ প্ৰমাণ হিচাপে দেখা যায় যে সভ্যতাৰ আৰম্ভণিতে মানুহে যেতিয়া তাৰ সমস্ত শক্তি আৰু মনোযোগ বস্তুগত প্ৰয়োজন পূৰণ কৰাতে নিয়োগ কৰিব লগা হৈছিল, তেতিয়া শীত-প্ৰধান দেশসমূহৰ মানুহৰ জীৱনত অর্থনৈতিক দিশটোৱে অধিকতৰ গুৰুত্বপূর্ণ ভূমিকা লৈছিল। গ্ৰীষ্ম-প্ৰধান দেশসমূহত এনে নহৈছিল আৰু কমত ভাৰতীয়

সংস্কৃতিৰ বিৱৰ্তনত অৰ্থনৈতিক তাড়নাসমূহে তুলনামূলকভাৱে ক্ষুদ্ৰ ভূমিকা গ্ৰহণ কৰিছে।

খাদ্য, পোছাক, জীৱন-যাপনৰ ধৰণ আদি সংস্কৃতিৰ বস্তুগত দিশসমূহৰ ওপৰত জলবায়ু আৰু অৰ্থনৈতিক সম্পদসমূহৰ প্ৰভাৱ ইমান বেছি স্পষ্ট যে তাৰ আলোচনা নিষ্প্ৰয়োজন। এইটো অনস্বীকাৰ্য্য যে ভাৰতীয় সংস্কৃতিৰ বস্তুগত দিশটোও ইয়াৰ প্ৰাকৃতিক আৰু অৰ্থনৈতিক পৰিবেশৰ ধৰণ অনুযায়ী গঠিত হৈছে। কিন্তু যেতিয়া ভাৰতৰ বিভিন্ন অঞ্চলৰ মানুহৰ আচৰণ আৰু জীৱন-যাপনৰ ধৰণৰ পাৰ্থক্যলৈ লক্ষ্য কৰা যায়, তেতিয়া শিক্ষিত-শ্ৰেণীৰ মাজত পাশ্চাত্য-সভ্যতাৰ অনুসৰণে সৃষ্টি কৰা কিছুমান সাধাৰণ বৈশিষ্ট্যৰ বাহিৰে, ভাৰতীয় সভ্যতাৰ সামান্যতম কিবা ঐক্যসূত্ৰীয়া উপাদান আছেনে বুলি নিজৰ মনতে প্ৰশ্ন উঠিব খোজে। কিন্তু পিছত আমি ভাৰতৰ সাম্প্ৰতিক সাংস্কৃতিক পৰিস্থিতিত দৃষ্টি নিক্ষেপ কৰিম আৰু দেখুৱাম যে এহাতে বৈদেশিক আক্ৰমণ আৰু আনহাতে বিভাজনকামী আভ্যন্তৰীণ শক্তিসমূহৰ প্ৰতিনিয়ত বিৰুদ্ধ প্ৰচেষ্টা সত্ত্বেও ভাৰতীয় সংস্কৃতিত এক ঐক্যসূত্ৰীয়া উপাদান চিৰকালেই উপস্থিত আছিল আৰু এতিয়াও আছে।

বস্তুগত সংস্কৃতিক প্ৰভাৱিত কৰাৰ বাহিৰেও প্ৰাকৃতিক বাতাৱৰণে এটা জাতিৰ দৈহিক বৈশিষ্ট্য আৰু অৱয়ৱ নিৰূপণ কৰে, আৰু ভাৰতীয় লোকসকলৰ দৈহিক বৈশিষ্ট্যৰ পাৰ্থক্য যিমানেই চকুত পৰা নহওক, তেওঁলোকৰ মাজত কিছুমান সাধাৰণ বৈশিষ্ট্য আছে, যিবোৰে তেওঁলোকক আন জাতিবপৰা পৃথক কৰি দেখুৱায়। তেওঁলোকৰ দৈহিক অৱয়ৱৰ বিকাশত প্ৰাকৃতিক বাতাৱৰণৰ এই প্ৰত্যক্ষ প্ৰভাৱ অতি সুস্পষ্ট। কিন্তু তেওঁলোকৰ স্বভাৱ আৰু মানসিক প্ৰকৃতিত, তেওঁলোকৰ মানসিক, সামাজিক আৰু নৈতিক জীৱনত ইয়াৰ পৰোক্ষ প্ৰভাৱ ইমান স্পষ্ট নহয়। সেয়ে, ভৌগোলিক উপাদানে বিশেষকৈ দেশৰ জলবায়ুৱে কেনেকৈ ভাৰতীয়সকলক এক সাৰ্বজনীন দৃষ্টিভংগী আৰু মানসিক প্ৰকৃতি দিছে আৰু তেওঁলোকৰ চিন্তা আৰু কৰ্ম-প্ৰক্ৰিয়া গঢ় দিছে তাৰ বিজ্ঞানীয়া ব্যাখ্যা প্ৰয়োজন।

কেইশনমান আধুনিক ঔদ্যোগিক চহৰে সৃষ্টি কৰা ভাৰতবৰ্ষৰ খাপটো আপোনাৰ মনৰপৰা আঁতৰাই পেলাওক আৰু গ্ৰীষ্মকালৰ সোনাক তৰা খাতি বহল্যায় নীৰৱতাত নিমগ্ন হৈ থকা এক বিশাল ভূমিখণ্ডৰ কথা কল্পনা কৰক। দিনৰ কামৰ শেষত আপুনি শয্যাগ্ৰহণ কৰিছে; কিন্তু দিনত সামান্য তৌপানি ধৰা

সুৰৰ সমন্বয়ৰে ইংগিতক কৰ্ষণ কৰা উচিত, এই সত্যৰ প্ৰতি আমি সম্পূৰ্ণ সচেতন। একে সময়তে, এইটোও এটা স্বীকৃত সত্য যে ব্যক্তি বা জাতিৰ মৌলিক প্ৰকৃতিৰ সম্পূৰ্ণভাৱে পৰিবৰ্তন ঘটাব নোৱাৰি, ইয়াৰ নিজৰ স্বাভাৱিক সামৰ্থ্যৰ সীমাৰ ভিতৰতে ইয়াক মাত্ৰ সংস্কাৰ কৰিব পাৰি। সন্দেহ নাই যে প্ৰায়েই ভাৰতীয় মনটোক কল্পনাশ্ৰয়ী চিন্তাই এনেকৈ অধিকাৰ কৰি লৈছে যে ই কৰ্মৰ কৰ্মতাক শিথিলতীয়া কৰি পেলাইছে আৰু কিছুসংখ্যক ভাৰতীয় চিন্তাবিদে ইয়াৰ বিৰুদ্ধে বিদ্ৰোহ কৰিবলগীয়া হৈছে। সেইদৰে কেতিয়াবা ঐক্যৰ সন্ধান আৰু ইয়াৰ প্ৰতি আকৰ্ষণক এনে চৰম বিন্দুলৈ লৈ যোৱা হয় যে বাস্তৱিক পৃথিৱীৰ বহুদিশ-সম্বলিত ঘটনাৱলীৰ বাস্তৱতাকে অস্বীকাৰ কৰিব খোজা দেখা যায়। সেই ক্ষেত্ৰত ভাৰসাম্য ৰক্ষাৰ কাৰণে বাস্তৱৰ বিৰুদ্ধ বস্তুগত দিশৰ ওপৰত গুৰুত্ব দিব লগা হয়। কিন্তু সামগ্ৰিকভাৱে চিন্তাৰ প্ৰাধান্য আৰু বৈচিত্ৰ্যৰ মাজত ঐক্যৰ ধাৰণা ভাৰতীয় মনৰ মহামূল্যবান বৈশিষ্ট্য আৰু ভাৰতত বিকাশ লাভ কৰা সকলো সংস্কৃতিতে এইবোৰ প্ৰতিবিম্বিত হৈছে।

ভাৰতীয় মনৰ এইবোৰ বৈশিষ্ট্যই ভাৰতীয় লোকসকলৰ নৈতিক প্ৰমূল্যসমূহকো যথেষ্টভাৱে প্ৰভাৱান্বিত কৰিছে। বস্তুতঃ আমি ইতিমধ্যেই লক্ষ্য কৰিছো যে ইয়াৰ বিশেষ ধৰণৰ মৌলিক ধাৰাৰ কাৰণে ভাৰতীয় মনে পৰম বাস্তৱৰ অনুভৱক উচ্চতম মূল্য দিয়ে আৰু ব্যৱহাৰিক প্ৰমূল্যসমূহক নিম্নতৰ স্থান দিয়ে। একেদৰেই ঐক্যৰ ধাৰণাক জীৱনৰ মূলসূত্ৰ হিচাপে লোৱাৰ ফলত ভাৰতীয় মনে সংগ্ৰামতকৈ সমন্বয়ক নৈতিক শৃংখলাৰ ভেটি হিচাপে গ্ৰহণ কৰে। এই ক্ষেত্ৰত ভাৰতীয় মন আৰু আধুনিক পাশ্চাত্য মনৰ বৈপৰীত্য সুস্পষ্টভাৱে ওলাই পৰে। পাশ্চাত্য মনে মানুহ আৰু তাৰ বৰ্তমান পৰিৱেশৰ মাজত সংগ্ৰামৰ ওপৰত অত্যধিক নৈতিক গুৰুত্ব আৰোপ কৰে আৰু প্ৰকৃতিক জয় কৰাটো সাংস্কৃতিক প্ৰগতিৰ মাপ-কাঠি বুলি গণ্য কৰে। আনহাতে, ভাৰতীয় মনৰ বিকাশেই হৈছে উষ্ণ জলবায়ু, সমৃদ্ধ ভূমি, প্ৰচুৰ উৎপাদন আৰু সহজ যোগাযোগ ব্যৱস্থাৰে পৰিপুষ্ট এক পৰিৱেশৰ মাজত। প্ৰকৃতিৰ লগত ইয়াৰ স্বাভাৱিক সম্পৰ্ক সেয়ে সংগ্ৰামৰ নহয়, সমন্বয়ৰ। ইয়াৰ মৌলিক নৈতিক সচেতনতাই সেয়ে পৃথিৱীক মানুহে যুদ্ধ কৰি পৰাভূত কৰিবলগীয়া কু-শক্তিৰে পৰিপূৰ্ণ বুলি ধাৰণা নকৰে, বৰং এনে এখন ঠাই বুলি গণ্য কৰে য'ত ন্যায় আৰু সত্য বিধি সক্ৰিয় আৰু য'ত মানুহে নিজৰ জীৱনক খাপ খুৱাই ল'ব লাগিব। যদি বিবেচনাৰে সৈতে এই সমন্বয়ৰ অনুভূতিক জীৱনৰ উচ্চতম প্ৰমূল্যৰ গৌৰৱত উপযুক্তভাৱে পৰিচালনা কৰা হয়, তেন্তে ই এক

শক্তিসঞ্চাৰী আৰু ব্যৱহাৰিক আদৰ্শৰূপে পৰিগণিত হ'ব। অন্যথায় ই অদৃষ্টবাদ আৰু কৰ্মবিমুখতালৈ পৰ্য্যবসিত হোৱাৰ সম্ভাৱনা।

যি মনৰ ওপৰত গভীৰ চিন্তাই প্ৰভুত্ব কৰে, তেন মনত আবেগ আৰু কামনা বিশেষ শক্তিশালী নহ'ব বুলি আশা কৰা হয়। কিন্তু ভাৰতীয় মনৰ প্ৰকৃতিৰ ক্ষেত্ৰত ই সম্পূৰ্ণ তেনে নহয়, ই আবেগপ্ৰৱণ আৰু কল্পনাপ্ৰৱণ। আবেগিকতা আৰু ইন্দ্ৰিয়বিলাসিতা ভাৰতীয়ৰ মৌলিক বৈশিষ্ট্য, কিন্তু এই প্ৰৱণতাসমূহ চিন্তাদৰ্শী মনোভাৱৰ বিৰুদ্ধ বুলিয়েই ইবোৰক দমন কৰাৰ এটা প্ৰবল চেষ্টা সদায় লক্ষ্য কৰা যায়। মুক্ত বিহাৰ আৰু অৱদমনৰ, আত্ম সম্ভোগ আৰু আত্ম-নিগ্ৰহৰ এই জোৱাৰ ভাটা ভাৰতৰ সাংস্কৃতিক ইতিহাসত আমি নিৰন্তৰ দেখা পাওঁ আৰু জনসাধাৰণৰ জীৱনত যিবোৰ সময়ত আত্ম বঞ্চনে প্ৰাধান্য লাভ কৰিছে সেইবোৰেই দেশখনৰ নিকৃষ্টতম যুগ। অৱশ্যে, এনেবোৰ যুগৰ পিছে পিছে সদায়েই আহিছিল এক স্বাভাৱিক প্ৰতিক্ৰিয়া আৰু আত্ম নিগ্ৰহৰ কাল যি পুঞ্জীভূত কদৰ্য্যতা দূৰ কৰি আত্মাক শুদ্ধি কৰিছিল আৰু তাক পুনৰ স্বাভাৱিকতা দান কৰিছিল।

সাৰ্বত্ৰিকভাৱে আমি দেখোঁ যে দেশখনৰ বেছিভাগতে বতৰৰ পৰিবৰ্তনৰ ক্ষেত্ৰত এটা নিয়মানুবৰ্তিতা আৰু অনুগ্ৰতা আছে। বৰষুণৰ পৰিমাণ বিভিন্ন বছৰত যথেষ্ট পৃথক হ'ব পাৰে, তাৰ বাহিৰে জলবায়ু সুস্থিৰ। প্ৰতিটো ঋতু নিৰ্দিষ্ট সময়ত আৰম্ভ হয় আৰু তাৰ উগ্ৰতা নিৰ্ধাৰিত সীমাৰ ভিতৰতে হ্ৰাস-বৃদ্ধি হয়। প্ৰাকৃতিক প্ৰক্ৰিয়াৰ স্বাভাৱিক গতিত ব্যাঘাত ঘটোৱা ভয়াবহ প্ৰাকৃতিক দুৰ্য্যোগবোৰ কম। অগ্ন্যুৎপাত নহয় আৰু ভূমিকম্পও সামান্য আৰু পাতলীয়া। মধ্যমীয়া ধৰণৰ ধুমুহা বা বা-মাৰলিৰ বাহিৰে আন কোনো প্ৰচণ্ড ধৰণৰ প্ৰাকৃতিক দুৰ্য্যোগৰ অভিজ্ঞতা জনসাধাৰণৰ নাই। প্ৰাকৃতিক প্ৰক্ৰিয়াৰ এই সুদীৰ্ঘ, অব্যাহত আৰু নিয়মানুবৰ্ত্তী গতিয়ে ভাৰতীয় মনক কিদৰে প্ৰভাৱিত কৰিছে? সম্ভৱতঃ ইয়াৰ আটাইতকৈ গুৰুত্বপূৰ্ণ ফল হ'ল এই বোধ যে নৈতিক বিধিসমূহৰ ক্ৰিয়া ঠিক প্ৰাকৃতিক বিধিৰ দৰেই অব্যাহত আৰু নিয়মিত। আদিম অৱস্থাত মানুহে নৈতিক আৰু প্ৰাকৃতিক জগতৰ মাজত কোনো পাৰ্থক্য নাৰাখে। প্ৰকৃতিৰ পৰ্য্যবেক্ষণৰ ওপৰতে সম্পূৰ্ণভাৱে তাৰ নৈতিক ধাৰণাসমূহ ৰচিত হয়। সেয়ে আৰণ্যিকপৰাই ভাৰতীয় মনে দৃঢ়ভাৱে এই বিশ্বাস গ্ৰহণ কৰিছে যে প্ৰতিটো কামৰে নৈতিক ফলাফল ঋতুৰ গমনাগমনৰ দৰে অনিবাৰ্য্য আৰু সুনিৰ্ধাৰিত। কৰ্মফলৰ বিশ্বাস —যি অদৃষ্টবাদলৈ অধঃপতিত হোৱাৰ সম্ভাৱনা থাকে—প্ৰকৃত অৰ্থত ভাৰতীয় মনে

ধাৰণা কৰি লোৱা নৈতিক বিধি আৰু প্ৰাকৃতিক বিধিৰ ক্ৰিয়াৰ মাজত সংযোজক। ইয়াৰ মূলকথা হ'ল এইটোৱেই যে মানুহৰ কামৰ ফলাফল লাভ হয় বাস্তৱ পৃথিৱীত, এই ফলাফল কিছু পৰিমাণে বিধিয়ে নিয়ন্ত্ৰণ কৰে যাৰ ওপৰত মানুহৰ হাত নাই। স্পষ্টত তত্ত্ব হিচাপে ইয়াত আপত্তিজনক একো নাই। কিন্তু যিদৰে ভাৰতীয় মনত উপস্থিত থকা বৈৰাগ্যৰ উপাদানে অৱক্ষয়ৰ কালত নিষ্ক্ৰিয়তাৰ জন্ম দিব পাৰে, সেই দৰেই কৰ্মফলৰ প্ৰত্যয় অতি সহজে অদৃষ্টবাদলৈ পৰ্য্যবসিত হ'ব পাৰে।

পৃথিৱীৰ এই অংশত প্ৰাকৃতিক বিধিসমূহ যি নিৰন্তৰতা আৰু নিয়মানুবৰ্তিতাৰে সক্ৰিয়তাৰপৰা ভাৰতীয় মনৰ আন এটা বৈশিষ্ট্য উদ্ভৱ হৈছে, সি হ'ল এয়ে যে ভাৰতীয় মনত দেখা দিয়া চিন্তা আৰু কামৰ অভ্যাসৰ পৰিবৰ্তনসমূহ ধীৰ, আকস্মিক নহয়। আন কথাত, ইয়াৰ অস্তিত্বৰ বিধি বিৱৰ্তন, বিপ্লৱ নহয়। কিন্তু ইয়াৰ অৰ্থ এইটো নহয় যে ভাৰতীয় মন কোনো বিৰাট পৰিবৰ্তন গ্ৰহণ কৰিবলৈ অসমৰ্থ বা যে এনে পৰিবৰ্তনৰ বাবে ইয়াক সদায় দীৰ্ঘ সময়ৰ প্ৰয়োজন। আমি মাত্ৰ ক'ব খুজিছো যে পৰিবৰ্তনৰ প্ৰক্ৰিয়াটো প্ৰতি পদক্ষেপতে অনুভৱ কৰিব পাৰি আৰু ইয়াৰ বিভিন্ন স্তৰ পৰিষ্কাৰভাৱে নিৰ্দেশ কৰিব পাৰি। বিৱৰ্তন আৰু বিপ্লৱৰ মাজত প্ৰধান পাৰ্থক্য হ'ল, বিৱৰ্তনৰ ক্ষেত্ৰত আমি শিকলিডালৰ সকলো গাঁঠি বা আঙঠি দেখা পাওঁ, কিন্তু বিপ্লৱৰ ক্ষেত্ৰত কিছুমান আঙঠি ধৰিব পৰা নাযায় আৰু সেয়ে যেতিয়া শিকলিডাল সম্পূৰ্ণ হয়, তেতিয়া এক আকস্মিক আৰু তীব্ৰ মানসিক চমক অনুভূত নহয়। নতুন আদৰ্শ বা আন্দোলনৰ প্ৰতি ভাৰতীয় মনৰ প্ৰতিক্ৰিয়া সচেতন আৰু ধীৰ হোৱা কাৰণে ই এনে তীব্ৰ চমকৰপৰা ৰেহাই পাই আহিছে।

ইতিমধ্যে আমি দেখিছো কেনেকৈ দেশৰ উষ্ণ,—আৰু কিছু অংশত মধ্যমীয়াভাৱে তপ্ত,—জলবায়ু, ভূমিৰ উৰ্বৰতা আৰু পানীৰ প্ৰাচুৰ্য্যই ভাৰতবৰ্ষক কৃষি-উপযোগী কৰি তুলিছে। সেয়ে, ভূমিকৰ্ষণৰ বাবে আদিমতম সঁজুলিবোৰ আবিষ্কাৰ হোৱাৰ লগে লগেই কৃষি-কাৰ্য্য ইয়াত আৰম্ভ হৈছিল। অতি আদিতে কৃষি কাৰ্য্য গ্ৰহণ কৰা জাতিসমূহ নিয়মতঃ মাতৃপ্ৰধান আৰু পৰিয়াল আৰু সামাজিক জীৱনৰ প্ৰতি তেওঁলোকৰ আকৰ্ষণ গভীৰ আৰু প্ৰবল। যিবোৰ জাতি আদিতে প্ৰব্ৰজক চৰিত্ৰৰ আছিল তেওঁলোকতকৈ এই জাতিবোৰৰ ভিতৰত সাংস্কৃতিক বিকাশৰ বাবে প্ৰয়োজনীয় গঠনমুখী গুণসমূহ অধিক স্পষ্ট। তেওঁলোক অধিক শান্তিপ্ৰিয় আৰু ঘৰমুখী অন্তৰৰ। সেই কাৰণেই দেশৰ কোনো কোনো অংশত, উদাহৰণস্বৰূপে সিন্ধু উপত্যকাত, আৰ্য্যসকলৰ

অভ্যুদয়ৰ কেইহাজাৰো বছৰৰ আগতেই সংস্কৃতিৰ বিকাশৰ আদিম স্তৰবোৰ মাধ্যমিক স্তৰ পাইছিল। পিছলৈ বহুতো প্ৰব্ৰজক আৰু যোদ্ধা জাতি দেশখনলৈ আহে আৰু তেওঁলোকৰ সংমিশ্ৰণত জাতীয় মানসিক-প্ৰকৃতি যথেষ্ট পৰিমাণে পৰিবৰ্তিত হয়। কিন্তু পাৰিবাৰিক জীৱনৰ প্ৰতি গভীৰ অনুভূতি, শান্তিপ্ৰিয়তা আৰু কোমল স্নেহ আদি গুণ সদায়েই ভাৰতীয় চৰিত্ৰৰ গুৰুত্বপূৰ্ণ উপাদান হৈ আছে আৰু থাকিব।

দেশৰ উন্নয়ন আৰু ৰাজনৈতিক সৌধ নিৰ্মাণৰ ক্ষেত্ৰত কৃষি-জীৱন আৰু সাধাৰণ ভৌগোলিক অৱস্থাসমূহে ডাঙৰ ভূমিকা লৈছে। স্পষ্টতঃ কৃষিপ্ৰধান দেশত জনসংখ্যা কেইখনমান মহানগৰতে মাত্ৰ ঘনসন্নিবদ্ধ নহয়, বৰং গাঁওবিলাকতহে সিঁচৰতি হৈ থাকে। আনকি আজিও ভাৰতবৰ্ষত মহানগৰৰ সংখ্যা তুলনামূলকভাৱে কম আৰু জনসংখ্যাৰ শতকৰা আশীভাগ গাঁৱত বাস কৰে আৰু এই গাঁওবিলাকো অধিকাংশই বহু দূৰে দূৰে অৱস্থিত। প্ৰাচীন যুগৰ শেষত, ঐতিহাসিকসকলৰ মতে, দেশৰ জনসংখ্যা ১০০,০০০,০০০ তকৈ অধিক নাছিল, আৰু সেয়ে, জনসংখ্যা নিশ্চয় অধিক সিঁচৰতি হৈ আছিল আৰু গাঁওবিলাকে অধিকতৰ দূৰত্বত অৱস্থিত আছিল। এনে অৱস্থাত ৰাজনৈতিক বিকাশ বিকেন্দ্ৰীকৰণমুখী হয় আৰু সেয়ে প্ৰথম আৰ্য্যঔপনিবেশিক বৃত্তিসকলৰ আগমনলৈকে গাঁৱেই আছিল বুনিয়াদী ৰাজনৈতিক গোট আৰু ইয়াতেই গ্ৰাম্য সমাজৰ স্বাভাৱিক গণতন্ত্ৰ-প্ৰৱণতাই গাঁওসভা বা পঞ্চায়তৰ ৰূপত আত্মপ্ৰকাশ কৰিছিল। কিন্তু আন কিছুমানে পৰিস্থিতিৰ বাবে এই গণতন্ত্ৰ স্থানীয় পৰ্য্যায়তে আবদ্ধ হৈ ৰ'ল।

এতেকে সম্পূৰ্ণ বিকাশ লাভ কৰিব নোৱাৰিলেও গণতান্ত্ৰিক অনুষ্ঠানৰ ভ্ৰূণ এটি ভাৰতত চিৰকালেই আছিল। আন এটা উল্লেখযোগ্য কথা হ'ল যে যদিও সাধাৰণতে দেশখন বহু সৰু সৰু ৰাজ্যত বিভক্ত আছিল আৰু আনকি যেতিয়া কোনো সুবিস্তৃত সাম্ৰাজ্যও স্থাপিত হৈছিল, দেশখনে এখন শিথিল যুক্তৰাজ্য হিচাপেহে কাম কৰিছিল। ভাৰতীয় মনৰ বাবে ৰাজনৈতিক ঐক্যৰ আদৰ্শটোৰ আকৰ্ষণ ইমানেই বেছি আছিল যে কৌটিল্য, মনু, বিষ্ণু, যাজ্ঞবল্ক্য আৰু অন্যান্য ভিন্ন ভিন্ন মতপন্থী ৰাজনৈতিক চিন্তাবিদে আগবঢ়োৱা ৰাষ্ট্ৰৰ তত্ত্বসমূহত এটাই সাধাৰণ আদৰ্শ বিৰাজ কৰিছিল, সি হ'ল: আদৰ্শ শাসকে দেশৰ ভিতৰত থকা ৰাজ্যসমূহ জয় কৰি সকলোবোৰকে এক তন্ত্ৰৰ তলত আনা প্ৰয়োজন। একে সময়তে, বিজয়ী ৰজাই বিজিত ৰাজ্যৰ শাসনভাৰ ৰাজপৰিয়ালৰ কোনো সদস্যৰ হাতত দিয়া উচিত আৰু সেই ৰাজ্যৰ প্ৰাচীন সামাজিক ৰীতি-নীতি সংৰক্ষণ কৰা উচিত। এনেকৈয়ে ৰাজনৈতিক সংগঠনৰ বিন্যাসবোৰও আহি পৰিল যে

বৈচিত্ৰ্যৰ মাজত ঐক্যৰ একেই আদৰ্শই ভাৰতীয় মনটোক অধিকাৰ কৰি আছে।॥

ভাৰতীয় মন আৰু মানসিক প্ৰকৃতিৰ বিশেষ বৈশিষ্ট্য ইয়াৰ বিশেষ প্ৰাকৃতিক আৰু অৰ্থনৈতিক পৰিবেশে সৃষ্টি কৰিছে তাৰে সেইবোৰলৈকে ওপৰৰ উদাহৰণকেইটা দিয়া হৈছে। এইবোৰ স্থায়ী আৰু উমৈহতীয়া উপাদান হিচাপে ভাৰতত জন্ম হোৱা বা বাহিৰৰ পৰা আহি ভাৰতত বিকাশ লাভ কৰা সকলো সংস্কৃতিতে বিয়পি পৰে। এই উমৈহতীয়া বৈশিষ্ট্যবোৰৰ যোগফল হ'ল জাতীয় মন আৰু ব্যক্তি-জীৱনৰ লগতো ইয়াৰ সম্পৰ্ক একে। ইয়াৰ কৰ্ষণ কৰিব পাৰি, বিকাশ ঘটাব পাৰি; পৰিবৰ্তন সাধিব পাৰি, কিন্তু সম্পূৰ্ণৰূপে পৰিবৰ্তন কৰিব নোৱাৰি।

কিন্তু প্ৰাকৃতিক-সামাজিক পৰিৱেশৰ প্ৰভাৱ সংস্কৃতিৰ গঠনৰ উপাদানসমূহৰ ভিতৰত এটা উপাদানহে বাস্তৱ উপাদান। আনটো গুৰুত্বপূৰ্ণ উপাদান হ'ল আদৰ্শজাত, অৰ্থাৎ উচ্চতৰ প্ৰমূল্যবোধসমূহ উদ্ভৱ হোৱা আদৰ্শ, বিশ্বাস আৰু নীতিসমূহ। আমি দেখিছো যে এই পিছৰ বিধ উপাদান কোনো বিশেষ ঠাইত নৰয়, বৰং ই এখন দেশ বা এটা জাতিৰ পৰা আন আন দেশ বা জাতিলৈ গতি কৰিব পাৰে আৰু কৰে। আমি যদি পৃথিৱীৰ ইতিহাসলৈ চকু দিওঁ, তেন্তে কোনো ধৰ্ম বা দাৰ্শনিক পদ্ধতি বা কোনো ৰাজনৈতিক বা অৰ্থনৈতিক তত্ত্ব পৃথিৱীৰ এটা অংশত উদ্ভৱ হৈ সময়ৰ লগে লগে আন ঠাইলৈ বিয়পি পৰাৰ অজস্ৰ উদাহৰণ দেখা পায়। বিভিন্নধৰণৰ ভৌগোলিক পৰিবেশত অৱস্থান কৰা বিভিন্ন সংস্কৃতিয়ে নিজৰ বিশেষ প্ৰয়োজন আৰু পৰিবেশ অনুসৰি আংশিক বা পূৰ্ণভাৱে এইবোৰ গ্ৰহণ কৰিব পাৰে।

সেয়ে, যেতিয়া আমি ভাৰতীয় মনটোৰ আদৰ্শগত দিশটোৰ কথা বিবেচনা কৰোঁ, তেতিয়া আমি মনত ৰাখিব লাগিব যে প্ৰথমতঃ, যিবোৰ আদৰ্শই ভাৰতীয় মনটোক গঢ় দিছে সেই সকলোবোৰ এই দেশতে সৃষ্টি নহয়, তাৰ কিছুমান বাহিৰৰ পৰা আহিছে। দ্বিতীয়তঃ, এইবোৰ আদৰ্শই দেশখনৰ জনসাধাৰণৰ বিভিন্ন গোষ্ঠী আৰু শ্ৰেণীক বিভিন্ন মাত্ৰাত প্ৰভাৱিত কৰিছে। ফলস্বৰূপে আমি ভাৰতত বিভিন্ন ধৰ্ম আৰু সংস্কৃতি দেখা পাওঁ; কিন্তু এইবোৰ আদৰ্শৰ এটা বিশেষ অংশ উমৈহতীয়া মনটোৰ মাজত লীন হৈছে আৰু সিয়েই দেশৰ বিভিন্ন অংশৰ জনসাধাৰণৰ গঢ়ি সাধাৰণ পৰিচয়। ভাৰতবৰ্ষৰ সাংস্কৃতিক বুৰঞ্জী অধ্যয়ন কৰিলে দেখা পাওঁ যে যেতিয়াই কোনো নতুন বৌদ্ধিক আন্দোলন ইয়াত জন্ম হৈছে বা বাহিৰৰ পৰা ইয়ালৈ আহিছে, তেতিয়াই সাময়িকভাৱে পাৰ্থক্যসমূহ তীব্ৰতৰ হৈ পৰে। কিন্তু সোনকালেই ভাৰতীয় মনৰ বৈচিত্ৰ্যৰ মাজত

ঐক্য সন্ধানৰ প্ৰক্ৰিয়া আৰম্ভ হয় আৰু কিছুসময়ৰ পিছত বিপৰীত উপাদানসমূহৰ সমন্বয় ঘটি এক নতুন সংস্কৃতিৰ ভেটি নিৰ্মিত হয়। এক উমৈহতীয়া সংস্কৃতিৰ সাম্প্ৰতিক সমস্যাৰ বিষয়ে আলোচনা কৰিবলৈ হ'লে এই সমস্যা অতীতত বিভিন্ন সময়ত কিদৰে সমাধান কৰা হৈছিল তাক আমি জনা প্ৰয়োজন।

আমাদেশৰ দৰেই ভাৰতৰ সাংস্কৃতিক ইতিহাসক তিনিটা যুগত ভগাব পাৰি: প্ৰাচীন, মধ্য আৰু আধুনিক। কিন্তু এইটো মনত ৰখা প্ৰয়োজন যে ভাৰতীয় ইতিহাসৰ এই তিনিটা যুগ সময়ৰ হিচাপত য়ুৰোপৰ এই তিনিটা যুগৰ লগত নিমিলে। ভাৰতৰ প্ৰাচীন যুগ আৰম্ভ হয় খৃষ্টপূৰ্ব প্ৰায় 5000 বছৰত আৰু ই দশম শতিকাৰ শেষলৈকে চলে, মধ্যযুগ চলে অষ্টাদশ শতিকাৰ আৰম্ভলৈকে আৰু সেয়ে আধুনিক যুগ মাত্ৰ তিনি শতিকাহে পুৰণি।

প্ৰাচীন যুগৰ আৰম্ভণিৰ প্ৰায় এহেজাৰ বছৰমান পিছত পোনপ্ৰথমে ভাৰতত এক জাতীয় সংস্কৃতি প্ৰতিষ্ঠিত হয়। ই হ'ল প্ৰাক্-আৰ্য্য আৰু বৈদিক-আৰ্য্য সংস্কৃতিৰ পাৰস্পৰিক অন্তঃক্ৰিয়াৰ ফল হিচাপে সৃষ্টি হোৱা বৈদিক হিন্দু সংস্কৃতি। কিছুকালৰ পিছত এই সংস্কৃতিৰ কিছুমানে দিশৰ বিৰুদ্ধে প্ৰতিক্ৰিয়া হয় আৰু বৌদ্ধধৰ্মই এক নতুন জাতীয় সংস্কৃতিৰ ভেটি নিৰ্মাণ কৰে। যদিও বৌদ্ধধৰ্মই ভাৰতীয় মনৰ ওপৰত এক গভীৰ প্ৰভাৱ বিস্তাৰ কৰে, ইয়াৰ ওপৰত ৰচিত হোৱা সংস্কৃতি জাতীয় সংস্কৃতি হিচাপে বেছিকাল তিষ্ঠিব নোৱাৰিলে। ইয়াৰ অৱক্ষয়ৰ পিছতে এক নতুন হিন্দু সংস্কৃতিৰ উত্থান ঘটে, ইও আকৌ দেশৰ সাংস্কৃতিক জীৱনৰ বহু বৈপৰীত্য ভৰা ভাৱনাৰ সমন্বয়ৰ ফল। পূৰ্বৰ বৈদিক হিন্দু সংস্কৃতিৰপৰা পৃথক কৰিবলৈ ইয়াক পৌৰাণিক সংস্কৃতি বুলি ক'ব পৰা যায়। প্ৰাচীন যুগৰ শেষত, মুছলমানসকল অহাৰ বহু আগেয়ে, ভাৰতৰ সাংস্কৃতিক জীৱন আকৌ বিশৃংখল হৈ পৰে। কিন্তু দিল্লীত মুছলমান চুলতানসকলৰ ৰাজত্ব আৰম্ভ হোৱাৰ পিছত সংমিশ্ৰণ আৰু সংহতিৰ প্ৰক্ৰিয়া পুনৰ নতুনকৈ আৰম্ভ হয় আৰু মোগল যুগ আৰম্ভ হোৱাৰ সময়লৈ হিন্দু মুছলমান সংস্কৃতিৰ মহান সৌধ হিন্দুস্থানী সংস্কৃতি নিৰ্মিত হয়। এইবাৰ এটা নতুন আৰু তাৎপৰ্য্যপূৰ্ণ বৈসাদৃশ্যই দেখা দিলে। হিন্দুস্থানী সংস্কৃতি ধৰ্মৰ ওপৰত নহয়, ৰাজনৈতিক অৰ্থত একধৰণৰ অস্পষ্ট জাতীয় চেতনাৰ ওপৰত ভিত্তি কৰি গঢ়ি উঠিল।

এই গ্ৰন্থখনিত আৰ্য্যসকলৰ আগমনৰপৰা মোগলযুগৰ শেষলৈকে জাতীয় সংস্কৃতিৰ বিকাশৰ সকলো পৰ্য্যায়ৰে এটি চমু পৰ্য্যবেক্ষণ কৰিবলৈ আগবাঢ়িছো। তাৰ পিছত

মই আলোচনা কৰিম কেনেকৈ বৃটিছৰ অভ্যুদয়ৰ লগে লগে পাশ্চাত্য সংস্কৃতিৰ প্ৰাধান্যই জাতীয় সংস্কৃতিক পশ্চাৎভূমিলৈ ঠেলি দিলে আৰু কিয় ভাৰতীয় আৰু পাশ্চাত্য সংস্কৃতিৰ সংস্পৰ্শত এনে কোনো নতুন মিশ্ৰণ সৃষ্টি নহ'ল যি এক নতুন জাতীয় সংস্কৃতিৰ ভেটি তৈয়াৰ কৰিব পাৰিলেহেঁতেন। তাৰ পিছত মই সাম্প্ৰতিক ভাৰতৰ সাংস্কৃতিক আলোচনাসমূহৰ গতিধাৰাৰ বুজ ল'বলৈ চেষ্টা কৰিম আৰু পুনৰ্বাৰ এক সমৃদ্ধ, সংহতিপূৰ্ণ জাতীয় সংস্কৃতি সৃষ্টিৰ বাবে কোন দিশে এই আন্দোলনসমূহ পৰিচালিত কৰা উচিত তাক আলোচনা কৰিম।

# উৎস ঃ সিন্ধু উপত্যকাৰ সংস্কৃতি

( খৃ. পূ. 3250—খৃ. পূঃ 2000 )

কৃষি শতিকাৰ আৰম্ভণিলৈকে ঐতিহাসিকসকলৰ মাজত সাধাৰণ ধাৰণা আছিল যে ভাৰতত সংস্কৃতিৰ মাধ্যমিক পৰ্য্যায় আৰম্ভ হয় খৃ পূ প্ৰায় 1500 বছৰত, আৰ্য্যসকলৰ অভ্যুদয়ৰ পিছত, ইয়াৰ ফলত প্ৰাচীন সংস্কৃতিসমূহৰ ভিতৰত ভাৰতীয় সংস্কৃতিক সৰ্বকনিষ্ঠ বুলি গণ্য কৰা হৈছিল। কিন্তু এই শতিকাৰ প্ৰথম ভাগত, ভাৰতৰ পুৰাতত্ব বিভাগে পশ্চিম পঞ্জাবৰ হৰপ্পা আৰু সিন্ধু প্ৰদেশৰ মহেঞ্জোদাৰোত কৰা খনন কাৰ্য্যৰ ফলত এই চমৎকাৰ তথ্য আৱিষ্কৃত হ'ল যে তাতকৈও বহু আগেয়েই, ব্ৰ'ঞ্জ যুগতেই, সিন্ধু নদীৰ উপত্যকাত যথেষ্ট উন্নত এক নাগৰিক সভ্যতা বিৰাজ কৰিছিল। দেশৰ আন অংশত কৰা পৰৱৰ্ত্তী খনন কাৰ্য্যই এতিয়ালৈকে দেখুৱাইছে যে অঞ্চল হিচাপে এই সভ্যতা সমগ্ৰ পঞ্জাব, সিন্ধু, বেলুচিস্থান আৰু কাথিয়াৱাৰ এটা ডাঙৰ অংশকে ধৰি একালে পশ্চিম উত্তৰ প্ৰদেশলৈ আৰু আনকালে পশ্চিমৰ উপকূলীয় অঞ্চলেৰে দক্ষিণ ভাৰতৰ এটা অংশলৈকে বিস্তৃত আছিল। খৃ° পূ° প্ৰায় 3000 বছৰতে এই সংস্কৃতিয়ে উৎকৰ্ষৰ চৰম বিন্দু লাভ কৰিছিল বুলি ধাৰণা কৰা হৈছে। কিন্তু তাৰো অন্ততঃ দুশ পঞ্চাছ বছৰৰ আগতে এই সংস্কৃতি প্ৰতিষ্ঠিত হৈছিল আৰু নিশ্চয় খৃ° পূঃ প্ৰায় দুহেজাৰ বছৰলৈকে বৰ্ত্তি আছিল, তাৰ পিছত সম্ভৱতঃ পশ্চিমৰপৰা অহা বৰ্বৰ আক্ৰমণকাৰীৰ হাতত ই সম্পূৰ্ণৰূপে ধ্বংস হয়। সেয়ে ইলাম, চুমেৰীয়া, বেবিলনীয়া, প্ৰাচীন ইজিপ্ত আৰু প্ৰাচীন চীনৰ সংস্কৃতিৰ দৰে পৃথিৱীৰ প্ৰাচীনতম সংস্কৃতিসমূহৰ লগতে এই সংস্কৃতিক গণ্য কৰা উচিত। দক্ষিণ ভাৰতৰ দ্ৰাবিড়সকলৰ সিন্ধু উপত্যকাৰ সভ্যতাৰ লগত ঘনিষ্ঠ সম্পৰ্ক আছিল আৰু খৃ° পূঃ প্ৰায় দুহেজাৰ বছৰতে তেওঁলোকে এক উচ্চ পৰ্য্যায়ৰ সাংস্কৃতিক জীৱন আৰম্ভ কৰিছিল, আৰ্য্যসকলৰ অভ্যুদয়ৰ পূৰ্বে উত্তৰ ভাৰত যেতিয়া অন্ধকাৰত নিমজ্জিত আছিল, তেতিয়া তেওঁলোকেই কেইবা-শতিকাও ধৰি সভ্যতাৰ বৰ্ত্তিগছি প্ৰজ্জ্বলিত কৰি ৰাখিছিল। সেই কাৰণে আমি

ক'ব পাৰোঁ যে অন্ততঃ পাঁচ হেজাৰ বছৰৰ পূৰ্বে ইয়াৰ অধিবাসীসকলে কম-বেছি পৰিমাণে এক উন্নত সাংস্কৃতিক জীৱন অব্যাহত ৰাখিছিল। চীনক বাহিৰে আন কোনো জাতিৰে ক্ষেত্ৰত এনে অব্যাহতভাৱে দীৰ্ঘকালৰ ধাৰা সভ্যতাৰ উদাহৰণ নাই। চাৰ জন্ মাৰ্শালৰ মতে মহেঞ্জোদাৰো আৰু হৰপ্পাত পোৱা প্ৰাচীন নগৰৰ ভগ্নাৱশেষে দেখুৱাইছে যে এই নগৰবাসী লোকসকলৰ নাগৰিক জীৱনৰ মানদণ্ড প্ৰাচীন মেছোপটেমীয় আৰু ইজিপ্টীয়সকলৰ জীৱনৰ মানদণ্ডতকৈ উন্নত আৰু চুমেৰীয়সকলৰ মানদণ্ডৰ সমপৰ্য্যায়ৰ আছিল। এই নগৰবোৰৰ আছিল সুদৃঢ় আৰু নিয়মিত বহল পথ, জলনিষ্কাশনৰ নলা আৰু লেতেৰা পানীৰ নৰ্দমাৰ জটিল পৰিকল্পিত ব্যৱস্থাৰে সম্পূৰ্ণ। এই কথাই দেখুৱায় যে তেওঁলোকে কেৱল পথ-ঘাট নিৰ্মাণ বিষয়তে যথেষ্ট অগ্ৰগতি লাভ কৰা নাছিল, নগৰ-পৰিকল্পনাৰ বিষয়েও তেওঁলোকৰ কিছু ধাৰণা আছিল আৰু তাত পৌৰসভা বা লোকেল ব'ৰ্ডৰ দৰে কিছুমান নাগৰিক সংগঠন আছিল। মহেঞ্জোদাৰো আৰু হৰপ্পাৰ পুৰাতত্ত্ববিষয়ক আবিষ্কাৰৰ ভিতৰত মাটি, তাম আৰু ব্ৰ'ঞ্জৰে নিৰ্মিত আহিলা, অস্ত্ৰ আৰু বাচন আদি পোৱা গৈছে। কিছুমান মাটিৰ বস্তু ৰং কৰা। পোৰা মাটি আৰু ব্ৰ'ঞ্জৰে নিৰ্মিত মানুহ আৰু জন্তুৰ মূৰ্ত্তি প্ৰচুৰ পৰিমাণে পোৱা গৈছে। এই মূৰ্ত্তিবিলাকৰ ভিতৰত বিচিত্ৰ আকৃতিৰ শিৰস্ত্ৰাণ পিন্ধা এটা অৰ্ধনগ্ন নাৰীমূৰ্ত্তি বেছিকৈ পোৱা যায়। ই হ'ল তেওঁলোকৰ আৰাধ্য দেৱীমাতৃৰ মূৰ্ত্তি। কিন্তু সেই যুগৰ কলাৰ উত্তম নিদৰ্শন হ'ল ব্ৰাহ্মণী, ষাঁড়, হাতী, ম'হ, বাঘ আদিৰ ছবি অঁকা বা ৰেখাচিত্ৰ অঁকা মোহৰবোৰ। সোণ, আইভৰিৰ দৰে বহল মাটিৰ পাত্ৰ আৰু কাঠৰ মণিৰ অলংকাৰ, হাতী দাঁতৰ পাশাগুটি, চুলিৰ কাটা আদিয়ে সেই সময়ৰ শিল্প-উদ্যোগৰ প্ৰগতিৰ সাক্ষ্য দিয়ে। চাৰ জন্ মাৰ্শালৰ মতে বিশেষকৈ সোণ আৰু ৰূপৰ অলংকাৰবোৰ ইমান সুন্দৰভাৱে নিৰ্মিত হৈছিল আৰু ইমান সেই মসৃণ হৈছিল যে সেইবোৰ পাঁচ হেজাৰ বছৰৰ আগৰ এক প্ৰাগৈতিহাসিক অলংকাৰতকৈ আজিৰ বণ্ড ষ্ট্ৰীটৰ কোনো সোণাৰীৰ দোকানৰপৰা লোৱা অলংকাৰ যেনহে লাগে। কিন্তু আটাইতকৈ মন কৰিবলগীয়া কথা হ'ল যে সিন্ধু উপত্যকাৰ মানুহে কপাহৰ খেতি কৰিছিলে সিহঁতৰ উৎপাদিত কাপোৰ বোৱা উদ্যোগে গঢ়ি তুলিছিল, যিটো তাৰ বহু শতিকাৰ পিছতহে আন দেশত অজ্ঞাত আছিল। মেছোপটেমিয়া, পাৰশিয়া আৰু পশ্চিম এছিয়াৰ আন আন দেশত সিন্ধু-উপত্যকাৰ মোহৰৰ আবিষ্কাৰে ভাৰত আৰু এইবোৰ দেশৰ মাজত নিশ্চিতভাৱে এক বাণিজ্যিক আৰু সাংস্কৃতিক সম্পৰ্কৰ কথা সূচায়।

যিহেতু হৰপ্পা আৰু মহেঞ্জোদাৰোৰ মোহৰবোৰত অংকিত ৰেখাচিত্ৰবোৰৰ এতিয়াও অৰ্থোদ্ধাৰ কৰিব পৰা হোৱা নাই, সেয়ে সিন্ধু-উপত্যকাৰ প্ৰাচীন অধিবাসী সকলৰ মানসিক আৰু আধ্যাত্মিক জীৱনৰ বিষয়ে আমি অতি সামান্যহে জানিব পাৰিছো। প্ৰাপ্ত তথ্য-পাতিৰ ওপৰত নিৰ্ভৰ কৰি আমি মাত্ৰ ক'ব পাৰো যে তেওঁ লোকৰ ধৰ্মীয় বিশ্বাস আৰু আচৰণ কিছু পৰিমাণে হিন্দুধৰ্মত প্ৰতিফলিত হৈছে। মোহৰ বোৰত অংকিত চিত্ৰই প্ৰমাণ দিয়ে যে তেওঁলোকে শক্তি বা দেৱীমাতৃক পূজা কৰিছিল আৰু ছাগলী আৰু অন্যান্য জন্তু তেওঁৰ আগত বলি দিছিল। সন্দেহ নাই যে হিন্দুসকলে এই উভয় ৰীতি তেওঁলোকৰপৰা আহৰণ কৰিছে। কিছুমান মোহৰত শিৱৰ সৈতে সাদৃশ্য থকা এজন দেৱতাৰ প্ৰতিকৃতি পোৱা গৈছে। এনে এটা মোহৰত তেওঁক তিনিখন মুখ থকা আৰু শিং থকা শিৰস্ত্ৰাণ পিন্ধা ৰূপত দেখা গৈছে, পৰৱৰ্তীকালত হিন্দুসকলে এই শিৰস্ত্ৰাণৰ পৰিবৰ্তে ত্ৰিশূল ব্যৱহাৰ কৰে। নদী, জন্তু, গছ আৰু আঁহত গছৰ পূজাৰ উৎপত্তি এই যুগতে হয়। জন্তুবোৰৰ ভিতৰত ষাঁড়, ম'হ, বাঘ আৰু হাতীক সম্ভৱতঃ পৱিত্ৰ বুলি গণ্য কৰা হৈছিল। হিন্দু পৌৰাণিক কাহিনীসমূহত ষাঁড় হ'ল শিৱৰ বাহন। সূৰ্য্যৰ প্ৰতীক হিচাপে স্বস্তিকা আৰু চক্ৰৰ ব্যৱহাৰো সেই যুগৰপৰাই আৰম্ভ হৈছে। কোনো কোনো পণ্ডিতে ভাবে যে ঋগ্বেদৰ শিক্ষাৰ সৈতে অমিল যজুৰ আৰু অথৰ্ব বেদত দিয়া ভূত প্ৰেত আৰু যাদুৰ প্ৰতি গুৰুত্ব সিন্ধু-উপত্যকা সভ্যতাৰ পৰম্পৰাৰ প্ৰভাৱতে সম্ভৱ হৈছিল। এই সভ্যতাৰ উৎপত্তি আৰু নিৰ্মাতাসকলৰ সম্পৰ্কে মতৰ পাৰ্থক্য আছে। কিছুমানে তেওঁলোকক প্ৰব্ৰজনকাৰী আৰ্য্য বা চুমেৰীয় আৰু কিছুমানে তেওঁলোকক দ্ৰাবিড় বুলি ভাবে। কিন্তু বেছিভাগ পণ্ডিতেই একমত যে তেওঁলোক ভূমধ্যসাগৰৰ উপকূলীয় জাতিবোৰৰ লগত সংমিশ্ৰিত প্ৰাচীন অষ্ট্ৰিক জাতি। কিন্তু নাগৰিক সভ্যতাৰ পৰ্য্যায়লৈ অহাৰ আগতে তেওঁলোক বহু শতিকা ধৰি ভাৰতত বাস কৰিছিল যাৰ ফলত, চুমেৰীয় সংস্কৃতিৰ লগত কিছু মিল থকা সত্বেও, তেওঁলোকৰ সংস্কৃতি মূলতঃ ভাৰতীয় হৈ পৰিছিল। খুব সম্ভৱ, অধিকতৰ গৱেষণাৰ যোগেদি সিন্ধু-উপত্যকা সভ্যতাৰ সম্পূৰ্ণ চিত্ৰ এটি পৰিষ্কাৰ হৈ পৰিলে, আমি তাত পৰৱৰ্তীকালত প্ৰতিষ্ঠা হোৱা সাৰ্বজনীন ভাৰতীয় সংস্কৃতিৰ মৌলিক বৈশিষ্ট্যবোৰ দেখা পাম।

আনকি এতিয়াও এনে বিশ্বাসৰ সপক্ষে ৰবল যুক্তি আছে যে শেষ স্তৰত সিন্ধু-উপত্যকা সভ্যতা দ্ৰাবিড় সভ্যতাৰ সৈতে মিশ্ৰিত হৈ পৰিছিল আৰু পৰস্পৰে পৰস্পৰৰ দ্বাৰা গভীৰভাৱে প্ৰভাৱিত হৈছিল। পৰৱৰ্তী আলোচনাত আমি দেখা পাম যে

ভাৰতৰ জাতীয় সংস্কৃতিৰ প্ৰতি দ্ৰাবিড়সকলৰ এক গুৰুত্বপূৰ্ণ অৱদান আছে। সেয়ে, সাম্প্ৰতিক ভাৰতীয় সংস্কৃতিক গঢ় দিয়াত সিন্ধু-উপত্যকাৰ সভ্যতাৰ যদি কোনো প্ৰত্যক্ষ ভূমিকা নাছিল, তেন্তে দ্ৰাবিড় সভ্যতাৰ যোগেদি নিশ্চয় ইয়াক পৰোক্ষভাৱে প্ৰভাৱিত কৰিছিল।

# দুটা সুঁতি ঃ দ্ৰাবিড়ী সংস্কৃতি আৰু আৰ্য্যসকলৰ বৈদিক সংস্কৃতি

( খ্ৰঃ পূঃ 2000—খ্ৰঃ পূঃ 1000 )

খ্ৰঃ পূ° প্ৰায় 2000 বছৰত যেতিয়া উত্তৰ পশ্চিম ভাৰতত সিন্ধু-উপত্যকাৰ সভ্যতা বৰ্বৰ আক্ৰমণকাৰীসকলৰ ধ্বংস-যজ্ঞত বিধ্বস্ত হৈছিল, তেতিয়া দক্ষিণ ভাৰতত দ্ৰাবিড়ী তামিল সংস্কৃতিয়ে বিকাশৰ অতি উচ্চস্তৰ লাভ কৰিছিল। পুৰাতত্ত্বৰ আৱিষ্কাৰে সিন্ধু উপত্যকাৰ সংস্কৃতি আৰু তামিল সংস্কৃতিৰ মাজত বাণিজ্যিক আৰু সাংস্কৃতিক আদান প্ৰদানৰ দীৰ্ঘজীয়া কাল এটি নিৰ্দ্দেশ কৰে। দাক্ষিণাত্য আৰু দক্ষিণ ভাৰতৰ আন আন অংশত এনে ধৰণৰ চিতাভস্ম ৰখা পাত্ৰ আৰু আন মাটিৰ পাত্ৰ পোৱা গৈছে যিবোৰ মহেঞ্জোদাৰো আৰু হৰপ্পাত ব্যৱহৃত পাত্ৰবোৰৰ লৈতে অবিকল একে। সিন্ধু-উপত্যকাত কৰা খনন কাৰ্য্যত প্ৰচুৰ শংখ আৰু মুক্তা পোৱা গৈছে যিবোৰ নিশ্চয় দক্ষিণ ভাৰতৰ-পৰা আহিছিল। বেলুচিস্থানৰ কিছু অংশত প্ৰচলিত ব্ৰহী ভাষাত শতকৰা প্ৰায় পঞ্চাছ ভাগ দ্ৰাবিড়ী শব্দ থকাটোৱে প্ৰবলভাৱে সূচায় যে প্ৰাগৈতিহাসিক কালত সিন্ধু-উপত্যকা আৰু দক্ষিণ ভাৰতৰ মাজত ঘনিষ্ঠ সাংস্কৃতিক সম্পৰ্ক আছিল। স্পষ্টত. এইটো নিশ্চয় খ্ৰ পূ° প্ৰায় 2000 বছৰত সিন্ধু-উপত্যকাৰ সভ্যতা ধ্বংস পোৱাৰ আগতেই ঘটিছিল আৰু সেই সময়ত দ্ৰাবিড়ী সভ্যতাই নিশ্চয় চৰম বিকাশ লাভ কৰিছিল যাৰ ফলস্বৰূপে ই এক উন্নত নাগৰিক সভ্যতাৰ ওপৰত গভীৰ ভাবিক প্ৰভাৱ বিস্তাৰ কৰিব পাৰিছিল।

ঐতিহ্য অনুসৰি আদি তামিল অস্তিত্ব খ্ৰঃ পূঃ 2500 বছৰলৈকে পিছুৱাই নিব পাৰি আৰু খ্ৰঃ পূঃ 1000 বছৰৰো বহু আগতেই দক্ষিণ ভাৰতৰ পূৰণি মাজুৰা, কাপাডাপুৰম আৰু আধুনিক মাদুৰাইত তিনিখন "সংগম" বা উচ্চ বিদ্যালয় থকাৰ সুস্পষ্ট প্ৰমাণ আছে। প্ৰথম তামিল ব্যাকৰণ লেখক অগস্ত্য আছিল প্ৰথমখন "সংগম"ৰ

লেখতল'বলগীয়া সবস্ত। এটা কিংবদন্তী মতে, তেওঁ আছিল উত্তৰ ভাৰতবৰ্ষৰ দক্ষিণলৈ বৈদিক ধৰ্ম প্ৰচাৰ কৰিবলৈ অহা এজন আৰ্য্য প্ৰচাৰক। তেওঁৰ বাৰজন শিষ্যই ব্যাকৰণ, সাহিত্য, সংগীত, নৃত্য ইত্যাদিৰ ওপৰত এক বৃহৎ সংখ্যক গ্ৰন্থ ৰচনা কৰে। এই গ্ৰন্থবোৰৰ ভিতৰত খৃঃ পূঃ প্ৰায় 1000 বছৰত লেখা তলকাপ্পিয়াম্ নামৰ এখন গ্ৰন্থ এতিয়াও পোৱা যায়। এই গ্ৰন্থ তামিল ব্যাকৰণৰ ওপৰত লিখিত, কিন্তু ই প্ৰাচীন দ্ৰাবিড়সকলৰ সাংস্কৃতিক জীৱনৰ ওপৰত মূল্যবান আলোকপাত কৰিছে।

প্ৰাগৈতিহাসিক কালত, দ্ৰাবিড় সংস্কৃতিৰ আদিম আবাসভূমি দক্ষিণ ভাৰত সাম্প্ৰতিক দাক্ষিণাত্য উপদ্বীপৰ বহু দক্ষিণলৈকে বিস্তৃত আছিল। কালৰ গতিত, নিৰন্তৰ প্ৰবল ধুমুহাৰ ফলত ইয়াৰ বহু অংশ পানীৰ তলত ডুব যায়। এটা দ্ৰাবিড় সম্প্ৰদায় মাতৃ-প্ৰধান আছিল আৰু সাধাৰণতঃ সমস্ত দ্ৰাবিড় সমাজতে মাতৃক উচ্চ স্থান দিয়া হৈছিল। কোনো কঠোৰ সাম্প্ৰদায়িক ভেদ প্ৰথা নাছিল। কিন্তু পিছলৈ, কিছু জন্ম-সূত্ৰে আৰু কিছু পৰিমাণে বৃত্তিসূত্ৰে বিভিন্ন শ্ৰেণীৰ সৃষ্টি হ'ল। দেৱী-মাতৃৰ উপাসনাই আছিল অত্যধিক সুলভ ধৰ্মীয় উপাসনা ব্যৱস্থা। বিভিন্ন গছ, দৈত্য, প্ৰেত আৰু সাপ ( নাগৰাজ ) আদিৰো পূজা চলিছিল।

দ্ৰাবিড়সকলে সভ্যতাৰ এক উচ্চশিখৰ লাভ কৰিছিল। কৃষি আৰু প্ৰযুক্তি-বিদ্যাত তেওঁলোকে যথেষ্ট ব্যুৎপত্তি লাভ কৰিছিল। জলসিঞ্চনৰ কাৰণে নদীৰ ওপৰত বান্ধ দিছিল আৰু প্ৰাচীৰেৰে ঘেৰা নগৰ নিৰ্মাণ কৰিছিল। তেওঁলোকৰ উদ্যোগ, বিশেষকৈ কপাহী আৰু উলৰ কাপোৰৰ বয়ন, ৰং কৰণ, মূল্যবান পাথৰ খচিত সোণ আৰু ৰূপৰ অলংকাৰ নিৰ্মাণ আদি যথেষ্ট পৰিমাণে আগবঢ়া আছিল। পূব আৰু পশ্চিম এচিয়াৰ দেশসমূহৰ লগত স্থল আৰু জলপথেৰে বাণিজ্যৰ প্ৰচলন হৈছিল। খৃঃ পূঃ প্ৰায় 2000 বছৰত দক্ষিণ ভাৰত আৰু ইজিপ্তৰ মাজত সাংস্কৃতিক যোগাযোগৰ প্ৰমাণ আছে। দ্ৰাবিড়সকলৰ নিজস্ব লিপি, সংখ্যা আৰু দিনপঞ্জী আছিল। যি যুগত তেওঁলোকৰ তিনিখনকৈ উচ্চ বিদ্যালয় আছিল, সেই সময়ত পৃথিৱীৰ বাকী অংশত এনে বিদ্যালয় সম্পৰ্কে কোনো ধাৰণাই নাছিল, এই তথ্যকণবাই সাহিত্য আৰু বিজ্ঞানৰ ক্ষেত্ৰত তেওঁলোকে কৰা প্ৰগতিৰ বিচাৰ কৰিব পাৰি।

খৃঃ পূঃ প্ৰায় 1500 বছৰত দক্ষিণত যেতিয়া দ্ৰাবিড়ী সভ্যতাই উৎকৰ্ষ লাভ কৰিছিল, উত্তৰ-পশ্চিমত সিন্ধু-উপত্যকা সভ্যতাৰ ধ্বংসৰ পৰবৰ্তী অন্ধকাৰ যুগ শেষ হৈ আহিছিল আৰু প্ৰব্ৰজনকাৰী আৰ্য্যসকলে জীৱনী-শক্তিপূৰ্ণ এক সবল নতুন

সংস্কৃতিৰ ভেটি প্ৰতিষ্ঠা কৰিছিল। আৰ্য্যসকলৰ আদি আবাসভূমিৰ বিষয়ে যথেষ্ট মত-পাৰ্থক্য আছে। পূৰ্বতে ধাৰণা কৰা হৈছিল যে তেওঁলোক মধ্য এচিয়াৰ আদি-বাসী। কিন্তু এই ক্ষেত্ৰত হোৱা পৰবৰ্তী গৱেষণাৰ ফলস্বৰূপে কিছুমান পণ্ডিতে তেওঁলোকক স্কাণ্ডিনেভিয়াত আৰু আন কিছুমানে তেওঁলোকক ইউৰাল পৰ্বতৰ পূবে এচিয়াত পৰা কছদেশ ভাগত বাস কৰা লোক বুলি ধাৰণা কৰিছে। একমাত্ৰ নিশ্চিত-ভাবে ক'ব পৰা তথ্যটো হ'ল যে তেওঁলোকে উত্তৰ পশ্চিম দিশেদি ভাৰতত প্ৰৱেশ কৰিছিল। তেওঁলোকৰ দেৱতাসকলৰ প্ৰতি গিবোৰ স্তুতিগীত সেইবোৰ সম্ভৱ ভাৰতলৈ অহাৰ পিছতহে ৰচনা কৰা হৈছিল আৰু পিছত ঋগ্‌বেদত সন্নিবিষ্ট কৰিছিল। ঋগ্‌বেদ হিন্দুধৰ্মৰ এখন পবিত্ৰ গ্ৰন্থ মাত্ৰ নহয়, ই ভাৰতৰ ইতিহাসৰ আদিমতম দলিল। বহুতো ঐতিহাসিকে ভাবে যে ঋগ্‌বেদৰ স্তুতিসমূহ খৃঃ পূঃ 1500 বছৰৰপৰা খৃ. পূ 1000 বছৰৰ ভিতৰত ৰচিত হৈছিল। এই পাঁচশ বছৰ কালত আৰ্য্যসকলৰ ধৰ্মীয় আৰু সাংস্কৃতিক জীৱন ঋগ্‌বেদৰ দ্বাৰা গভীৰভাৱে প্ৰভাৱিত হৈছিল। আজিও সেই যুগ সম্পৰ্কে আমাৰ সকলো জ্ঞানৰ উৎস হ'ল ঋগ্‌বেদ আৰু সেয়ে ইয়াক আমি বৈদিক সংস্কৃতিৰ যুগ বুলি কওঁ।

এই সংস্কৃতিৰ কেন্দ্ৰ আছিল পূৰ্ব পঞ্জাবৰ যমুনা আৰু শতদ্ৰু নদীৰ মাজৰ ভূমিখণ্ড আৰু ক্ৰমশঃ ই পূব অভিমুখে যোৱাৰ অঞ্চল বা যমুনা আৰু গংগাৰ মাজৰ অঞ্চললৈ বিস্তৃত হৈ পৰিছিল। তেতিয়ালৈকে তেওঁলোকে দস্যু নাম দিয়া আদিবাসী জাতিবোৰক সম্পূৰ্ণভাৱে পৰাভূত কৰিব পৰা নাছিল আৰু তেওঁলোকৰ লগত অনবৰতে যুদ্ধত লিপ্ত হৈ আছিল। আৰ্য্যসকলে লৈ আহিছিল এক আদিম পৰিভ্ৰমী সংস্কৃতি। কিন্তু তেওঁলোকৰ ধৰ্মীয় আদৰ্শ আৰু আচৰণ, তেওঁলোকৰ যুদ্ধৰ কৌশল আৰু তেওঁলোকৰ কাব্যচৰ্চা যথেষ্ট পৰিমাণে উন্নত আছিল। ভাৰতত তেওঁলোকে কৃষক ৰূপে থিতাপি লাগি বাস কৰিবলৈ ল'লে আৰু তেওঁলোকৰ বিভিন্ন প্ৰজাতিয়ে নিজৰ নিজৰ ক্ষুদ্ৰ ৰাজ্য গঢ়ভাৱ প্ৰতিষ্ঠা কৰিলে।

ৰজাৰ অধীনত জনজাতীয় প্ৰধানসকলৰ দ্বাৰা গঠিত সভা আৰু সমিতি নামৰ প্ৰতিনিধিত্বমূলক অনুষ্ঠান দুটাই শাসনকাৰ্য্য চলাইছিল। ৰাজত্ব আছিল সাধাৰণতঃ বংশানুক্ৰমিক। ৰজাৰ প্ৰধান কৰ্তব্য আছিল যুদ্ধত সৈন্যবাহিনী পৰিচালনা কৰা। এই কামত তেওঁক প্ৰধান সেনাধ্যক্ষই সহায় কৰিছিল। ৰজাৰ পিছতে প্ৰাধান্য লাভ কৰিছিল প্ৰধান পুৰোহিতে; তেওঁ যাগ-যজ্ঞ আদি সম্পন্ন কৰিছিল আৰু [illegible]

দৈৱ ৰূপে মন্ত্ৰোচ্চাৰণৰ যোগেদি যোগ দিবানন্দ কৰিছিল।

আৰম্ভণিতে আৰ্য্যসমাজত দুটা শ্ৰেণী আছিল—ভাগুৱীয়া শ্ৰেণী আৰু সাধাৰণ মানুহ। কিন্তু তেতিয়া বংশানুক্ৰমিক জাতিভেদ প্ৰথা নাছিল। ভাৰতৰ শান্তিপূৰ্ণ পৰিবেশ আৰু সুস্থিৰ কৃষি জীৱনে আৰ্য্যসকলক শান্ত কৰি তোলাৰ পিছত যেতিয়া তেওঁলোকে আদিবাসীসকলৰ লগত যুদ্ধ-বিগ্ৰহ বন্ধ কৰি তেওঁলোকক নিজৰ সামাজিক ব্যৱস্থাৰ লগত অন্তৰ্নিহিত কৰিব খুজিলে, তেতিয়া জাতি গৌৰৱৰ বশ হৈ দস্যুৰ ৰক্ত আৰ্য্য-ৰক্তৰ লগতে মিশ্ৰিত হ'ব নোৱাৰাকৈ তেওঁলোকে সতৰ্কতা গ্ৰহণ কৰিলে। ফলত দস্যুসকলক শূদ্ৰ নামৰ এক পৃথক সম্প্ৰদায়ত ভাগ কৰি সমাজত নিম্নতম স্থান দিয়া হ'ল আৰু তেওঁলোকৰ লগত আৰ্য্যসকলৰ বিবাহ নিষিদ্ধ কৰা হ'ল। পৰবৰ্তী কালত সামাজিক পাৰ্থক্যবোৰ অধিক প্ৰকট আৰু কঠোৰ হৈ পৰিল। আৰ্য্যসকলৰ নিজৰ ভিতৰতে শাসক আৰু যোদ্ধা শ্ৰেণীৰ (ক্ষত্ৰিয়), পুৰোহিত শ্ৰেণী ( ব্ৰাহ্মণ ), কৃষক আৰু বেপাৰী শ্ৰেণী ( বৈশ্য ) আদি বেলেগ বেলেগ বংশানুক্ৰমিক জাতি ব্যৱস্থা গঢ়ি উঠিল আৰু তেওঁলোকৰ মাজতো পাৰস্পৰিক বিবাহ নিষিদ্ধ হ'ল। এই সামাজিক বিভাজনক ধৰ্মীয় স্বীকৃতি দিয়া হ'ল ঋগ্বেদৰ এটি শ্লোকৰ উল্লেখেৰে, য'ত পোৱা হৈছে যে ব্ৰাহ্মণসকলৰ উৎপত্তি হৈছে সৃষ্টিকৰ্তা ব্ৰহ্মাৰ মুখৰপৰা, ক্ষত্ৰিয়সকল তেওঁৰ বাহুৰপৰা, বৈশ্যসকল তেওঁৰ উৰুৰপৰা আৰু শূদ্ৰসকল তেওঁৰ ভৰিৰ তলুৱাৰপৰা।

সমাজৰ প্ৰাথমিক গোট হ'ল পৰিয়াল আৰু ই পিতৃ-প্ৰধান ব্যৱস্থাৰে শাসিত। অৰ্থাৎ ক'বলৈ গ'লে পিতৃৰপৰা পুত্ৰলৈ যোৱা উত্তৰাধিকাৰ ব্যৱস্থাত পিতৃকেই প্ৰধান পুৰুষ বুলি গণ্য কৰা হয়। মাতৃৰ প্ৰতি গভীৰ সন্মান প্ৰদৰ্শন কৰা হয় যদিও পৰিয়ালত তেওঁৰ স্থান পিতৃৰ তলত। নিয়ম অনুসৰি এক-বিবাহ প্ৰথাই সমাজত বহুলভাৱে প্ৰচলিত।

আৰ্য্যসকলে খেতি কৰিবলৈ লৈছিল; কিন্তু তেতিয়াও তেওঁলোকৰ অৰ্থনীতিত গো পালনৰ এক গুৰুত্বপূৰ্ণ স্থান আছিল আৰু কৃষিতকৈ ইয়াক উন্নতৰ জীৱিকা বুলি গণ্য কৰা হৈছিল। গো-জাতীয় জীৱৰ উচ্চ মূল্য আৰু ইয়াক মূল্যৰ জোখ আৰু বিনিময়ৰ মাধ্যম হিচাপে ব্যৱহাৰ কৰা হৈছিল। মানুহে সাধাৰণতে এইবোৰৰ মাংস খাইছিল। ভেড়া আৰু ছাগলীও পোহা হৈছিল আৰু ঘোঁৰাক যুদ্ধৰ ৰথ চলাবলৈ ব্যৱহাৰ কৰা হৈছিল। ৰথবোৰ কাঠেৰে বনা হৈছিল। কঁহৰ বাচন আৰু অস্ত্ৰ-শস্ত্ৰ নিৰ্মাণৰ কৌশলত যথেষ্ট অগ্ৰগতি লাভ কৰা হৈছিল। সূতাকটা, কাপোৰ বোৱা,

ৰং কৰা আৰু বাঢ়ে আৰু পোছাকীয় ব্যৱসায় সাধাৰণতে প্ৰচলিত আছিল।

সংগীত আৰু নৃত্যৰ প্ৰচলন আছিল, কিন্তু আটাইতকৈ জনপ্ৰিয় প্ৰমোদ ব্যৱস্থা আছিল জুৱাখেলা। মানুহে প্ৰচুৰ পৰিমাণে নিচাযুক্ত পানীয়, বিশেষভাৱে সোম-ৰস পান কৰিছিল আৰু সামবেদত পোৱামতে সোম-ৰসে ধৰ্মীয় তাৎপৰ্য্যও লাভ কৰিছিল।

যি যি নহওক, আৰ্য্যসকলে পাৰ্থিৱ সভ্যতাৰ কোনো তাৎপৰ্য্যপূৰ্ণ স্তৰ লাভ কৰিব পৰা নাছিল আৰু তেতিয়ালৈকে নগৰ নিৰ্মাণ কৰিবলৈ শিকা নাছিল। কিন্তু আদিম অধিবাসীসকলতকৈ তেওঁলোকৰ ধৰ্মীয় চেতনা উচ্চ স্তৰৰ আছিল। তেওঁলোকে মন্দিৰ নিৰ্মাণ কৰা নাছিল আৰু মূৰ্তি পূজাও নকৰিছিল। তেওঁলোকে বৰঞ্চ হোম জ্বলাই দেৱতাসকলৰ উদ্দেশ্যে চাউল, গাখীৰ, সোম-ৰস বা বলি হিচাপে জন্তু উৎসৰ্গা কৰি স্তোত্ৰ গাই ভক্তি নিবেদন কৰিছিল। তেওঁলোকৰ পূজা-অৰ্চনা পুৰোহিতসকলে পৰিচালনা কৰিছিল। ভাৰতলৈ অহাৰ আগতে তেওঁলোকৰ উপাস্য আছিল প্ৰাকৃতিক বস্তু বা ঘটনা। তেওঁলোকৰ প্ৰধান দেৱতাসকল আছিল ইন্দ্ৰ (বজ্ৰ), বৰুণ, মিত্ৰ, সূৰ্য্য, সবিত্ৰ, পুষাণ, বিষ্ণু, উষা, আদিতি বায়ু, অগ্নি। সোম পচুকো পবিত্ৰজ্ঞান কৰা হৈছিল, কিয়নো ইয়াৰ নিচাযুক্ত ৰসপানৰপৰা হোৱা উৎফুল্লতা-বোধ পৰম স্বৰ্গীয় আনন্দ বুলি ভবা হৈছিল।

ভাৰতলৈ অহাৰ পিছতো তেওঁলোকে এই দেৱতাসকলক পূজা কৰি থাকলৈ ধৰিলে, কিন্তু এই দেশৰ একৰাশী বাতাৱৰণৰ প্ৰভাৱত বৈচিত্ৰ্যময় প্ৰত্যয়ৰ মাজত তেওঁলোকে বাস্তৱৰ ঐক্য অনুধাৱন কৰিবলৈ ল'লে আৰু প্ৰকৃতিৰ দৃশ্যমান জগতৰ পিছফালে প্ৰকৃতিৰ ঈশ্বৰৰ উপস্থিতি অনুভৱ কৰিবলৈ ধৰিলে। ঋগবেদৰ নিম্নোক্ত সূক্তৰপৰা এই কথা বুজিব পৰা যায় :

সমগ্ৰ বিশ্ব আছিল যেতিয়া জলৰাশি ডুবি
জলৰ মাজত অগ্নি অকস্মাৎ উঠিল প্ৰকাশি
চমকতে দেখুৱাই সকলো দেৱৰ আত্মা পৰম এজন
যাৰ প্ৰতি ভক্তি যাচোঁ আমি সৰ্বজন।
সেইজনে নিজৰেই পৰম শক্তিৰে
শক্তিৰ কৰিলে সৃষ্টি বোধি জলৰাশি
তেওঁৰ প্ৰতি আমি যাচোঁ ভক্তি আৰু বলি।
আকাশ আৰু পৃথিৱী দুটি বিজনৰ

যিজন সৃষ্টিকৰ্তা মত্ত বিশাল সাগৰৰ
তেওঁৰ অভিশাপ যেন বৰ্ষিত নহওক আমাৰ প্ৰতি
তেওঁৰ প্ৰতি আমি যাচোঁ ভক্তি আৰু বলি।
সমগ্ৰ বিশ্বৰ প্ৰভু! তুমিয়েহে মাথো
সৃষ্টি কৰা সৃষ্টিময় সমগ্ৰ জগত
আমাক সম্পদ আৰু সুখ দিয়া
পূৰ্ণ কৰা আমাৰ প্ৰাৰ্থনা।

দক্ষিণ ভাৰতৰ দ্ৰাবিড় সংস্কৃতি আৰু উত্তৰ-পশ্চিম ভাৰতত আৰ্য্যসকলৰ বৈদিক সংস্কৃতি সেই সময়ৰ সংস্কৃতিৰ দুটা পৃথক সুঁতি। কিন্তু এই দুই সুঁতিৰ সংগমত ভাৰতৰ প্ৰথম জাতীয় সংস্কৃতিৰ জন্মৰ সময় ওচৰ চাপি আহিছিল।

# প্ৰথম সংগম ঃ বৈদিক হিন্দু সংস্কৃতি

( খ্ৰীঃ পূঃ 1000—খ্ৰী. পূঃ 600 )

পৰৱৰ্তী চাৰি শতিকাত সকল বৈদিক সংস্কৃতিয়ে বিকাশৰ উচ্চতৰ লাভ কৰিলে আৰু ইয়াৰ মাজতে ই যথেষ্টৰূপে পৰিবৰ্তিত হ'ল। মৌলিক পৰিবৰ্তন হ'ল এয়ে যে এহাতে ঋগ্‌বেদৰ পাতৰ মাজত ইতিমধ্যেই ক্ৰিকৃমিকাবলৈ আৰম্ভ কৰা ঐক্যৰ ধাৰণাক আৰ্য্যমনে এক দাৰ্শনিক গভীৰত্ব দান কৰিলে আৰু আনহাতে বেছিভাগ দ্ৰাবিড়সকলৰ পৰা গ্ৰহণ কৰা ভাৰতীয় ঐতিহ্য তেওঁলোকৰ ধৰ্মৰ অংগীভূত কৰিলে। এনেকৈয়ে এক নতুন উমৈহতীয়া ধৰ্মই বিকাশ লাভ কৰিলে যাক আমি বৈদিক হিন্দুধৰ্ম বুলি ক'ব পাৰো আৰু এই ধৰ্মই বৈদিক হিন্দু সংস্কৃতি নামে এক নতুন সংস্কৃতিৰ ভেটি ৰচনা কৰিলে। এই প্ৰায় চাৰিশ বছৰৰ বিষয়ে আমি বিথিনি জানিবলৈ সমৰ্থ হৈছো সেই সকলোখিনি আহিছে সামবেদ, যজুৰ্বেদ আৰু অথৰ্ববেদ নামে তিনিখন ধৰ্মীয় স্তোত্ৰৰ সংকলনৰপৰা আৰু তৎসম্পৰ্কীয় আন পুথিৰপৰা। চাৰিখন বেদ আৰু সেইবোৰৰ টীকা টিপ্পনিস্বৰূপ ব্ৰাহ্মণ আৰু ব্ৰাহ্মণবিলাকৰ পৰিশিষ্ট আৰণ্যক আৰু উপনিষদক বহুতেই হিন্দুসকলৰ ঈশ্বৰৰ শ্ৰীমুখ-নিসৃত বাণী বুলি গণ্য কৰে। ঐতিহাসিকসকলে বৈদিক সংস্কৃতি আৰু বৈদিক হিন্দু সংস্কৃতিৰ চোকা প্ৰস্তুত কৰাত এই গ্ৰন্থবিলাকেই তেওঁলোকক তথ্যৰ যোগান ধৰিছে।

ঐতিহ্য অনুসৰি, এই কালছোৱাৰ আৰম্ভতেই কুৰু আৰু পাঞ্চাল নামৰ দুটা ওচৰচুবুৰীয়া আৰ্য্যজাতিৰ মাজত মহাভাৰত নামে এখন বিৰাট যুদ্ধ লাগিছিল আৰু ইয়াত ভাৰতৰ সকলো ৰাজ্যৰ ৰজাই যোগদান কৰিছিল। বেদসমূহত এই যুদ্ধৰ পোনপটীয়া উল্লেখ নাই, কিন্তু খৃষ্ট পূৰ্ব 900 মান বছৰত এক ভয়ানক ধ্বংসলীলা সংঘটিত হোৱাৰ ইংগিত আছে, যাৰ পিছত আৰ্য্যসকলৰ ৰাজনৈতিক আৰু সাংস্কৃতিক কেন্দ্ৰ পূব-পঞ্জাৱৰপৰা গাংগেয় দোৱাব অঞ্চলত থকা কুৰুসকলৰ ৰাজধানী হস্তিনাপুৰলৈ স্থানান্তৰিত হয়। পিছলৈ আৰ্য্যসকলে ক্ৰমে পূবলৈ আৰু আগবাঢ়ি আহিল আৰু কোশল

(অযোধ্যা), কাশী (বাৰাণসী) আৰু বৎস (এলাহাবাদৰ ওচৰত) আৰু বিহাৰত বিদেহ আৰু মগধ ৰাজ্য স্থাপন কৰিলে। একে সময়তে তেওঁলোক দক্ষিণৰ অভিমুখেও আগবাঢ়িল। অযোধ্যাৰ ৰজাৰ পুত্ৰ শ্ৰীৰামচন্দ্ৰক নায়কৰূপে লৈ ৰচিত ৰামায়ণৰ কাহিনীত দ্ৰাবিড়সকলৰ সহায়ত আৰ্য্যসকলে লংকাৰ (সিংহল) ৰজাৰ বিৰুদ্ধে কৰা যুদ্ধৰ বৰ্ণনা আছে, এই গ্ৰন্থৰ শেষ অধ্যায়ত উল্লেখ কৰা মতে। কাহিনীয়ে দেখুৱায় যে প্ৰায় সেইসময়তে আৰ্য্য-প্ৰচাৰকসকলে দ্ৰাবিড়সকলৰ মাজত তেওঁলোকৰ ধৰ্ম প্ৰচাৰ কৰিবলৈ আৰম্ভ কৰিছিল।

সম্প্ৰতি আগবঢ়োৱা এটা মতমতে ৰামায়ণ মহাভাৰতটকৈ বহুকাল আগেয়ে ৰচিত হৈছিল, আৰু আন এটা মতমতে, ৰামায়ণৰ কাহিনীয়ে আৰ্য্য আৰু দ্ৰাবিড়সকলৰ মাজত লগা যুদ্ধৰ উল্লেখ কৰা নাই বৰং দুখন আৰ্য্য ৰাজ্যৰ মাজত লগা যুদ্ধৰ উল্লেখহে কৰিছে, তাৰে এখন—কাব্যখনিত লংকা বুলি নাম দিয়াখন—আমি এতিয়া সিংহল বা শ্ৰীলংকা বুলি জনাখন নহয়, বৰং মধ্যপ্ৰদেশত অৱস্থিত এখন ঠাইহে। এই দুয়োটা তত্বই বিতৰ্কৰ বিষয় হৈ পৰিছে আৰু এতিয়ালৈকে সাৰ্বজনীনৰূপে গৃহীত হোৱা নাই।

আমি আগতে কৈ অহামতেই, এই কালছোৱাত ৰাজনৈতিক আৰু অৰ্থনৈতিক সংগঠন আৰু বস্তুগত সভ্যতাৰ ক্ষেত্ৰত প্ৰচুৰ উন্নতি সংঘটিত হৈছিল। আগৰ আদিম জনজাতীয় গণতন্ত্ৰৰ ঠাই এতিয়া ল'লে এক সংগঠিত ৰাজতন্ত্ৰই। ৰজা আছিল সাৰ্বভৌম অধিকাৰী, কিন্তু তেওঁ স্বেচ্ছাচাৰী শাসক নাছিল। প্ৰথা, প্ৰাচীন ঐতিহ্য আৰু জনমতৰ দ্বাৰা তেওঁ সততে পৰিচালিত হৈছিল। ৰজাৰ স্থায়ী ৰাজধানীত নগৰ গঢ়ি উঠিছিল আৰু ৰাজনৈতিক ভাৰকেন্দ্ৰ গাঁৱৰপৰা নগৰ অঞ্চললৈ স্থানান্তৰিত হৈছিল। সভা আৰু সমিতি'বোৰৰ আগৰ গুৰুত্ব হেৰাই গৈছিল। ৰাজসভাৰ চাৰিওফালে ভা-ভাওৰীয়াৰ গোষ্ঠী গঢ়ি উঠিছিল আৰু তেওঁলোকে অধিকতৰ লোভনীয় প্ৰশাসনীয় পদবীসমূহ অধিকাৰ কৰি লৈছিল। ৰাজ-অভিষেকৰ ধৰ্মীয় অনুষ্ঠান আৰু আন আন উৎসৱ আৰু বিধি-বিধান ব্যৱস্থা আৰম্ভ হৈছিল। এইবিলাকৰ ভিতৰত আটাইতকৈ বিখ্যাত আছিল অশ্বমেধ বা ঘোঁৰা বলিদান অনুষ্ঠান। দেশৰ এক ডাঙৰ অংশৰ শাসকসকলে বিজয় ৰজাক তেওঁ-লোকৰ অধিপতি বুলি স্বীকাৰ কৰি লৈছিল তেওঁহে অশ্বমেধ অনুষ্ঠিত কৰিব পাৰিছিল। একচ্ছত্ৰী সম্ৰাট হ'বলৈ ইচ্ছা কৰি কোনো ৰজাই দেৱতাসকলৰ উদ্দেশ্যে উৎসৰ্গিত ঘোঁৰা এটাক দেশত ঘূৰি ফুৰিবলৈ এৰি দিছিল। ঘোঁৰাটোৰ পিছে পিছে ৰজাৰ সৈন্যবাহিনী গৈছিল। বিদেশৰ শাসকৰ অধীনস্থ অঞ্চলৰ মাজেৰি ঘোঁৰাটো গৈছিল তেওঁলোকে বশ

ৰজাজনৰ প্ৰতি বশ্যতা স্বীকাৰ কৰিব লাগিছিল, নহয় ঘোঁৰাটো ধৰিবৰ বাবে ৰজাৰ সৈন্য-বাহিনীৰ লগত যুদ্ধ কৰিব লগা হৈছিল। এবছৰৰ ভিতৰত ঘোঁৰাটো যদি কোনেও ধৰিব নোৱাৰে তেনেহ'লে ইয়াক ৰাজধানীলৈ ঘূৰাই আনি এক মহাসমাৰোহপূৰ্ণ উৎসৱত বলি দিয়া হৈছিল।

পাৰ্থিৱ জীৱনৰ দিশত আৰ্য্যসকলে ইতিমধ্যেই টিন, আৰু সীহৰ ব্যৱহাৰ শিকিছিল আৰু এই যুগৰ শেষলৈ লোহাৰ দৰে আটাইতকৈ প্ৰয়োজনীয় ধাতুও ব্যৱহাৰ কৰিছিল। তেওঁলোকে হাতীক পোহ মনাই বাহন হিচাপে আৰু বস্তু কঢ়িওৱা কামত ব্যৱহাৰ কৰিছিল। কৃষিৰ যথেষ্ট উন্নতি হৈছিল। পথাৰবোৰত বিভিন্ন ধৰণে সাৰ প্ৰয়োগ আৰু জলসিঞ্চনৰ ব্যৱস্থা কৰা হৈছিল। বহুতো বিদ্যা—স্বৰ্ণকাৰ, বস্ত্ৰকাৰ, কঁহাৰ, কমাৰ, কুমাৰ বাঢ়ৈ, পাচী সজা, জৰী-বটা, তাঁত-বোৱা, ৰং কৰা আদি বৃত্তি হিচাপে বিকাশ লাভ কৰিছিল। বটীৰ ওপৰেদি খোজ কঢ়া, যাদুবিদ্যা দেখুওৱা, ভাগ্য-ৰেখা পঢ়া, বাঁহী বজোৱা আৰু নাচ দেখুওৱা লোকেও জীৱিকা উপাৰ্জন কৰিব পাৰিছিল। দেশৰ ভিতৰতে কেৱল নহয়, মেচোপটেমিয়াৰ লৈতেও বাণিজ্যৰ বিস্তাৰ ঘটিছিল। সিন্ধু-উপত্যকা সভ্যতাৰ পতনৰ লগে লগে এনে বাণিজ্য ব্যাহত হৈছিল যদিও এতিয়া তাৰ পুনৰ প্ৰচলন হ'ল। কিন্তু অতি লক্ষণীয় কথা হ'ল এয়ে যে ইমান অৰ্থনৈতিক প্ৰগতি হৈছিল যদিও বৈদিক সাহিত্যত ধাতু মুদ্ৰাৰ কোনো উল্লেখ নাই।

উপনিষদত দেখা যোৱা মতেই এই যুগত যৎপৰম প্ৰগতি হৈছিল ধৰ্ম আৰু দৰ্শনক কেন্দ্ৰ কৰি। বৈদিক সাহিত্য আছিল ব্ৰাহ্মণসকলৰ দখলত, তেওঁলোকৰ স্মৃতিশক্তিৰ এনে উৎকৰ্ষ সাধন কৰিছিল যে সমগ্ৰ বৈদিক সাহিত্য কণ্ঠস্থ কৰি মুখে মুখে উত্তৰোত্তৰ পুৰুষৰ মাজত তাৰ প্ৰচলন ঘটাইছিল। লেখন শৈলীৰ প্ৰচলন আছিল বুলি কোনো সাক্ষ্য পোৱা নাযায়। কিন্তু যুক্তিসংগতভাৱে ধৰি ল'ব পৰা যায় যে মেচোপটেমিয়াৰ লৈতে বাণিজ্যিক সম্পৰ্ক পুনৰ গঢ়ি উঠাৰ পিছত কিছুমান লিপি এইদেশলৈ আহিছিল আৰু এই লিপিবোৰকে ভাৰতীয় ধ্বনিব্যঞ্জনাৰ উপযোগী কৰি সলনি কৰি মৌৰ্য্য যুগৰ সময়ত ব্ৰাহ্মী অক্ষৰমালা ৰূপে বিকশিত কৰা হৈছিল।

আগেয়ে উল্লেখ কৰা দৰে, এই যুগত ধৰ্মই দুটা দিশত বিকাশ লাভ কৰিছিল। এটা আছিল শাৰীৰিক কল্যাণ আৰু আত্মিক মুক্তি লাভ কৰিবলৈ উচ্চতৰ শক্তিসমূহৰ অৰ্জনৰ প্ৰতি ভাৰতীয় মনৰ দুৰ্বলতাক সন্তুষ্ট কৰিব পৰা ধৰ্মীয় অনুষ্ঠান আৰু ভক্তিৰ পথ। আনটো আছিল ভাৰতীয় মনৰ ধ্যান আৰু সত্যৰ উপলব্ধিৰ প্ৰতি থকা গভীৰ

আকৰ্ষণক সন্তুষ্ট কৰা বৈৰাগ্য আৰু তপস্যাৰ পথ।

প্ৰথমোক্ত পথটো আৰ্য্যসকলে অনুসৰণ কৰিছিল সাধাৰণ বলি-বিধান আৰু প্ৰাৰ্থনাৰ মাজেদি। আনহাতে, অনাৰ্য্যসকলে দেৱতাসকলৰ প্ৰতি পূজা-অৰ্চনাত অত্যধিক গুৰুত্ব দিছিল। এই দুই ৰীতিকে এতিয়া একেলগ কৰি পূজা আৰু বলি-বিধানৰ এক বিস্তাৰিত ব্যৱস্থা সৃষ্টি কৰা হ'ল। জনসাধাৰণৰ জীৱনত ধৰ্মীয় আচাৰ-অনুষ্ঠান আৰু প্ৰাৰ্থনাই বিশেষ গুৰুত্ব লাভ কৰিলে। ব্ৰাহ্মণ আৰু আৰণ্যক নামে জনাজাত। বেদৰ টীকাসমূহ মূলতঃ এই অনুষ্ঠানবোৰৰ সম্পূৰ্ণ বিধি-ব্যৱহাৰে। ব্ৰাহ্মণত ধৰ্মীয় বলি বিধানৰ বিতং ব্যৱস্থা দিয়া আছে আৰু আৰণ্যকত তাৰ দাৰ্শনিক তাৎপৰ্য্য ব্যাখ্যা কৰা হৈছে। অনাৰ্য্য প্ৰভাৱৰ আন এটা ফল হ'ল যে আগৰ আৰ্য্যদেৱতাসমূহে তেওঁলোকৰ গুৰুত্ব হেৰুৱালে আৰু আৰ্য্য-অনাৰ্য্যমূলৰ মিশ্ৰিত নতুন দেৱতাসকল ভক্তি-উপাসনাৰ কেন্দ্ৰ হৈ পৰিল। এই দেৱতাসকলৰ ভিতৰত আটাইতকৈ চকুত পৰা দুজন হ'ল মহাদেৱ আৰু বিষ্ণু। আৰ্য্য দেৱতা ৰুদ্ৰ, সিন্ধু-উপত্যকাৰ দেৱতা শিৱ আৰু দক্ষিণ ভাৰতীয় দেৱতা পশুপতিৰ চৰিত্ৰগত বৈশিষ্ট্যৰ সমন্বয়েই মহাদেৱ যেন লাগে। বিষ্ণু নামটো এজন আৰ্য্য সূৰ্য্য দেৱতাৰপৰা ধাৰ কৰা, কিন্তু বিশ্বব্ৰহ্মাণ্ডৰ সৃষ্টিকৰ্তা আৰু ৰক্ষাকৰ্তা ৰূপে তেওঁৰ ধাৰণাটো সম্পূৰ্ণ ভাৰতীয়। আন সৰু-সুৰা দেৱতাৰ ভিতৰত দ্ৰাবিড়ী নাগৰাজ আৰু আন কিছুমান দেৱতাক ভাৰতীয় দেৱ-দেৱীসকলৰ ভিতৰত সুমুৱা হৈছিল। ধ্যানৰ বাবে বিশেষ উপযোগী বিচিত্ৰ ভাৰতীয় পৰিৱেশত আৰ্য্যসকলে গ্ৰহণ কৰা দ্বিতীয়টো পথ আছিল সম্পূৰ্ণ নতুন। ঋক্‌বেদৰ ধৰ্ম যদিও প্ৰাকৃতিক সংঘটনৰ উপাসনাতে সীমাবদ্ধ নাছিল, তথাপি পূৰ্ববৰ্তী যুগৰ শেষৰফালে প্ৰকৃতিৰ বাহ্যৰূপত ধৰা দিয়া প্ৰকৃতিৰ স্ৰষ্টা এজন ঈশ্বৰৰ প্ৰতিফলন এই ধৰ্মৰ মাজত উপলব্ধ হৈছিল। কিন্তু এতিয়া ঋগ্‌বেদত জগত, ঈশ্বৰ আৰু মানুহ সম্পৰ্কে থোৱা অস্পষ্ট ইংগিতৰ ওপৰত ভিত্তি কৰি বৈদিক হিন্দু যুগৰ দ্ৰষ্টাসকলে একবাদী ধৰ্মীয় দৰ্শনৰ এক বিশাল সৌধ নিৰ্মাণ কৰিলে। ঈশ্বৰৰ ঐক্যই হ'ল উপনিষদৰ মূল বিশ্বাস। কিন্তু তেওঁলোকৰ ধাৰণাত ঈশ্বৰ এক বিশ্বব্যাপী সত্তা। তেওঁলোকে বহু দেৱ-দেৱীৰ প্ৰতি বিশ্বাস আৰু বলি-বিধানৰ নিজস্ব ঐক্যবাদী ব্যাখ্যা দিবলৈ চেষ্টা কৰিছিল। দেৱতাসকলক তেওঁলোকে এক দিব্য-সত্তাৰ বিভিন্ন গুণসমূহৰ প্ৰকাশ বুলি গণ্য কৰিছিল আৰু বলি-বিধানক ভাবিছিল ত্যাগ আৰু আত্ম-নিগ্ৰহৰ প্ৰতীক বুলি, যাৰ অবিহনে আধ্যাত্মিক উন্নতি সম্ভৱ নহয়।

তিনি হেজাৰ বছৰৰ আগতে ভাৰতীয় মনে পৃথিৱীৰ আগত উপস্থাপন কৰা এয়ে আছিল একবাদৰ প্ৰথম ধাৰণা। তেতিয়াৰপৰা হেগেলৰ সময়লৈকে দাৰ্শনিক আৰু ধৰ্মীয় চিন্তা-চৰ্চাই এই বিষয়ৰ ওপৰত অজস্ৰ চুলি ছিঙা বিশ্লেষণ আগবঢ়াইছে। কিন্তু পৰৱৰ্তী বিশ্লেষণসমূহৰ কোনোটোৱেই উপনিষদৰ বিশ্লেষণৰ দৰে ইমান সবল, পৰিষ্কাৰ আৰু বিশ্বাসপ্ৰদ নহয়। সেইকাৰণেই সচেতন বা অৱচেতনভাৱে একবাদী ধাৰণাই ভাৰতীয়সকলৰ বুদ্ধি আৰু আৱেগৰ ওপৰত প্ৰভুত্ব কৰিছিল আৰু তেওঁলোকৰ কৰ্ম আৰু চিন্তাক গভীৰভাৱে প্ৰভাৱিত কৰিছিল।

মানৱ মনত নৈতিক আৰু ধৰ্মীয় চেতনা জাগ্ৰত হোৱাৰ লগে লগে যি দুটা মৌলিক প্ৰশ্নৰ উদয় হয় উপনিষদত তাৰ আলোচনা কৰা হৈছে। মোৰ অন্তৰত বা বাহিৰত দেখা বা অনুভৱ কৰা এই পৰিৱৰ্তনশীল পৃথিৱীৰ বাহ্যিকৰূপটোৰ পিছফালে থকা সনাতন বাস্তৱ কি? মোৰ জীৱনৰ প্ৰকৃত উদ্দেশ্য কি, কাৰ দ্বাৰা মই মোৰ চাল চলনত চূড়ান্ত নিৰ্ণয় কৰা উচিত? ঋগ্বেদৰ সৱল, চুম্বক প্ৰথাত প্ৰথম প্ৰশ্নটোৰ উত্তৰ হ'ল, মানুহৰ অন্তৰত তেওঁৰ প্ৰকৃত সত্তা ( আত্মা ) আৰু বাহিৰত বিশ্বজনীন সত্তাই ( ব্ৰহ্ম ) সনাতন বাস্তৱ। আত্মা আৰু ব্ৰহ্মৰ যুক্তিসম্মত গ্ৰহণ প্ৰশস্ত কৰি তুলিবলৈ উপনিষদত এইবোৰৰ আলোচনা কৰা হৈছে।

ছান্দোগ্য উপনিষদত ইন্দ্ৰৰ প্ৰশ্নৰ উত্তৰ দি প্ৰজাপতিয়ে কি কি বৈশিষ্ট্যৰ দ্বাৰাই প্ৰকৃত সত্তা বা আত্মাক চিনিব পাৰি তাক আঙুলিয়াই দিছে : "যি সত্তা পাপ, জৰা, মৃত্যু, কষ্ট, ক্ষুধা আৰু তৃষ্ণাৰপৰা মুক্ত, যি সত্তাই উচিত চিন্তা মাত্ৰ কৰে আৰু উচিত আকাংক্ষা মাত্ৰ কৰে, সেই সত্তাক আমি জানিবলৈ চেষ্টা কৰিব লাগিব। প্ৰজাপতিয়ে ইন্দ্ৰৰ বুদ্ধিমত্তা পৰীক্ষা কৰিবলৈ আত্মাক প্ৰথমে দেহৰূপে, তাৰ পিছত স্বপ্নাবিষ্ট অৱস্থাৰ সচেতনতা ৰূপে আৰু অৱশেষত স্বপ্নবিহীন নিদ্ৰাভিভূত অৱস্থাৰ অচেতনতা ৰূপে ব্যাখ্যা কৰিলে। কিন্তু ইন্দ্ৰই এইবোৰ উত্তৰ গ্ৰহণ নকৰিলে। দেহ স্পষ্টতঃ পৰিৱৰ্তন হয়, ক্ষয় হয় আৰু ওপৰত উল্লেখ কৰা আত্মাৰ কোনোটো গুণেই দেহৰ নাই। স্বপ্নাৱস্থাৰ সচেতনতা মূলতঃ বিদ্যমান পৰিৱৰ্তন ধৰ্মী অৱস্থাৰ অনুক্ৰম আৰু সেয়ে প্ৰকৃত সত্তা হ'ব নোৱাৰে। আনহাতে, স্বপ্নবিহীন নিদ্ৰাৰ অচেতন অৱস্থাত আত্মাৰ নেতিবাচক গুণসমূহ পোৱা গ'লেও ইতিবাচক গুণসমূহ ইয়াত অনুপস্থিত। সেই কাৰণে প্ৰজাপতিয়ে ইন্দ্ৰক ক্ৰমে ক্ৰমে অনুভৱ কৰোৱালে যে আত্মাক এক ব্যক্তিগত একক সত্তা হিচাপে ধাৰণা কৰাটো সম্ভৱ নহয়। আত্মা প্ৰকৃততে প্ৰতিজন ব্যক্তিৰ চেতনাত সক্ৰিয় হোৱা

এক সাৰ্বজনীন চেতনা। ইয়াৰ অতীন্দ্ৰিয় অনুভূতিহে কেৱল সম্ভৱ কোনো যৌক্তিক ধাৰণা সম্ভৱ নহয়।

প্ৰশ্নটোৰ দ্বিতীয় অংশ, "ব্ৰহ্ম কি?" এই বিষয়ে উপনিষদত পিতা-পুত্ৰৰ মাজত সংলাপৰ ৰূপত আলোচনা হৈছে কৰা। পুত্ৰই পিতাক ব্ৰহ্মৰ প্ৰকৃত স্বৰূপ ব্যাখ্যা কৰিবলৈ কৈছে। পিতাই পুত্ৰৰ আগত ব্ৰহ্মৰ বৈশিষ্ট্য ব্যাখ্যা দিছে এইদৰে: "যাৰপৰা সকলো জীৱ আহে, মৃত্যুৰ পিছত যাৰ মাজলৈ সেই সকলো জীৱ ঘূৰি যায়, সেয়ে ব্ৰহ্ম।" তাৰ পিছত তেওঁ পুত্ৰক এনে গুণবিশিষ্ট বস্তু এটাৰ কথা ভাবিবলৈ কৈছে। আন কথাত ক'বলৈ গ'লে পিতা আৰু পুত্ৰই এনে এটা চিৰস্থায়ী বস্তু (বা অস্তিত্ব) বিচাৰিছে কি এই চিৰন্তন ক্ৰমপৰিবৰ্তনশীলতাৰ মাজতেই অপৰিবৰ্তনীয়, যি এই সকলো সংঘটনৰ পিছফালে লুকাই থকা প্ৰকৃত বাস্তৱ। পুত্ৰই সৰ্বপ্ৰথম পদাৰ্থৰ কথা চিন্তা কৰিলে, কিন্তু দেখিলে যে পদাৰ্থই উদ্ভিদ আৰু জীৱ-জগতত অস্তিত্বৰ সন্তোষজনক ব্যাখ্যা দিব নোৱাৰে। তাৰ পিছত তেওঁ ব্ৰহ্মক জীৱনৰ মূলনীতি প্ৰাণ বুলি গণ্য কৰিলে, কিন্তু সেইটোৱেও তেওঁক সন্তুষ্ট কৰিব নোৱাৰিলে; কাৰণ মানুহৰ মাজত থকা চৈতন্য কেৱল প্ৰাণৰ মাজতে প্ৰতিষ্ঠিত নহয়। তাৰ পিছত তেওঁ ইন্দ্ৰিয়জ অনুভূতিক ব্ৰহ্ম বুলি ক'লে, কিন্তু এনে অনুভূতিতকৈ যুক্তি উচ্চতৰ বুলি অনুভৱ কৰি তেওঁ বিশুদ্ধ যুক্তিৰ ধাৰণালৈ আগবাঢ়িল। দাৰ্শনিকৰ মতে ইয়েই বাস্তৱৰ সৰ্বোচ্চ ধাৰণা, কিন্তু ই ৰহস্যবাদীক সন্তুষ্ট কৰিব নোৱাৰে; কাৰণ বিশুদ্ধ যুক্তিৰ লগতো বিষয় আৰু বিষয়ীৰ দ্বৈততা জড়িত। তৈত্তিৰিয় উপনিষদে বাস্তৱৰ ঐক্যৰ সন্ধানত পুত্ৰক আৰু আগবঢ়াই নি ব্ৰহ্মক আনন্দ বা পৰম শান্তিৰ অৱস্থাৰূপে চিহ্নিত কৰে। মানৱ মনে ঢুকি পাব পৰা বাস্তৱৰ ধাৰণাৰ এয়ে চূড়ান্ত স্তৰ। আনন্দৰ সংজ্ঞা দিয়া সম্ভৱ নহয়। কোনো গুণকেই ইয়াত আৰোপ কৰিব নোৱাৰি। ৰহস্যবাদীয়ে ইয়াক ইন্দ্ৰিয়াতীতৰূপে উপলব্ধি কৰিব পাৰে; কিন্তু দাৰ্শনিকে তত্ত্বগতভাৱে ধাৰণা কৰিব নোৱাৰে। কিন্তু তথাপি, ৰহস্যবাদীয়ে তেওঁৰ গভীৰতম অভিজ্ঞতাক আনৰ আগত প্ৰকাশ কৰিব খুজিলে নাৰবীনবো এটা মাৰ দিব লাগিব, অপ্ৰকাশ্যক প্ৰকাশ কৰিব লাগিব। সেয়ে পৰম বাস্তৱক আমাৰ বোধগম্য কৰি তুলিবলৈ উপনিষদে আনন্দ শব্দটো ব্যৱহাৰ কৰিছে। ই জীৱ আপোন গভীৰ ব্যাপ্তি পৰম আনন্দে নিমগ্ন হৈ থকা বুজায়। আত্মা আৰু ব্ৰহ্মৰ এই ধাৰণাবোৰলৈ লক্ষ্য ৰাখি, উপনিষদত প্ৰকাশিত "আত্মাই ব্ৰহ্ম" বা "তুমিয়েই

তেওঁ" আদি আপ্তবাক্যৰ পৰমাৰ্থ বুজা সত্তৰ, অৰ্থাৎ, প্ৰাকৃতিক জগতৰ মূলত যি সাৰ্বজনীন সত্তা প্ৰকৃত বাস্তৱ সি মানৱ মনৰ মূলত থকা সাৰ্বজনীন চেতনা প্ৰকৃত বাস্তৱৰ সৈতে একে।

এইটোৱেই হ'ল উপনিষদত তোলা প্ৰথম মৌলিক প্ৰশ্নটোৰ উত্তৰ। ইয়াৰ পিছত দ্বিতীয় প্ৰশ্নটোৰ উত্তৰ দিয়া সহজ। মানৱ জীৱনৰ চূড়ান্ত লক্ষ্য আৰু মানৱ স্বভাৱৰ চূড়ান্ত মান হ'ল আত্মোপলব্ধিৰ দ্বাৰা সাৰ্বজনীন সত্তাৰ আৱিষ্কাৰ।

ইয়াত 'আত্ম'ৰ অৰ্থ কামনা-বাসনাৰ জালত বন্দী পৰীক্ষা-নিৰীক্ষা বিলাসী মনটো নহয়, প্ৰকৃত মন বা "আত্মা"। এইটো জানিবা যে আত্মা হ'ল দেহৰ ৰথত বহি থকা প্ৰভু, যুক্তি হ'ল চালক, বুদ্ধি হ'ল লেকাম, ইন্দ্ৰিয়বোৰ হ'ল ঘোঁৰা আৰু বস্তুবোৰ হ'ল পথ। মন বা বুদ্ধিৰ লগত ইন্দ্ৰিয়ৰ সমন্বয়ক দ্ৰষ্টাসকলে 'উপ-ভোগকাৰী' বুলি কয়। কিন্তু যাৰ বোধশক্তি আৰু যুক্তিৰ পৰিপক্কতা নাই তেওঁৰ ইন্দ্ৰিয়বোৰ বন্য ঘোঁৰাই ৰথ টনাৰ দৰে নিয়ন্ত্ৰণৰ বাহিৰ, আনহাতে যাৰ বোধশক্তি আছে তেওঁৰ ইন্দ্ৰিয়বোৰ প্ৰশিক্ষণপ্ৰাপ্ত ঘোঁৰাৰ দৰে সুসংযত। অজ্ঞানী, অবিবেচক আৰু অসংযত লোকে আত্মাৰ অনন্ত জগত কেতিয়াও চুকি নাপায় আৰু পুনৰ্জন্ম-চক্ৰত বন্দী হৈ ৰয়। কিন্তু জ্ঞানী, বিবেচক আৰু সংযমী লোকে সেই অনন্ত জগতত প্ৰবেশ কৰিব পাৰে য'ৰপৰা কোনেও এইখন জগতলৈ ঘূৰি আহিব নালাগে। আত্মাৰ নিখুঁত সম্পূৰ্ণতাৰ বাবে ইন্দ্ৰিয়জ বাসনাক যুক্তিৰ নিয়ন্ত্ৰণত ৰাখি আত্ম-সংযম আৰম্ভ কৰিব লাগিব। সত্যক উপলব্ধি কৰিবলৈ হ'লে প্ৰথম পদক্ষেপ হ'ল ভোগ-সম্ভোগৰ পৰিবৰ্তে আত্ম নিগ্ৰহ আৰু আত্ম-বলিদানৰ চৰ্চা কৰা। এনে কৰিলেহে আমাৰ মনৰ দাপোণখনৰ মামৰ আঁতৰিব আৰু আমাৰ প্ৰকৃত সত্তা বা আত্মাক প্ৰতিফলিত কৰিব পাৰিব।

উপনিষদৰ মতে সত্যানুসন্ধানী লোকে জীৱনৰ চাৰিটা স্তৰ পাৰ হ'ব লাগে। তেওঁ প্ৰথমে ব্ৰহ্মচাৰী, তাৰ পিছত গৃহস্থ, তাৰ পিছত বানপ্ৰস্থ আৰু সৰ্বশেষত সন্ন্যাসী হিচাপে জীৱন কটাব লাগে। জীৱনৰ পথত যি তীৰ্থযাত্ৰীয়ে খোজ দিছে তেওঁ এটা এটাকৈ জ্ঞান, সম্পদ, প্ৰেম আৰু সেৱা আদি সকলো প্ৰবৃত্তি আহৰণ কৰিব লাগিব; কিন্তু এইবিলাকক তাৎক্ষণিক স্তৰ হিচাপে গণ্য কৰি, চূড়ান্ত লক্ষ্যৰ প্ৰতি মন স্থিৰ ৰাখি এই স্তৰবোৰৰ মাজেৰে তেওঁ খোজ আগবঢ়াই নিব লাগিব। এই চূড়ান্ত লক্ষ্য হ'ল ঐক্যৰ উপলব্ধি, মোক্ষ।

উপনিষদৰ শিক্ষাত কৰ্ম আৰু সংসাৰৰ তত্বইও গুৰুত্বপূৰ্ণ স্থান পাইছে। কৰ্ম নৈতিক জগতৰ মৌলিক বিধি। ভাল হওক বা বেয়া হওক, মানুহে কৰা প্ৰত্যেকটো কামৰ ছাপ তেওঁৰ ব্যক্তিত্বত ফুটি উঠে। সচেতনভাৱে কৰা কাম ক্ৰমে অবচেতন অভ্যাসত পৰিণত হয় আৰু তেওঁৰ চৰিত্ৰ অংগ হৈ পৰে। আকৌ চৰিত্ৰয়ো তাৰ ভাগে কৰ্ম নিৰ্ধাৰণ কৰে আৰু কৰ্মৰ ফল লাভ কৰা যায়। এইটো এটা দুষ্ট-চক্ৰ য'ত আমাৰ মনটো জড়িত হৈ পৰে। ইয়াৰ-পৰা বাহিৰ ওলোৱাৰ একমাত্ৰ পথ হ'ল ত্যাগ, বলিদান আৰু সহজীৱীৰ সেৱাৰ যোগেদি ব্যক্তিমনক সাৰ্বজনীন মনলৈ উন্নীত কৰা, এই স্তৰতে মানুহে কৰ্মৰ বাধ্য-বাধকতাপূৰ্ণ শক্তিৰপৰা মুক্ত হয়। সংসাৰৰ ধাৰণা আত্মাৰ অমৰত্বৰ ধাৰণাৰ সৈতে কৰ্মৰ সংযুক্তিৰ যুক্তিগত ফলশ্ৰুতি। কৰ্মৰ বিধান যদি চিৰন্তন আৰু অলংঘনীয় আৰু আত্মাক যদি মৃত্যুয়েও বিনাশ কৰিব নোৱাৰে, তেন্তে চৰিত্ৰৰ ওপৰত কৰ্মৰ আৰু কৰ্মৰ ওপৰত চৰিত্ৰৰ প্ৰভাৱ মৃত্যুৰ পিছতো অব্যাহত হোৱা উচিত। উপনিষদত ধাৰণা কৰা মতে : মৃত্যুৰ পিছত জীৱন-কালৰ সৎ বা অসৎ স্বভাৱ অনুসৰি প্ৰতিটো আত্মা স্বৰ্গ বা নৰক'লৈ যায় আৰু তাত অলপ সময় কটোৱাৰ পিছত উচ্চ বা নিম্ন বৰ্গৰ জীৱ—মানুহ বা জন্তু—হিচাপে পুনৰ জন্ম লাভ কৰে। এই প্ৰণালী-বোৰ বাৰে বাৰে পুনৰাবৃত্তি ঘটে। কিন্তু যেতিয়া ব্যক্তিয়ে পৰম সত্তাৰ উপলব্ধিৰ যোগেদি সসীমৰ বন্ধনৰপৰা নিজকে মুক্ত কৰে, তেতিয়া তেওঁ কৰ্ম আৰু সংসাৰৰ দুষ্ট-চক্ৰ ভাঙি ওলাই আহে আৰু মোক্ষ লাভ কৰে। বৈদিক হিন্দু যুগৰ শ্ৰেষ্ঠ পৰম্পৰা হ'ল উপনিষদৰ একবাদী ধাৰণা, যাক বেদান্ত দৰ্শন বুলি জনা যায়। তদুপৰি, জীৱনৰ চাৰিটা স্তৰ আৰু কৰ্ম আৰু সংসাৰৰ ধাৰণা হিন্দুৰ ধৰ্মীয় বিশ্বাসৰ প্ৰধান অংগই কেৱল হৈ নৰ'ল, এইবোৰ ভাৰতীয় কাব্য আৰু সাহিত্যৰ গভীৰ'লৈও বিস্তাৰিত হ'ল।

এই যুগত ধৰ্মীয় আৰু নৈতিক চেতনাই লাভ কৰা প্ৰেৰণা খ্রঃ পূঃ ষষ্ঠ শতিকাত অধিকতৰ শক্তিশালী হৈ পৰিল (সেই সময়ত চীনৰপৰা গ্ৰীচলৈকে সভ্য-জগতখন এক সৃষ্টিধৰ্মী চিন্তা-তৰংগই ঢৌৱাই তুলিছিল) আৰু বেলেগ বেলেগ বৈজ্ঞানিক, সাহিত্যিক আৰু ধৰ্মীয় আন্দোলনৰ সৃষ্টি হ'ল। ইয়াৰ ফলত দেশখনৰ সাংস্কৃতিক ঐক্য বিনুকালৰ বাবে বিঘ্নিত হ'ল; কিন্তু ভাৰতীয় মনটো আদৰ্শৰ প্ৰাচুৰ্য্য আৰু বৈচিত্ৰ্যৰ কাৰণে সমৃদ্ধ হৈ পৰিল।

# বৌদ্ধধৰ্ম-জৈনধৰ্ম-দাৰ্শনিক গোষ্ঠীসমূহ-মহাকাব্যসমূহ

( খ্ৰীঃ পূঃ 600—খ্ৰীঃ পূঃ 200 )

পূৰ্ববৰ্তী যুগটোত গঢ়ি উঠা উমৈহতীয়া জাতীয় সংস্কৃতি সাংস্কৃতিক জীৱনৰ প্ৰধান ধাৰা হিচাপে চলি থাকিবলৈ ধৰিলে। কিন্তু ইয়াৰ পিছৰ আঠটা শতিকাত ধৰ্ম আৰু দৰ্শনৰ কিছুমান নতুন ধাৰা সৃষ্টি হ'ল যাৰ ভিতৰত বৌদ্ধ দৰ্শন, জৈন দৰ্শন আৰু হিন্দু দৰ্শনৰ ছটা ধাৰাই প্ৰধানতঃ ইয়াত উল্লেখযোগ্য। বৌদ্ধ দৰ্শনে দেশখনৰ বৃহৎ অংশৰ জনসাধাৰণৰ জীৱন আৰু চিন্তাদৰ্শত এনে তাৎপৰ্য্যপূৰ্ণ পৰিবৰ্তন আনিলে যে ই মুখ্য হিন্দু সংস্কৃতিৰ প্ৰতিদ্বন্দ্বীৰ দৰেই এক পৃথক আৰু কম বেছি পৰিমাণে স্বতন্ত্ৰ সংস্কৃতিৰূপে বিকাশ লাভ কৰিলে। সাংস্কৃতিক ইতিহাসৰ দিশৰপৰা এইটো এনে এটা বিতৰ্কৰ কাল য'ত হিন্দু, জৈন আৰু বৌদ্ধ দৰ্শনে ভাৰতৰ সাংস্কৃতিক জীৱনৰ ওপৰত নিজস্ব ছাপ পেলাবলৈ প্ৰবল যুদ্ধ চলাইছিল। শেহান্তৰত হিন্দু দৰ্শনেই এই যুঁজত জয়ী হয় আৰু বৌদ্ধ দৰ্শন দেশৰপৰা অন্তৰ্হিত হৈ যায়, অৱশ্যে ভাৰতীয় মন আৰু জীৱনৰ ওপৰত ই এক গভীৰ আৰু স্থায়ী ছাপ ৰাখি যায়।

এই কালছোৱাতে প্ৰকৃতাৰ্থত ভাৰতীয় ইতিহাস আৰম্ভ হয়। ইয়াৰ পূৰ্ববৰ্তী কালছোৱা সম্পৰ্কে আমাৰ জ্ঞান, খুব বেছি, অৰ্ধ-ঐতিহাসিক, কিয়নো এই জ্ঞানৰ প্ৰধান উৎস হ'ল বৈদিক সাহিত্য য'ত আমি সেইকালৰ সামাজিক আৰু সাংস্কৃতিক জীৱন সম্পৰ্কে ই'ত-ত'ত দুই-এচেৰেঙা পোহৰ দেখা পাওঁ। এনে সামান্য তথ্যৰ ওপৰত সেইকালছোৱাৰ পূৰ্ণ বৃত্তান্তৰ ভিত্তি কৰা টান, বিশেষতঃ ক্ৰমানুসাৰে তথ্যসমূহ সজোৱা কঠিন। কিন্তু এই অধ্যায়ত, আলোচনা কৰিবলৈ লোৱা কালছোৱাত হিন্দু, বৌদ্ধ আৰু জৈন সাহিত্যৰ উপৰিও আন এটা তথ্যৰ উৎস আমাৰ হাতত আছে সি হ'ল সেইকালত ভাৰতৰ জগত সংস্পৰ্শলৈ অহা গ্ৰীকসকলৰ লেখা। এই সকলোবোৰ উৎসৰ-পৰা সংগ্ৰহ কৰা তথ্যই কম-বেছি পৰিমাণে এক প্ৰামাণ্য ঐতিহাসিক বিৱৰণ প্ৰস্তুত কৰাত

সহায় কৰিব পাৰে আৰু কিছুৱে কৰিছেও।

ষষ্ঠ শতিকাৰ প্ৰথম ভাগতো কোশল, মগধ আৰু বৎসৰাজ্যই (এতিয়াৰ মধ্যদেশ আৰু বিহাৰ) সমৃদ্ধি লাভ কৰিছিল আৰু অৱন্তী (মালোৱা) নামে ৰাজ্য প্ৰতিষ্ঠিত হৈছিল। এইবোৰৰ ভিতৰত মগধ আটাইতকৈ ডাঙৰ আৰু গুৰুত্বপূৰ্ণ হৈ পৰিছিল। মহাবীৰ আলেকজেণ্ডাৰে ভাৰত আক্ৰমণ কৰা কালত (খৃঃ পূঃ ৩২৬) এই ৰাজ্যই ওচৰচুৰীয়া সকলো ৰাজ্যবোৰ জয় কৰি এক বিশাল সাম্ৰাজ্যত পৰিণত হৈছিল। মৌৰ্য্য বংশৰ দুজন প্ৰতাপী ৰজা চন্দ্ৰগুপ্ত মৌৰ্য্য আৰু অশোকৰ শাসনকালত এই সাম্ৰাজ্যৰ ক্ৰমবিস্তাৰ ঘটি একেবাৰে দক্ষিণৰ এটা ক্ষুদ্ৰ অংশৰ বাহিৰে সমগ্ৰ ভাৰতবৰ্ষত পৰিব্যাপ্ত হৈছিল। অশোক আছিল বৌদ্ধধৰ্মাৱলম্বী আৰু বৌদ্ধধৰ্মৰ উৎসাহী প্ৰচাৰক। তেওঁৰ পৃষ্ঠপোষকতাত এই নতুন ধৰ্মই অভূতপূৰ্ব প্ৰসাৰ লাভ কৰিছিল। তেওঁৰ পিছতো মগধ এক বিশাল সাম্ৰাজ্যৰ ৰাজধানী হৈ আছিল; শেষত পুষ্যমিত্ৰ শুংগই শেষ মৌৰ্য্য ৰজাজনক পৰাজিত কৰি শুংগ বংশ প্ৰতিষ্ঠা কৰে। তেতিয়া ৰাজধানী মালোৱালৈ স্থানান্তৰ কৰা হয় আৰু সাম্ৰাজ্যখন কিছুমান সৰু সৰু ৰাজ্যৰে গঠিত যুক্তৰাজ্যত পৰিণত হয়। এই সকলো ৰাজ্যবোৰে কেন্দ্ৰীয় শাসকৰ প্ৰতি মাত্ৰ স্বাভাৱিক আনুগত্য প্ৰকাশ কৰিছিল আৰু নিজৰ ভিতৰত সততে যুদ্ধ-বিগ্ৰহত লিপ্ত আছিল। মৌৰ্য্য সাম্ৰাজ্যৰ বিশালতাৰ সমপৰ্য্যায়ৰ আন কোনো স্থায়ী সাম্ৰাজ্যই এই কালছোৱাত আৰু প্ৰতিষ্ঠা কৰিব পৰা নগৈছিল।

মৌৰ্য্য সাম্ৰাজ্যৰ শেষৰফালে দীৰ্ঘকাল ধৰি কেন্দ্ৰীয়ৰ কিছুমান সৰু সৰু ৰাজ্য শাসন কৰি থকা গ্ৰীকসকলে উত্তৰ-পশ্চিম সিমান্তৰ ভাৰত আক্ৰমণ কৰিছিল (খৃঃ পূঃ 190) আৰু সিন্ধু-উপত্যকা আৰু পঞ্জাবত তেওঁলোকৰ আধিপত্য বিস্তাৰ কৰি পূবফালৰ কিছুমান ওচৰচুৰীয়া অঞ্চল আক্ৰমণ কৰিবলৈ ধৰিছিল। এসময়ত মিনাণ্ডাৰৰ ৰাজত্বকালত গ্ৰীক আক্ৰমণকাৰীসকল পাটলিপুত্ৰ পৰ্য্যন্ত আগবাঢ়ি আহিছিল। প্ৰথমে তেওঁলোকক যৱন বুলি কোৱা হৈছিল আৰু বিদেশী বুলি গণ্য কৰা হৈছিল; কিন্তু পাছলৈ তেওঁলোক ক্ৰমান্বয়ে হিন্দু সমাজত সোমাই পৰিছিল। গ্ৰীকসকলৰ পিছত আহিছিল সিথিয়ানসকল যাক ভাৰতত শক বুলি কোৱা হৈছিল; এওঁলোকে পঞ্জাব আৰু মধ্যদেশৰ হৈ মথুৰালৈকে বিস্তৃত এখন ৰাজ্য প্ৰতিষ্ঠা কৰিছিল। তেওঁলোকৰ কিছু পিছত আহিছিল পহলৱসকল, যাৰ নামেৰেই বুজা যায় যে তেওঁলোক মূলতঃ পাৰ্চ্চ্য আছিল। তেওঁলোকে উত্তৰ-পশ্চিম ভাৰতত শাসন চলাইছিল; কিন্তু তেওঁলোকক

পুনৰ আঁতৰাইছিল য়ুচি জাতিৰ কুশানসকলে। কুশান ৰজাসকলৰ ভিতৰত শ্ৰেষ্ঠ আছিল কনিষ্ক যাৰ সাম্ৰাজ্য মধ্যএছিয়াৰপৰা ধৰি বাৰাণসী পাৰ হৈ আহিছিল। তেওঁৰ ৰাজত্বৰ আৰম্ভণি সম্পৰ্কে মতভেদ আছে; কিন্তু খুব সম্ভৱ তেওঁ ৭৮ খৃষ্টাব্দত ৰাজপাটত উঠে আৰু তেতিয়াৰপৰাই শকাব্দ আৰম্ভ হয়। কনিষ্কই বৌদ্ধধৰ্ম গ্ৰহণ কৰিছিল। বুদ্ধৰ শিক্ষাৰ এক নতুন ব্যাখ্যা আৰু মহাযান পন্থা নামৰ এক নতুন বৌদ্ধ পন্থাৰ তেওঁ পৃষ্ঠপোষক আছিল। এই সময়তে গান্ধাৰ শিল্প প্ৰতিষ্ঠিত আৰু সমৃদ্ধ হৈছিল। কনিষ্কৰ প্ৰায় এশ বছৰৰ আগেয়ে উৰিষ্যাত জৈনধৰ্মৰ পৃষ্ঠপোষক খাৰাবেলা নামৰ বিজয়ী বীৰজনে এক বিৰাট সাম্ৰাজ্য প্ৰতিষ্ঠা কৰিছিল, কিন্তু ই বেছিদিন স্থায়ী নহ'ল। প্ৰায় একে সময়তে অন্ধ্ৰ বা সাতবাহনসকলে মৌৰ্য্য সাম্ৰাজ্যৰ ধ্বংসাৱশেষৰ ওপৰত তেওঁলোকৰ নিজৰ এখন সাম্ৰাজ্য পত্তন কৰিছিল, এই সাম্ৰাজ্য চাৰিশ বছৰ ধৰি আছিল।

এই আঠশ বছৰৰ ভিতৰত ভাৰতবৰ্ষত কেইবাটাও নতুন ধৰ্মীয় আৰু বৌদ্ধিক আন্দোলনৰ উদ্ভৱ হৈ জনসাধাৰণৰ মনত ধুমুহা আৰু সংঘাতৰ সৃষ্টি কৰিছিল আৰু বৈদিক হিন্দু সংস্কৃতিয়ে প্ৰতিষ্ঠা কৰা জাতীয় ঐক্যৰ ভেটি ভাগি গৈ দেশখন পৰস্পৰ সামঞ্জস্যহীন কিছুমান সাংস্কৃতিক অঞ্চলত বিভক্ত হৈ পৰাৰ বিপদজনক সম্ভাৱনাই দেখা দিছিল। কিন্তু প্ৰকৃততে হ'ল কি, এই অশান্ত উত্তেজনা অতি লাভজনক হোৱাহে দেখা গ'ল আৰু ই ভাৰতীয় মনক কিছুমান নতুন আৰু গভীৰ আদৰ্শৰে সমৃদ্ধ কৰি তুলিলে। পিছত, যেতিয়া বিভিন্ন চিন্তাধাৰাৰ মাজত এক সংমিশ্ৰণ সৃষ্টি কৰাৰ চেষ্টা কৰা গ'ল, তেতিয়া অধিক ব্যাপক আৰু শক্তিশালী ভেটিত এক নতুন সাৰ্বজনীন সংস্কৃতিৰ বিশাল সৌধ গঢ়ি উঠিল।

• • • •

বৈদিক হিন্দু যুগৰ শেষৰকালে দেশৰ ধৰ্মীয় জীৱনৰ ভাৰসাম্য হেৰাইছিল। এহাতে জনপ্ৰিয় ধৰ্মচৰ্চা ব্ৰাহ্মণসকলৰ সহায়ত পতা নিয়মিত পূজা-পাতল আৰু বলি-বিধানলৈ পৰ্য্যবসিত হৈছিল আৰু আনহাতে, উপনিষদৰ শিখাই সকলো পূজা আৰু বলি-বিধান সম্পূৰ্ণৰূপে প্ৰত্যাখ্যান কৰি আদৰ্শবাদী দৰ্শনৰ ভেটিত হিন্দুধৰ্মৰ এক নতুন পন্থা আগবঢ়াইছিল। এই দাৰ্শনিক ধৰ্ম বুজিবলৈ যাৰ বৌদ্ধিক ক্ষমতা আছিল, তেনে উচ্চ শ্ৰেণীয়ে ইয়াক জীৱনৰ এক কৃচ্ছ্ৰ-সাধনাৰ পথ বুলি ব্যাখ্যা কৰিছিল আৰু ক্ৰমে বৈৰাগীৰ দৰে জীৱন যাপন কৰিবলৈ লৈছিল। জাতিভেদ প্ৰথা এনে কঠোৰ হৈ পৰিছিল

যে হিন্দু সমাজৰ নিম্ন বৰ্গ, উচ্চ বৰ্গ আৰু উচ্চ সংস্কৃতিৰপৰা সম্পূৰ্ণ বিচ্ছিন্ন হৈ পৰিছিল ; এনেকি নিম্ন বৰ্গৰ লোকক বেদ পঢ়িবলৈকো নিষেধ কৰা হৈছিল।

এই সময়তে ( খ্রঃ পূঃ 563ৰপৰা খ্রঃ পূঃ 483লৈ ) গৌতম বুদ্ধৰ আবিৰ্ভাৱ হ'ল আৰু তেওঁ সাধাৰণ মানুহৰ নৈমিত্তিক পূজা-অৰ্চনা আৰু উচ্চশ্ৰেণীৰ লোকৰ বৈৰাগ্য-সাধনাৰ প্ৰতিবাদ কৰিলে আৰু জাতিগত বিশ্বস্ততাৰ আৰু সামাজিক ভেদবুদ্ধিৰ প্ৰবল বিৰোধিতা কৰিলে। পৃথিৱীৰ প্ৰতি তেওঁ আগবঢ়ালে আত্ম-সংস্কৃতি, আত্ম-সংযম, প্ৰেম আৰু দয়াৰ বাণী। বুদ্ধৰ শিক্ষাৰ মূল হ'ল বাৰাণসীত তেওঁৰ জ্ঞান দৰ্শনৰ পাছত দিয়া বাণী :

"হে ভিক্ষুসব, শুনা। যি পাৰ্থিৱতা বিসৰ্জন দিব খোজে তেওঁ ভোগৰ আতিশয্য আৰু ভোগৰ অন্যায়বৰ্জন উভয়কে পৰিহাৰ কৰি চলা উচিত। এহাতে যি বস্তুৱে মনক কামনাৰে, বিশেষকৈ দৈহিক কামনাৰে, আকৰ্ষিত কৰে, তেনে বস্তুৰ প্ৰতি তেওঁ আসক্ত হোৱা অনুচিত। তেনে জীৱন কেৱল পাৰ্থিৱ জাতৰ অন্ধ উপাসকৰ বাবে উপযুক্ত নীচ, অৰ্থহীন আৰু অজ্ঞতাপূৰ্ণ অপদাৰ্থ জীৱন। আনহাতে, তেওঁ আত্ম-পীড়ন গ্ৰহণ কৰা অনুচিত। সেইটোও কষ্টদায়ক, অৱমাননাজনক আৰু অদৰকাৰী। ভিক্ষুসব, এই উভয়ৰে মাজত এটা মধ্যপথ তথাগতই ( বুদ্ধ ) বিচাৰি পাইছে। এই পথ অনুসৰণ কৰিলে চকু মুকলি হয়, মন পোহৰ হয়। ই হৈছে মানসিক শান্তি, উচ্চতৰ প্ৰজ্ঞা, জ্ঞানলোক আৰু নিৰ্বাণৰ পথ।"

বুদ্ধই মানৱ-মনৰ গভীৰলৈকে দৃষ্টি দি দুখৰ অনুভূতিৰ প্ৰকৃতি অনুধাৱন কৰিছিল। কামনা আৰু মোহৰ অনুভূতিৰ মূল তেওঁ বিচাৰি উলিয়াইছিল আৰু আত্ম সংস্কৃতিৰ মাজত তাৰ এক চূড়ান্ত প্ৰতিবিধান তেওঁ আৱিষ্কাৰ কৰিছিল, সি হ'ল নৈতিক জীৱনৰ এক কঠোৰ বিধান অনুসৰণ কৰি আমাৰ চিন্তা আৰু কৰ্মক এক উচ্চতৰ লক্ষ্য আৰু আধ্যাত্মিক অনুশীলনৰ অনুগত কৰা। জীৱনৰ উচ্চতৰ লক্ষ্য হ'ল মনৰ ছিদ্ৰহীন শান্তি যাৰ নাম বুদ্ধই দিলে নিৰ্বাণ। তেওঁ কৈছে : "সত্যৰ উপলব্ধিৰ যোগেদি যি মুক্তি আৰু শান্তি লাভ কৰে তেওঁহে নিজৰ চিন্তাত, কথাত আৰু কামত পৰিপূৰ্ণ প্ৰশান্তি অনুভৱ কৰে।" তেওঁৰ বিখ্যাত বাৰাণসী বাণীত বুদ্ধই তেওঁৰ আচৰিত অভিজ্ঞতাৰ কথা কৈছে ; তেওঁৰ সত্য-দৰ্শনৰ কথা, জীৱনৰ কষ্টৰ কথা—ই কি, কেনেকৈ ইয়াৰ উদ্ভৱ হয়, কেনেকৈ ই নাইকিয়া হয় আৰু ইয়াৰপৰা সাৰিবৰ বাবে জীৱনৰ কোনটো পথ গ্ৰহণ কৰা উচিত। তেওঁৰ বাণীৰ সাৰমৰ্ম হ'ল :

"হে ভিক্ষুসব। কষ্টৰপৰা সাৰিবৰ বাবে অনুসৰণ কৰিবলগীয়া উচিত পথৰ পৰম সত্য হ'ল এইটো। ই হ'ল আঠৰফীয়া পথ। (i) সজ বিশ্বাস, (ii) সজ আকাংক্ষা, (iii) সজ বাক্য, (iv) সজ স্বভাৱ, (v) সজ জীৱিকা, (vi) সজ মানসিকতা, (vii) সজ চেষ্টা, (viii) সজ আনন্দ।"

বুদ্ধই আত্ম নিগ্ৰহৰ পৰিবৰ্তে আত্ম-সংযমৰ, নিষ্ক্ৰিয়তাৰ পৰিবৰ্তে সজ কৰ্মৰ পথ নিৰ্দেশ কৰিলে। তেওঁ বিশেষ গুৰুত্ব দি ক'লে যে পাৰ্থিৱতা ত্যাগ কৰা মানে প্ৰেম আৰু মানৱতাৰ সেৱা ত্যাগ কৰা নুবুজায়। আনহাতে, মনৰ শান্তি লাভ কৰিবৰ বাবে সাৰ্বজনীন প্ৰেমৰ প্ৰয়োজন। এই প্ৰেমৰ বিধি তেওঁ তলত দিয়া ধৰণে ব্যাখ্যা কৰিছে ঃ

'ঘৃণাৰ প্ৰত্যুত্তৰ ঘৃণাৰে দিলে ঘৃণা অন্ত নপৰে, ঘৃণাৰ প্ৰত্যুত্তৰ প্ৰেমেৰে দিলেহে পৰে। এইটো ইয়াৰ প্ৰকৃতি। কোনোবাই যদি সুখী জীৱন যাপন কৰিব খুজিছে, তেন্তে তেওঁ তেওঁৰ শত্ৰুক ঘৃণা কৰা অনুচিত। ঘৃণাক প্ৰেমেৰে, অসতক সততাৰে, লোভক উদাৰতাৰে আৰু অসত্যক সত্যৰে জয় কৰা।"

গৌতম বুদ্ধই তেওঁৰ জীৱনৰ বাকীছোৱা কাল দূৰ দূৰান্ত ভ্ৰমণ কৰি তেওঁৰ ধৰ্ম-বিশ্বাস প্ৰচাৰ কৰাত কটাইছিল। তেওঁৰ পিছত তেওঁৰ অনুগামীসকলেও বৌদ্ধধৰ্ম প্ৰচাৰত পৰম উৎসাহ দেখুৱাইছিল। তথাপি, প্ৰথম এশ বছৰ কালত তেওঁৰ অনুগামী-সকলৰ সংখ্যা কম আছিল আৰু তেওঁলোক কোশল আৰু মগধৰ ভিতৰতে সীমাবদ্ধ আছিল। যেতিয়া অশোকে বৌদ্ধধৰ্ম গ্ৰহণ কৰিলে আৰু কেৱল ভাৰততে নহয় বিদেশতো ইয়াক প্ৰচাৰ কৰিবলৈ যৎপৰোনাস্তি চেষ্টা চলালে তেতিয়া ইয়াৰ উত্থান আৰম্ভ হ'ল।

কিন্তু বৌদ্ধধৰ্মৰ আপেক্ষিক দ্ৰুত প্ৰসাৰৰ ফলত ইয়াৰ সংগঠনৰ পূৰ্বৰ গাঁথনি আৰু সমন্বয় ৰক্ষা কৰিব পৰা নগ'ল আৰু বৌদ্ধ সম্প্ৰদায় কেইবাটাও শাখাত বিভক্ত হৈ পৰিল। এইবোৰৰ ভিতৰত হীনযান হ'ল পুৰণি আৰু সম্ভৱ অধিকতৰ নৈষ্ঠিক শাখা। বৃহত্তম সংখ্যক অনুগামীৰে সৈতে মহাযানকে ধৰি আনবোৰ শাখা নৈষ্ঠিক পথৰপৰা যথেষ্ট পৰিমাণে আঁতৰি আছিল। কনিষ্কৰ পৃষ্ঠপোষকতাত মহাযান পন্থা ভাৰত আৰু বিদেশত অতিশয় জনপ্ৰিয় হৈ উঠিল, এই পন্থাই দেৱতাসকলত বিশ্বাস কৰিছিল, বুদ্ধক শ্ৰেষ্ঠ দেৱতা বুলি গণ্য কৰিছিল আৰু বহুত উৎসৱ-অনুষ্ঠানৰ যোগেদি দেৱতাক পূজা কৰিছিল। কঠোৰ আত্ম সংযম আৰু আত্ম-সংস্কৃতিৰ পৰিবৰ্তে এই পন্থাই ভক্তি, প্ৰাৰ্থনা আৰু পৰোপকাৰত গুৰুত্ব দিছিল।

এই যুগৰ শেষৰফালে ভাৰতবৰ্ষত বৌদ্ধধৰ্মৰ জনপ্ৰিয়তা কিছু কমি গ'ল, ইয়াৰ প্ৰথম কাৰণ হ'ল, বিভিন্ন বৌদ্ধপন্থাৰ মাজত আত্ম-কলহ লাগিল আৰু দ্বিতীয় কাৰণ হ'ল, বৌদ্ধ সংঘবিলাকে অত্যাধিক উদাৰ দান লাভ কৰাৰ ফলত ভিক্ষুসকলে হাতত পোৱা প্ৰচুৰ সম্পদে তেওঁলোকক বিলাসী জীৱন উপভোগ কৰিবলৈ প্ৰলোভিত কৰি নৈতিক পতনৰফালে আগুৱাই নিলে।

বুদ্ধই তেওঁৰ ধৰ্ম প্ৰচাৰ কৰি থকাৰ প্ৰায় একে সময়তে মহাবীৰে (522 খৃঃ পূঃ— 480 খৃ' পূ') এটা নতুন ধৰ্ম প্ৰচাৰ কৰিছিল যাক জৈনধৰ্ম বুলি জনা গৈছিল। তেওঁৰ শিক্ষাৰ মূল হ'ল যে কোনো মানুহে যদি ক্ৰোধ, আত্ম-গৌৰৱ, লোভ বা অন্ধ প্ৰেমৰ দৰে প্ৰবল আবেগৰ দ্বাৰা অভিভূত হৈ পৰে, তেনেহ'লে তেওঁৰ আত্মাত পদাৰ্থ ব্যাপ্ত হৈ পৰে আৰু ই আত্মাক শৃংখলিত কৰে। আত্মাৰ মুক্তিৰ বাবে দৰকাৰী কথা হ'ল, আৰু বেছি পদাৰ্থই ইয়াক বিষাক্ত কৰিবলৈ দিয়া উচিত নহ'ব আৰু যি পদাৰ্থ ইতিমধ্যেই আত্মাত প্ৰৱেশ কৰিছে তাক সম্পূৰ্ণৰূপে নিৰ্গত কৰিব লাগিব।

ত্ৰি ৰত্ন নামে জনাজাত তিনিটা নীতি পোৱা যায়। সেই কেইটা হ'ল: শুদ্ধ বিশ্বাস, শুদ্ধ জ্ঞান আৰু শুদ্ধ স্বভাব। "অসীম জ্ঞানী তীৰ্থংকৰসকলৰ (পৱিত্ৰ পথ নিৰ্মাতা-সকলৰ) শিক্ষাৰ শুদ্ধ অনুধাবনেই হ'ল শুদ্ধ জ্ঞান। গুৰুৰ নিৰ্ভুলতা আৰু দক্ষতাৰ ওপৰত বিশ্বাসেই হ'ল শুদ্ধ বিশ্বাস, পৰোপকাৰ, পৱিত্ৰতা, সকলো পাৰ্থিৱ মোহ বিসৰ্জন, চুৰ নকৰা, মিছা নোকোৱাৰ দৰে সন্মানজনক স্বভাৱ আৰু অহিংসা বা আঘাত নকৰা (যাৰ অৰ্থ আঘাত কৰাৰপৰা বিৰত থকা নেতিবাচক ধাৰণাই নহয়, বৰং সকলো প্ৰাণীকে দয়া কৰাৰ ইতিবাচক চিন্তা) শুদ্ধ স্বভাৱৰ ভিতৰত পৰে।"

হিন্দুসকলৰ দৰেই জৈনসকলেও কৰ্মৰ শৃংখল কঠোৰ বৈৰাগ্য অনুশাসনৰ দ্বাৰা ভংগ কৰিব পৰা যায় বুলি বিশ্বাস কৰে আৰু আত্ম নিগ্ৰহ, এনেকি আত্ম-হত্যাৰো বিধান দিয়ে। যিজনে এই ত্ৰি-ৰত্ন নীতি নিষ্ঠাৰে পালন কৰে তেওঁ এজন 'অৰ্হত' (নিখুঁত) বুলি জনা যায় আৰু তেওঁ পৰম জ্ঞান আৰু অনন্ত শান্তি লাভ কৰে। জৈনসকলে দেৱতাক বিশ্বাস নকৰে, কিন্তু তেওঁলোকৰ 'অৰ্হত'ৰ ধাৰণা কম-বেছি পৰিমাণে হিন্দুধৰ্মৰ দেৱতাৰ ধাৰণাৰ দৈতে একে। অৱশ্যে 'অৰ্হত'সকলক তেওঁলোকে সিদ্ধিপ্ৰাপ্তৰ আদৰ্শৰ বাহিৰে আন উপাসনাযোগ্য কিবা বুলি গণ্য নকৰে, "তেওঁলোকে ('অৰ্হত'সকলে) প্ৰাৰ্থনাত সঁহাৰি নিদিয়ে বা প্ৰচেষ্টাৰত আধ্যাত্মিক অভিলাষীক সহায় নকৰে; তেওঁলোকক পূজা কৰাৰ শ্ৰেষ্ঠ উপায় হ'ল তেওঁলোকৰ আদৰ্শ আৰু উপদেশ অনুকৰণ কৰা।"

বৌদ্ধধৰ্মৰ দৰেই জৈনধৰ্মও কিছুকালৰ প্ৰভাৱৰ পিছত লাহে লাহে সংকুচিত হ'বলৈ আৰম্ভ কৰিলে। কিন্তু ই ভাৰতৰপৰা উৎপাটিত নহ'ল, কিয়নো বহু দিশতে ই নিজে হিন্দুধৰ্মৰ লগত লীন যাবলৈ চেষ্টা কৰিলে আৰু হিন্দুধৰ্মৰ বিভিন্ন পন্থাৰ এটা হিচাপে গৃহীত হৈ পৰিল।

বৈদিক হিন্দুধৰ্মৰ প্ৰতি বৌদ্ধধৰ্ম আৰু জৈনধৰ্মৰ প্ৰত্যাহ্বান হিন্দু চিন্তাবিদ্‌সকলৰ মনৰ বাবে এক নতুন আৰু উত্তেজক প্ৰেৰণা আছিল আৰু তেওঁলোকে পূৰণি প্ৰচলিত পথ এৰি যুক্তি আৰু চিন্তাধাৰাৰ নতুন পথলৈ আগবাঢ়ি আহিল।

গোড়া হিন্দুসকলে এতিয়াও বেদ-নিৰ্দিষ্ট পথকে অনুসৰণ কৰি আছিল। তেওঁলোকৰ বাস্তৱ ধৰ্মীয় জীৱন (1) ব্ৰাহ্মণৰ নিৰ্দেশত অনুষ্ঠিত পূজা-পাতল আৰু বলি-বিধান আৰু (2) জাতিভেদ প্ৰথাই নিৰ্দিষ্ট কৰা জাতিবিশেষৰ কৰ্তব্য পালনৰ মাজতে সীমিত আছিল। ধৰ্মীয় বিধি আৰু অনুষ্ঠানবোৰ পালন কৰিবৰ বাবে প্ৰথমে সূত্ৰসমূহে অৰ্থাৎ চুটি, অৰ্থপূৰ্ণ বাক্যত লিখা বেদৰ টীকাৰ সাৰমৰ্মই নিৰ্দেশিকা হিচাপে সহায় কৰিছিল। কিন্তু পিছলৈ এই চুটি সংকেতবোধক বহলাই ধৰ্মশাস্ত্ৰ অৰ্থাৎ বেদৰ শিক্ষাৰ পোহৰত ধৰ্মানুষ্ঠান, প্ৰাৰ্থনা আৰু আচৰণৰ বহল বিধি ৰচনা কৰা হ'ল। ৰজা চন্দ্ৰগুপ্ত মৌৰ্য্যৰ মন্ত্ৰী চাণক্য বা কৌটিল্যৰ দ্বাৰা ৰচিত বুলি কথিত অৰ্থনীতি আৰু ৰাজনীতিৰ এক পৃথক নিৰ্দেশিকা 'অৰ্থশাস্ত্ৰ' ৰাজনৈতিক অনুষ্ঠান আৰু শাসন তন্ত্ৰৰ ক্ষেত্ৰত এক উল্লেখযোগ্য কীৰ্তি। সৰ্বাধিক জনাজাত ধৰ্মশাস্ত্ৰখন হ'ল 200 খৃঃ পূঃৰপৰা 100 খৃঃ পূঃৰ ভিতৰত সম্ভৱতঃ শুংগ বংশৰ ৰাজত্বকালত মনুৰ দ্বাৰা সংগৃহীত 'মনুস্মৃতি'।

ইয়াৰ বাহিৰেও, দাৰ্শনিক চিন্তাবিদ্‌সকলে দৰ্শনৰ সমস্যাৰ ওপৰত তেওঁলোকৰ নিজস্ব মৌলিক চিন্তা ধাৰণা ব্যক্ত কৰি নিজৰ নিজৰ দাৰ্শনিক পন্থা প্ৰতিষ্ঠা কৰিলে, যাক হিন্দু দৰ্শনৰ ছটা শাখা বুলি জনা যায়। ইয়াৰ চাৰিটা—সাংখ্য, যোগ, ন্যায় আৰু বৈশেষিক—বেদৰ দ্বাৰা প্ৰভাৱান্বিত নহয়। কিন্তু পূৰ্ব-মীমাংসা আৰু উত্তৰ-মীমাংসা উপনিষদৰ বাণীৰ ভিত্তিত ৰচিত।

উপনিষদৰ দৰেই সাংখ্য দৰ্শনেও ব্ৰাহ্মণসকলে উদ্ভাৱন কৰা পূজা-বলি আদি বিধান প্ৰত্যাখ্যান কৰে আৰু মনৰ শান্তি আৰু মোক্ষৰ বাবে জ্ঞান পথৰ সন্ধান কৰে। এই দৰ্শনে দেহ আৰু আত্মা দুয়োটাকে বাস্তৱ বুলি গণ্য কৰে আৰু এক সৰ্বজনীন সত্তা বা ঈশ্বৰক বিশ্বাস নকৰে। ইয়াৰ মতে দেহৰ চৈতন্য

সংযুক্ত হৈ থকালৈকে আত্মা কামনা-বাসনাৰ অধীন হৈ থাকে আৰু দুখৰ দ্বাৰা পীড়িত হয়। মৃত্যুৰ পিছতো আত্মা মুক্ত নহয়, বৰং দেহৰ লগতে পুনৰ্জন্মৰ চক্ৰত বন্দী হৈ পৰে। কিন্তু যিজনে দেহ আৰু আত্মাৰ প্ৰকৃত স্বৰূপ উপলব্ধি কৰিব পাৰে তেওঁ দেহা ত্যাগ কৰি দুঃখৰপৰা মুক্ত হয়।

দাৰ্শনিক চিন্তাৰ জগতত সাংখ্যৰ যথেষ্ট উচ্চ স্থান আছে আৰু মনস্তত্ব আৰু জ্ঞান তত্ত্বৰ প্ৰতি ইয়াৰ অৱিহণা অতি মূল্যবান। কিন্তু জীৱনৰ বিধান হিচাপে ই বিশেষ বিকাশ লাভ কৰিব নোৱাৰিলে, কিয়নো সাধাৰণ মানুহে অনুসৰণ কৰিব পৰা কোনো মোক্ষৰ পথ ই দেখুৱাব নোৱাৰিলে। এই অভাৱ পিছত পতঞ্জলিৰ যোগে দূৰ কৰে।

তত্ত্বৰ দিশৰপৰা পতঞ্জলিৰ যোগৰ কোনো স্বতন্ত্ৰ স্থান নাই, ই সাংখ্য দৰ্শনৰ ব্যৱহাৰিক পৰৱৰ্তী পদক্ষেপ। পতঞ্জলিত পোৱা মনস্তত্ব আৰু জ্ঞানতত্ত্বৰ সকলো ধাৰণা সাংখ্য দৰ্শনৰপৰা লোৱা। সাংখ্যৰ দৰেই তেওঁৰ লক্ষ্য হ'ল যে মানৱাত্মাই প্ৰকৃত, দেহ, কৰ্ম আৰু সংসাৰৰ বান্ধোনৰপৰা নিজকে মুক্ত কৰিব লাগে আৰু সত্য আৰু মনৰ চৰম শান্তি যাৰ নাম তেওঁ দিছে যোগ—উপলব্ধি কৰিবলৈ চেষ্টা কৰিব লাগে। এয়া উপলব্ধি কৰিব পৰা যায় প্ৰাৰ্থনা আৰু আধ্যাত্মিক অনুশীলনৰ মাজেৰে। এই আধ্যাত্মিক প্ৰশিক্ষণৰ কালত এনে এটা স্তৰ আছে যেতিয়া যোগীয়ে অতি-প্ৰাকৃতিক শক্তি অৰ্জন কৰিব পাৰে। তেওঁ পৃথিৱী আৰু আকাশ, অতীত আৰু ভৱিষ্যৎ সম্পৰ্কে সকলো কথা জানিব পাৰে, তেওঁ নিজকে অদৃশ্য কৰি পেলাব পাৰে; তেওঁ শূন্যত উৰিব পাৰে, পানীত খোজ কাঢ়িব পাৰে। কিন্তু সেয়া তেওঁৰ লক্ষ্য নহয়। তেওঁৰ লক্ষ্য সম্পূৰ্ণ বিচ্ছিন্নতা আয়ত্ত কৰা, পৰম প্ৰশান্তি লাভ কৰা।

ন্যায় আৰু বৈশেষিক পন্থাইও সকলো ভাৰতীয় দাৰ্শনিক পন্থাৰ উমৈহতীয়া লক্ষ্য—সত্য বা বাস্তৱৰ জ্ঞানৰ যোগেদি মোক্ষ লাভকেই অনুসৰণ কৰে। কিন্তু এই দুই পন্থাত জ্ঞানৰ অৰ্থ ইন্দ্ৰিয়াতীত জ্ঞান নহয়, বৰং পৰ্য্যবেক্ষণ, যুক্তি আৰু পৰীক্ষাৰ ভিত্তিত লাভ কৰা বিজ্ঞানসন্মত জ্ঞান। ন্যায়ত প্ৰমাণ আৰু প্ৰামাণ্যৰ আলোচনা কৰা হৈছে। প্ৰমাণত আছে তৰ্কশাস্ত্ৰৰ সমস্যা আৰু জ্ঞানৰ তত্ত্ব আৰু প্ৰামাণ্যত আছে পদাৰ্থবিদ্যা, এই সকলো বিজ্ঞানতে, প্ৰায় ২৫০০ বছৰ আগতে, ভাৰতীয় মনে চিন্তাৰ এনে গভীৰতা আৰু সঠিকতা অৰ্জন কৰিছিল যাৰ তুলনা প্ৰাচীন গ্ৰীচৰ বাহিৰে আন ক'তো পাবলৈ নাই।

হিন্দু দৰ্শনৰ বাকী দুটা পন্থা অৰ্থাৎ পূৰ্ব-মীমাংসা আৰু উত্তৰ-মীমাংসা ওপৰৰ চাৰিওটা পন্থাতকৈ বেলেগ, এই কাৰণে যে ইহঁতৰ প্ৰেৰণাৰ উৎস হ'ল বেদৰ শিক্ষা। পূৰ্ব-মীমাংসাই বিশ্বাস কৰে যে বেদসমূহ হ'ল আলোকিত জ্ঞান আৰু সিবোৰৰ নিৰ্দেশ অৱশ্যেই মানিব লাগিব। কিন্তু বেদৰ ধৰ্মতত্ত্ব বা নৈতিকতাৰ দিশৰ পৰ্যন্ত এই পন্থাৰ সম্পৰ্ক নাই, মাত্ৰ উৎসৱ অনুষ্ঠান, বলি আদি সম্পৰ্কীয় শ্লোক আৰু স্তুতি আৰু প্ৰাৰ্থনাৰ লগতহে সম্পৰ্ক। সেই সময়ৰ ধৰ্মীয় দৰ্শনত যিদৰে উৎসৱ অনুষ্ঠান আৰু প্ৰাৰ্থনাক সম্পূৰ্ণ বিসৰ্জন দিয়া হৈছিল তাৰ প্ৰতিক্ৰিয়া স্বৰূপেই বোধহয় এই এক পক্ষীয় ধাৰাৰ উদ্ভৱ হৈছিল। পূৰ্ব মীমাংসাই যিদৰে বেদৰ শিক্ষাৰ এটা দিশত গুৰুত্ব দিছিল, উত্তৰ মীমাংসাই সেইদৰে আনটো দিশত অৰ্থাৎ একবাদী নীতিৰ ওপৰত গুৰুত্ব দিছিল আৰু ইয়াক এক সম্পূৰ্ণ দৰ্শনলৈ উন্নীত কৰিছিল। এই দুই ধাৰাই একেলগে এক ধৰ্মীয় দৰ্শনৰ প্ৰতিনিধিত্ব কৰিছিল যি এহাতে বৌদ্ধধৰ্ম আৰু আনহাতে জৈনধৰ্মৰ বিৰুদ্ধে বৈদিক হিন্দুধৰ্মক সপ্ৰমাণ কৰিব খুজিছিল।

কিন্তু এই যুগৰ হিন্দুমনৰ উচ্চতম কীৰ্তিৰ প্ৰকাশ ঘটে ভগৱদ্‌গীতাত ব্যাখ্যা কৰা আন এক দৰ্শনৰ মাজত। গীতা এখন পৃথক গ্ৰন্থ নহয়, মহাকাব্য মহাভাৰতৰ এটা অংশ মাত্ৰ।

অৰ্জুনে নিজকে প্ৰশ্ন কৰে যে ঈশ্বৰৰ প্ৰাণীসমূহ ধ্বংস কৰা আৰু নিজৰ আত্মীয় স্বজনক বধ কৰা জানো পাপকাম নহয়। এহাতে, তেওঁৰ ক্ষত্ৰিয় ধৰ্মই তেওঁক কৰ্তব্য পালনৰ বাবে আৰু সত্য আৰু ন্যায় প্ৰতিষ্ঠাৰ বাবে আহ্বান জনাইছে আৰু, আনহাতে, প্ৰেম আৰু ভ্ৰাতৃত্ববোধে নিজৰ আত্মীয়-স্বজনক বধ কৰাত বাধা প্ৰয়োগ কৰিছে। ফলত, গভীৰ অশান্তি ভোগ কৰি তেওঁ কিংকৰ্তব্য বিমূঢ় হৈছে। বিষ্ণুৰ অৱতাৰ শ্ৰীকৃষ্ণই অৰ্জুনৰ ৰথৰ সাৰথিৰ বেশ লৈ তেওঁৰ আধ্যাত্মিক সংকট পৰিলক্ষ্য কৰিছে আৰু তেওঁক উদ্ধাৰ কৰিবলৈ আগবাঢ়ি আহিছে।

অৰ্জুনৰ বিপদ হ'ল এয়ে যে নৈতিক কৰ্তব্যবোধে তেওঁক কৰ্মৰ প্ৰতি সন্দীহান কৰিছে ; কিন্তু তেওঁৰ শ্ৰীকৃষ্ণই উপনিষদৰ দৰ্শনৰ ভেটিত অৰ্জুনৰ এই সমস্যা সমাধান কৰিছে আৰু সেয়ে তেওঁ এই দৰ্শনৰ মৌলিক নীতিসমূহ ব্যাখ্যা কৰিবলগীয়া হৈছে। তেওঁৰ যুক্তিৰ মূল কথা হ'ল এয়ে যে নৈতিক কৰ্মৰ প্ৰকৃত পথ বিচাৰি পাবলৈ হ'লে নৈতিকতাক ধৰ্মৰ ভিত্তিত প্ৰতিষ্ঠা কৰিব লাগিব। প্ৰতিটো কৰ্মকে ধৰ্মই নিৰ্ধাৰিত কৰা মানদণ্ডৰে

বিচাৰ কৰি চাব লাগিব। উপনিষদৰ মতে ধৰ্মীয় আদৰ্শ হ'ল অস্তিত্বৰ ঐক্যৰ উপলব্ধি। ই কেৱল জ্ঞান নহয়, বৰং দ্বৈততাৰ মায়া দূৰ হৈ বিচাৰোঁতা আৰু বিচৰাজন এক হৈ নকৰালৈকে ব্ৰহ্মৰ চিন্তাত সম্পূৰ্ণ আত্ম বিলোপন। এই স্তৰত মানুহৰ কৰ্মৰ সম্পূৰ্ণ প্ৰকৃতি সলনি হয়। নিজৰ আৰু সমাজৰ সংৰক্ষণৰ বাবে প্ৰয়োজনীয় কৰ্তব্যবোৰ মানুহে কেৱল কৰ্তব্য পালনৰ স্বাৰ্থতহে কৰে, কোনো ব্যক্তিগত আকাংক্ষা বা নিজৰ কামৰ ফলশ্ৰুতিৰ চিন্তাত নকৰে। অৰ্জুনৰ প্ৰতি শ্ৰীকৃষ্ণৰ উপদেশ হ'ল, ক্ষত্ৰিয় কুলে তেওঁৰ ওপৰত ন্যস্ত কৰা দায়িত্ব মোহৰ বশীভূত নোহোৱাকৈ আধ্যাত্মিক বিচ্ছিন্নভাৱে তেওঁ সম্পাদন কৰা উচিত আৰু তেওঁৰ কামৰ ফলাফলৰ বাবে সামান্যও ব্যতিব্যস্ত হোৱা অনুচিত। প্ৰকৃততে, তেওঁ যে কাম কৰিছে, সেই ভাবটোৱেই তেওঁ মনৰপৰা দূৰ কৰা উচিত আৰু সকলো কামেই মূল চালিকা শক্তি ব্ৰহ্মৰ কাম বুলি গণ্য কৰা উচিত। তেওঁ উপলব্ধি কৰা উচিত যে তেওঁৰ নিজৰ কাম, ব্যক্তি হিচাপে তেওঁৰ অস্তিত্ব দৰেই, কেৱল এটা বাহিৰত দেখা বস্তু, কেৱল এটা নাম।

ভগৱদগীতা উপনিষদৰ টোকাই নহয়। ইয়াৰ পৰিপূৰিকাও। উপনিষদত গুৰুত্ব দিয়া হৈছে ধৰ্মৰ তাত্বিক দিশটোত, অৰ্থাৎ ব্ৰহ্ম আৰু আত্মাৰ প্ৰকৃতি আৰু সিহঁতৰ পৰিচয়ৰ ওপৰত, গীতাত গুৰুত্ব দিয়া হৈছে ব্যৱহাৰিক দিশটোত, অৰ্থাৎ ব্ৰহ্মৰ উপলব্ধি আৰু মোক্ষ লাভৰ উপায়ৰ ওপৰত। গীতাই মোক্ষলাভৰ তিনিটা পথৰ সংমিশ্ৰণ ঘটাবৰ চেষ্টা কৰিছে—ধাৰণা আৰু সন্ন্যাসী অনুশাসনৰ যোগেদি লাভ কৰা জ্ঞানৰ পথ, বিশ্বাস আৰু ভক্তিৰ পথ আৰু কৰ্মৰ পথ। উপনিষদত এই তিনিওটাৰে উল্লেখ কৰা হৈছে, কিন্তু বিশুদ্ধ জ্ঞানৰ ওপৰত ইমান বেছি গুৰুত্ব দিয়া হৈছে যে ধৰ্মৰ ভক্তি-মাৰ্গীয় দিশটো সম্পূৰ্ণ উপেক্ষিত হৈ পৰিছে আৰু দেখা গৈছে যেন সত্যৰ উপলব্ধি এটা সম্পূৰ্ণ ধী-শক্তি সম্ভূত ঘটনা যাৰ লগত প্ৰেম বা ভক্তিৰ কোনো সম্পৰ্ক নাই। সেইদৰেই কৰ্মকো জ্ঞানৰ তলত ঠাই দিয়া হৈছে। দৃশ্যত' উপনিষদে যি কোনো ধৰণৰ কৰ্মকে সত্য-সন্ধানীৰ পথত বাধা দিয়া এক শৃংখল বুলি গণ্য কৰে, যি শৃংখল ছিন্ন কৰিহে জ্ঞান আৰু মোক্ষ লাভ কৰিব পৰা যায়। গীতাই এই ভুল উপলব্ধিবোৰ দূৰ কৰি এইটো: স্পষ্ট কৰি দিছে যে উপনিষদত উল্লেখ কৰা আত্মা আৰু ব্ৰহ্মৰ উপলব্ধি এটা বিমূৰ্ত ধাৰণা মাত্ৰ নহয়, বৰং প্ৰেম আৰু ভক্তিৰ মাজেদি বিচাৰোঁতা আৰু বিচৰাজনৰ এক আধ্যাত্মিক সংগম গীতাই আৰু স্পষ্ট কৰি দিছে যে বিবেক কৰ্তব্যবোধৰ থাতিৰত কৰা কাম কেতিয়াও এই লক্ষ্য সাধনৰ বাধা নহয়, বৰং ফলপ্ৰসূ উপায়।

বৌদ্ধধৰ্মৰ বিৰুদ্ধে হিন্দুধৰ্মৰ নিজৰ খোপনি ৰাখিবলৈ আৰু ইয়াৰ জাতীয় ধৰ্মৰ স্থান পুনৰ ঘূৰাই আনিবলৈ হিন্দু চিন্তাবিদসকলে হিন্দুধৰ্মৰ সংস্কাৰ কৰি ইয়াত নৈতিক আৰু আধ্যাত্মিক শক্তি সঞ্চাৰ কৰিবলৈ চেষ্টা কৰা দেখা গৈছিল। এই পুনঃপ্ৰতিষ্ঠাৰ আন্দোলন কেৱল ধৰ্ম আৰু দৰ্শনতে সীমাবদ্ধ নাছিল, ই বৌদ্ধিক স্তৰৰ তললৈ গৈ অনুভূতিৰ গভীৰতাত প্ৰৱেশ আৰু মহাকাব্য বা বীৰ কাব্যত আত্ম-প্ৰকাশ কৰিছিল। মহাভাৰত আৰু ৰামায়ণত বৰ্ণিত কাহিনীবোৰ বহু পুৰুষ ধৰি বিভিন্ন লোকগীতৰ মাজেদি মানুহৰ মাজত চলি আহিছিল। এই যুগৰ মাজভাগত খৃ. পূ দ্বিতীয় শতিকাত এইবোৰ সংকলন আৰু পুনঃসম্পাদনা কৰা হয় যাতে বৈদিক হিন্দুযুগৰ বীৰসকলৰ স্মৰণীয় কীৰ্তিবোৰে মানুহক তেওঁলোকৰ মহান অতীতৰ কথা সোঁৱৰাই এক নতুন আৰু উন্নত জীৱনৰ প্ৰতি তেওঁলোকক উৎসাহ যোগাব পাৰে। সঠিকভাৱে ক'বলৈ গ'লে ৰামায়ণ এখন ধৰ্ম কাব্য নহয়, বৰং ইয়াক পাৰ্থিৱ কবিতাৰ প্ৰথম চানেকি হিচাপে গণ্য কৰিব পাৰি। কিন্তু ই ৰাম, লক্ষ্মণ আৰু সীতাৰ উচ্চ স্তৰৰ চৰিত্ৰ কেইটা এনে চিত্তাকৰ্ষক আৰু সফলভাৱে উপস্থাপন কৰিছে যে পাঠক প্ৰেম আৰু ভক্তিৰ গভীৰ ধৰ্মীয় অনুভূতিৰে উদ্বুদ্ধ হৈ পৰে আৰু ই তেওঁলোকৰ বাবে হিন্দুধৰ্মৰ পবিত্ৰ গ্ৰন্থসমূহৰ সমানেই পবিত্ৰ বুলি গণ্য হয়। আনহাতে, পুৰণি পৰম্পৰা মতে, মহাভাৰত হ'ল যজুৰ্বেদৰ পৰৱৰ্তী অংশ আৰু ইয়াক পঞ্চম বেদ আৰু ধৰ্মশাস্ত্ৰও বোলা হয়। অৱশ্যে কুৰু বা পাণ্ডৱসকলৰ কাহিনীত ধৰ্মীয় তাৎপৰ্য্য আৰোপ কৰা নহয়, মহাভাৰতৰ যি অংশত দাৰ্শনিক সমস্যাবোৰ আলোচনা কৰা হৈছে, বিশেষকৈ আগতে উল্লেখ কৰা বিখ্যাত আলোচনা য'ত আছে তাতহে ধৰ্মীয় তাৎপৰ্য্য আৰোপ কৰা হৈছে।

ধৰ্মীয় চিন্তা-চৰ্চাৰ এই পটভূমিত আমি এটা যুগৰ সংস্কৃতিৰ বিভিন্ন দিশত চকু দিব লাগিব যি যুগত ধৰ্ম জীৱনৰ এটা অংশ মাত্ৰ নাছিল, বৰং সমগ্ৰ জীৱনৰ ওপৰতে প্ৰভুত্ব কৰা এটা বিষয় আছিল। সামাজিক আৰু ৰাজনৈতিক অনুষ্ঠানসমূহ, বিজ্ঞান, সুকুমাৰ কলা, জীৱন-যাপনৰ ধৰণ, আহাৰ, পোছাক—প্ৰতিটো বস্তুৱেই ধৰ্মৰ সাঁচত চলা হৈছিল।

যদিও দেশ স্বৈৰতান্ত্ৰিক আছিল আৰু প্ৰশাসনৰ ক্ষেত্ৰত ৰজাৰ ইচ্ছাই আছিল আইন, তথাপি আইনসংক্ৰান্ত কথাত তেওঁ ধৰ্মশাস্ত্ৰ অনুসৰণ কৰিব লাগিছিল। জ্ঞান আৰু ঈশ্বৰ ভক্তিৰ বাবে জনাজাত ব্ৰাহ্মণসকলক সাধাৰণতে ৰজাৰ উপদেষ্টা হিচাপে নিয়োগ কৰা হৈছিল আৰু ৰাজ্য প্ৰশাসন সম্পৰ্কত তেওঁলোকৰ যথেষ্ট মতামত প্ৰকাশৰ

অধিকাৰ আছিল। সেয়ে ক'ব পাৰি যে ৰাষ্ট্ৰ কিছু পৰিমাণে ধৰ্মৰ অনুগত আছিল। কিন্তু বৌদ্ধ ৰাষ্ট্ৰৰ ক্ষেত্ৰত, অন্ততঃ অশোকৰ সময়ত, ইয়াৰ বিপৰীত আছিল। ৰজা বৌদ্ধসকলৰ ধৰ্মীয় প্ৰধান হিচাপে পৰিগণিত হৈ পৰিছিল। হিন্দুসকলে নিজ ধৰ্মবিশ্বাস আৰু পূজা-পাতলৰ সম্পূৰ্ণ স্বাধীনতা উপভোগ কৰিছিল। কিন্তু নৈতিক জীৱনৰ ক্ষেত্ৰত হিন্দু আৰু বৌদ্ধ সকলো নাগৰিকৰ ওপৰতে ৰাষ্ট্ৰই কঠোৰ অনুশাসন প্ৰৱৰ্তন কৰিছিল আৰু এই উদ্দেশ্যে 'ধম্ম মহামাত্ৰ' নামৰ বিশেষ বিষয়া নিযুক্ত কৰা হৈছিল। ইয়াৰ বাহিৰে ৰাষ্ট্ৰৰ সাধাৰণ ধৰণ-কৰণ হিন্দু শাসকৰ ৰাষ্ট্ৰৰ সৈতে একেই আছিল আৰু ইয়াৰ সবাতোকৈ চকুত পৰা বৈশিষ্ট্য আছিল যে ৰজাই এনে এক আমোলাতন্ত্ৰ আৰু প্ৰশাসক-মণ্ডলীৰ জৰিয়তে ৰাজ্য চলাইছিল যি আজিৰ আধুনিক ৰাজ্যত পোৱাবোৰতকৈ কোনো গুণে কম আড়ম্বৰপূৰ্ণ নহয়।

বৌদ্ধধৰ্মই সমাজ-ব্যৱস্থালৈ অনা পৰিবৰ্তনৰ ঢৌৱে জাতি-ভেদ যদিও সম্পূৰ্ণ আঁতৰাব নোৱাৰিলে, তথাপি এইবোৰ আগতকৈ কম গুৰুত্বপূৰ্ণ হৈ পৰিল।

বৌদ্ধ সংঘবিলাকে সকলো জাতিৰ বাবে ইয়াৰ দুৱাৰ মুক্ত কৰি দিলে আৰু সেয়ে বৰ্ণাশ্ৰমৰ ধৰ্মীয় ভিত্তি দুৰ্বল হৈ পৰিল। কিন্তু সাধাৰণ সামাজিক জীৱনত জাতি-ভেদ প্ৰথাৰ উচ্চ-নীচ বিচাৰ আনকি বৌদ্ধ আৰু জৈনসকলৰ মাজতো চলি থাকিল, অৱশ্যে স্তৰ বিভাজনৰ ক্ৰম কিছু পৰিমাণে সলনি হ'ল। ক্ষত্ৰিয় কুলৰ শ্ৰেষ্ঠী আৰু বৈশ্য কুলৰ বণিক এতিয়া ব্ৰাহ্মণতকৈ উচ্চ বুলি পৰিগণিত হ'ল।

বৌদ্ধ আন্দোলনৰ আন এটা গুৰুত্বপূৰ্ণ ফল হ'ল যে অশোকে তেওঁৰ ৰাজত্বকালত নিষেধ কৰি দিয়া পশু-বলি হিন্দু সমাজৰ এক বৃহৎ অংশই চিৰকালৰ বাবে পৰিত্যাগ কৰিলে। কালী-উপাসকসকলৰ দৰে জনসংখ্যাৰ মাত্ৰ এটা ক্ষুদ্ৰ অংশইহে পশু-বলি চলাই থাকিবলৈ ধৰিলে। ভাৰতীয় সমাজত পশু-বলি আৰু মাংসভক্ষণ বন্ধ কৰাত আৰু অহিংসাৰ নীতি প্ৰচাৰ কৰাত জৈনধৰ্মৰ ভূমিকা বৌদ্ধধৰ্মতকৈ কম গুৰুত্ব-পূৰ্ণ নহয়।

যি কম পৰিমাণৰ জ্ঞান-চৰ্চা এই সময়ত হৈছিল সেইবিলাকৰো মূল আছিল ধৰ্মত। আমি দেখা পাইছোঁৱেই যে দৰ্শন গভীৰভাৱে ধৰ্মৰ লগত জড়িত আছিল। বানানৰ পদ্ধতি, ব্যাকৰণ আৰু ছন্দপ্ৰকৰণ বেদ অধ্যয়নৰ মাজেদি বিকশিত হৈছিল আৰু ইবোৰক বেদ চৰ্চাৰ অংগ বুলি গণ্য কৰা হৈছিল। বৈদিক ভাষা বুলি জনাজাত পুৰণি ভাৰতীয় আৰ্য্য-ভাষা যথেষ্ট পৰিমাণে পৰিমাৰ্জিত হৈছিল আৰু সেইটোও পাছত বিকাশ

হৈছিল। উত্তৰ ভাৰতৰ মধ্য অঞ্চলত প্ৰচলিত ইইতৰ এটা শাখা যুক্তি সম্মত আৰ্হিত বিকশিত হৈ সংস্কৃত নামে জনাজাত হৈ পৰিছিল। হিন্দুধৰ্ম আৰু দৰ্শনৰ ভাষা-ৰূপে সমগ্ৰ ভাৰতৰে উচ্চ শ্ৰেণীৰ লোকে ইয়াক অধ্যয়ন কৰিছিল। ধৰ্মীয় অনুষ্ঠান আৰু বলি-বিধানৰ বাবে সময় নিৰ্দ্ধাৰণ কৰিবৰ কাৰণে নক্ষত্ৰসমূহৰ গতি অধ্যয়ন কৰাৰ পৰাই জ্যোতিৰ্বিজ্ঞান আৰম্ভ আৰু ই ব্ৰাহ্মণসকলৰ বিশেষ দখলত আছিল।

এই যুগত বৌদ্ধধৰ্মই শিক্ষাৰ ওপৰত গভীৰ প্ৰভাৱ বিস্তাৰ কৰে। বুদ্ধৰ আগতে বিজ্ঞান আৰু ধৰ্মৰ ভাষা আছিল সংস্কৃত। সকলো পবিত্ৰ গ্ৰন্থ লিখা হৈছিল সংস্কৃতত আৰু ব্ৰাহ্মণ আৰু ক্ষত্ৰিয়ৰ বাহিৰে আন কোনেও সেইবোৰ পঢ়িব নোৱাৰিছিল। শিক্ষা সেয়ে বিশেষভাৱে উচ্চ-বৰ্ণৰ ভিতৰত সীমিত আছিল। কিন্তু বুদ্ধই তেওঁৰ বাণী প্ৰচাৰৰ বাবে সংস্কৃতৰ পৰিবৰ্তে সাধাৰণ কথোপকথনৰ ভাষা গ্ৰহণ কৰিলে। সেই সময়ত বুদ্ধৰ নিজৰ অঞ্চলত প্ৰচলিত ভাষা আছিল ভাৰতীয় আৰ্য্য ভাষাৰ পূৰ্বদেশীয় অপভ্ৰংশ। এই অপভ্ৰংশ ভাষাতেই বুদ্ধই তেওঁৰ বাণী প্ৰচাৰ কৰিবলৈ ল'লে। অশোকৰ সময়লৈ ই বৌদ্ধসকলৰ ধৰ্মীয় ভাষা হৈ পৰিল আৰু বৌদ্ধধৰ্মৰ লগতে গোটেই ভাৰতত বিয়পি পৰিল। সেই কাৰণেই অশোকে দেশৰ বিভিন্ন অংশত শিলাস্তম্ভৰ ওপৰত খোদিত কৰা ৰাজ-নিৰ্দেশসমূহত এই ভাষা ব্যৱহাৰ কৰিছিল। জ্ঞানৰ সন্দৰ্ভত, বৌদ্ধসকলে সাধাৰণতে নিজকে ধৰ্ম চৰ্চা বা অধ্যয়নতে সীমিত ৰাখিছিল। জ্ঞানৰ ক্ষেত্ৰ এই গোটেই যুগ ধৰি ব্ৰাহ্মণসকলৰ দখলত বৈছিল। সেয়ে আমি আগতে উল্লেখ কৰা দৰ্শনত বিভিন্ন পন্থা, ধৰ্মীয় বিধি, ৰাজনৈতিক, অৰ্থনীতি আৰু মহাকাব্যৰ শ্ৰেষ্ঠকীৰ্তি আদি সকলো ব্ৰাহ্মণ চিন্তাবিদসকলৰে সৃষ্টি আছিল।

আনহাতে, বৌদ্ধ পৃষ্ঠপোষকতাত সুকুমাৰ কলাৰ বিকাশ হৈছিল। প্ৰাক্ বৌদ্ধ যুগৰ সুকুমাৰ কলা এেকবাৰে আদিম স্তৰত আছিল। ভাস্কৰ্য্যৰো বিশেষ উন্নতি হোৱা নাছিল। নদী বা সাগৰৰ পাৰৰ নগৰসমূহত কাঠৰ আৰু ওখ ঠাইত ইটাৰ একৰপৰা চাৰিমহলাৰ ঘৰ নিৰ্মিত হৈছিল। ঘৰবোৰৰ যথেষ্ট সংখ্যক খিড়িকী আছিল। চিলিঙৰ বাবে খেৰ আৰু ইটা ব্যৱহাৰ কৰা হৈছিল। নিয়মমতে প্ৰতি ঘৰতে, চাৰিওফালে সন্মুখত-বাৰান্দা-থকা-কোঠাৰে-ঘেৰা এডোখৰ বৰ্গক্ষেত্ৰাকাৰ চোতাল আছিল। নগৰসমূহ সাধাৰণতে বৰ্গক্ষেত্ৰাকাৰ বা আয়তক্ষেত্ৰাকাৰ ছিচাপে পৰিকল্পনা কৰা হৈছিল। প্ৰধান পথটো পূবৰপৰা পশ্চিমলৈ আৰু উপপথবোৰ উত্তৰৰপৰা দক্ষিণলৈ গৈছিল। বিভিন্ন বৃত্তিজীৱী গোষ্ঠীৰ প্ৰত্যেকটোৰ বাবে একোটা অঞ্চল পৃথক কৰি দিয়া হৈছিল। নগৰৰ

উত্তৰাঞ্চলত মন্দিৰসমূহ প্ৰতিষ্ঠা কৰা হৈছিল আৰু প্ৰতিটো মন্দিৰতে বাঁহৰ চালিৰে একোটা কোঠা কৰি বেদী পতা হৈছিল। আনকি বিশেষ নগৰত ঘৰ সাজিবলৈ ইটা ব্যৱহাৰ কৰা হৈছিল, সেইবোৰতো মন্দিৰবোৰ সাধাৰণতে বাঁহৰে নিৰ্মিত হৈছিল। এতিয়ালৈকে আৱিষ্কাৰ কৰা প্ৰাচীনতম মন্দিৰটো হ'ল চিত্তোৰৰ বিষ্ণু মন্দিৰ। সেই-কালৰে আন এটা মন্দিৰ বে'চ নগৰত পোৱা গৈছে।

ঘৰ-সজাত শিলৰ ব্যৱহাৰ অশোকৰ কালৰ কিছু আগৰেপৰা আৰম্ভ হয়। কিন্তু অশোকেহে বৃহৎ সংখ্যাত শিলৰ নিৰ্মাণ কাৰ্য্য সম্পন্ন কৰে। এইবোৰৰ ভিতৰত ৰাজ প্ৰাসাদবোৰ কালৰ ক্ষয়ংকাৰী গতিত ধ্বংস হয়। কিন্তু কিছুমান স্তূপ, স্তম্ভ আৰু বিহাৰ এতিয়াও অৱশিষ্ট আছে। সাঁচি আৰু ধাৰহুটত স্তূপৰ চিন এতিয়াও দেখা যায়। এই স্তূপবোৰৰ বেৰা আৰু দুৱাৰ মুখত খোদিত কৰা কথাত ধৰ্মীয় বিষয়ৰ পৰিবৰ্তে পাৰ্থিৱ বিষয়হে আছে আৰু এই কথাবোৰে সেই সময়ৰ জীৱনৰ পৰিচ্ছন্নৰ চিত্ৰ দাঙি ধৰে। গোটা শিলৰপৰা কাটি উলিওৱা অশোক স্তম্ভবোৰ 40ৰপৰা 60 ফুটলৈকে ওখ আৰু সিহঁতৰ নিমজ উপৰিভাগ দাপোণৰ দৰে উজ্জল। স্তম্ভৰ ওপৰৰ অংশত বৰ্গক্ষেত্ৰ বোৰ ভূমিৰ ওপৰত এটা ঘণ্টা আকৃতিৰ অলংকৃত অংশ আৰু সাধাৰণতে সিংহকে ধৰি কিছুমান প্ৰতীকী মূৰ্তি আছে। আটাইতকৈ বিখ্যাত অশোক স্তম্ভটো হ'ল চাৰিটা চকুত লগা সিংহমূৰ্তিয়ে ধৰ্মচক্ৰ ধৰি থকা ৰূপত বানাৰসৰ ওচৰৰ সাৰনাথত পোৱা স্তম্ভটো। এই সিংহকেইটাৰ সৈতে পবিত্ৰ চক্ৰটো ভাৰতীয় গণতন্ত্ৰৰ আনুষ্ঠানিক প্ৰতীক হিচাপে গ্ৰহণ কৰা হৈছে।

বৌদ্ধ কলাৰ শ্ৰেষ্ঠ কীৰ্তি দেখা যায় অজন্তাৰ গুহাসমূহত আৰু সিবোৰৰ প্ৰাচীৰ চিত্ৰসমূহত। খৃষ্ট পূৰ্ব দ্বিতীয় শতিকাৰপৰা খৃষ্টীয় তৃতীয় শতিকা জুৰি ৰচিত হোৱা এই চিত্ৰসমূহত বৌদ্ধকলাৰ বৈশিষ্ট্যসমূহ চৰম ৰূপত প্ৰকাশ পাইছে। প্ৰথমে লক্ষ্য কৰিব লগীয়া কথাটো হ'ল এয়ে যে কলাগত দক্ষতা আৰু কাৰিকৰী নিপুণতাৰ দিশৰপৰা অজন্তা চিত্ৰসমূহে এনে উচ্চ মানদণ্ড স্পৰ্শ কৰিছে যে এইবোৰ বহুশতিকা ধৰি চলি থকা বিকাশৰ ফলশ্ৰুতি বুলি গণ্য কৰিব লাগিব। ইয়াৰ একমাত্ৰ ব্যাখ্যা অজন্তা কলাক দক্ষিণ-ভাৰতৰ দ্ৰাবিড় সংস্কৃতিৰ জৰিয়তে সিন্ধু-উপত্যকাৰ সভ্যতাৰ লগত সংযুক্ত কৰিলেহে পোৱা যাব, কিয়নো উত্তৰ-ভাৰতত বৌদ্ধ সংস্কৃতিৰ পূৰ্ববৰ্তী বৈদিক সংস্কৃতিত কোনো উল্লেখযোগ্য চিত্ৰ-ৰচনাৰ কথা জনা নাযায়।

এই অপ্ৰমাণিত ধাৰণাত এই কথাৰো ব্যাখ্যা পোৱা যাব যে অজন্তাৰ প্ৰাচীৰ-

চিত্ৰসমূহত নাগৰৰ দৰে অনাৰ্য্য মূৰ্তিকো আৰ্য্য মূৰ্তিৰ দৰে সমান গুৰুত্বপূৰ্ণ স্থান দিয়া হৈছে। সকলো বৌদ্ধ কলাৰ দৰে এই চিত্ৰসমূহৰ আন এটা বৈশিষ্ট্য হ'ল সৰলতা আৰু সংযত প্ৰয়োগ অৰ্থাৎ বাহুল্যধৰ্মী অলংকৰণ, চিত্ৰণ আৰু আবেগৰ আতিশয্য পৰিহাৰ, যিটো বুদ্ধৰ শিক্ষাৰ প্ৰত্যক্ষ প্ৰভাৱ বুলি গণ্য কৰা যাব পাৰে। একে সময়তে, অতি সুদৃশ্য বোধিসত্ত্ব পদ্মপাণি মূৰ্তিয়ে প্ৰমাণ কৰে যে বৌদ্ধ কলাত শাৰীৰিক সৌন্দৰ্য্য আৰু গাম্ভীৰ্য্যৰপৰা আনন্দ গ্ৰহণ কৰাৰ ক্ষমতাৰ লগত গভীৰ আধ্যাত্মিকতা আৰু নিবিড়তাৰ সুষম সংমিশ্ৰণ ঘটিছিল।

# দ্বিতীয় সংগম : পৌৰাণিক হিন্দু সংস্কৃতি

( খৃঃ 200—খৃঃ 700 )

পূৰ্ববৰ্তী কালছোৱাত প্ৰাচীন হিন্দুধৰ্মৰ প্ৰতিদ্বন্দ্বী হিচাপে দুটা নতুন ধৰ্মীয় আন্দোলন গঢ়ি উঠিছিল আৰু কিছুসময়ৰ বাবে দেশৰ কোনো কোনো অঞ্চলত অতি জনপ্ৰিয় হৈ পৰিছিল। কিন্তু খৃঃ পূঃ দ্বিতীয় শতিকাৰপৰাই ইহঁতৰ প্ৰভাৱ কমিবলৈ আৰম্ভ কৰিলে। আনহাতে, হিন্দু চিন্তাবিদসকলে সত্যৰ সন্ধানত চিন্তাৰ নতুন পথত অগ্ৰসৰ হ'ল আৰু সকলো শ্ৰেণীৰ মানুহ আকৰ্ষণ কৰিব পৰা ধৰণে ধৰ্মীয় বিশ্বাস আৰু আচাৰ সংস্কাৰ কৰিবৰ উদ্দেশ্যে দেশৰ জনসাধাৰণৰ আধ্যাত্মিক মানসিকতাৰ সযত্ন অধ্যয়ন আৰম্ভ কৰিলে। ইয়াৰ ফলস্বৰূপে হিন্দুধৰ্মই নতুন জীৱন আৰু শক্তি লাভ কৰি জনসাধাৰণৰ ওপৰত ইয়াৰ প্ৰভাৱ পুনৰ সাব্যস্ত কৰিলে আৰু এক নতুন সংস্কৃতিৰ ভিত্তি হিচাপে প্ৰতিষ্ঠিত হ'ল। খৃঃ পূঃ দুশ বছৰত বিকাশ লাভ কৰিব ধৰা এই নতুন সংস্কৃতিয়ে খৃষ্টীয় চতুৰ্থ শতিকাত গুপ্ত সম্ৰাট-সকলৰ অধীনত উন্নতিৰ চৰমবিন্দু স্পৰ্শ কৰে।

মৌৰ্য্য সাম্ৰাজ্যৰ পিছত যদিও উত্তৰ আৰু দক্ষিণ ভাৰতত কেইবাখনো সাম্ৰাজ্যই জন্ম লাভ কৰিছিল এইবিলাকৰ কোনোখনেই জাতীয় সাম্ৰাজ্য আখ্যা পাব পৰাকৈ বৃহৎ নাছিল। শেষত খৃষ্টীয় চতুৰ্থ শতিকাৰ আৰম্ভণিত, যি দেশত মৌৰ্য্য সাম্ৰাজ্যৰ প্ৰতিষ্ঠাতা চন্দ্ৰগুপ্তৰ জন্ম হৈছিল সেই দেশতে আন এজন চন্দ্ৰগুপ্তৰ (খৃঃ 320-খৃঃ 335) অভ্যুদয় হয় আৰু তেওঁ পাতলিপুত্ৰক আন এখন বিৰাট সাম্ৰাজ্যৰ ৰাজ-ধানী পাতে। এই সাম্ৰাজ্যই তেওঁৰ পুত্ৰ সমুদ্ৰগুপ্ত আৰু নাতি দ্বিতীয় চন্দ্ৰগুপ্তৰ ৰাজত্বকালত দক্ষিণৰ সামান্য অংশৰ বাহিৰে গোটেই ভাৰতবৰ্ষ ইয়াৰ অধীনলৈ আনে। গুপ্তসকলৰ অধীনত দেশলৈ অহা ৰাজনৈতিক ঐক্যই এক সাংস্কৃতিক ঐক্যৰ পৰিৱেশ সৃষ্টি কৰাত আৰু নতুন হিন্দু সংস্কৃতিক জাতীয় সংস্কৃতিৰ পৰ্য্যায়লৈ উন্নীত কৰাত সহায় কৰিছিল।

বৈদিক হিন্দুধৰ্মই ইতিমধ্যে পুৰণি ভাৰতীয় জনসাধাৰণৰ আটাইতকৈ জনপ্ৰিয় দেৱতা শিৱ আৰু বিষ্ণুক বৈদিক দেৱ-দেৱীসকলৰ অন্তৰ্ভুক্ত কৰি লৈছিল, শিৱক আৰ্য্যদেৱতা ৰুদ্ৰ আৰু বিষ্ণুক সূৰ্য্যৰ ৰূপত গ্ৰহণ কৰা হৈছিল। কিন্তু এই দেৱতাসকলৰ প্ৰতি বিশ্বাস বৈদিক হিন্দুধৰ্মবিশ্বাসীৰ এটা ক্ষুদ্ৰ দিশ মাত্ৰ আৰু এই বিশ্বাস বৈদিক হিন্দুধৰ্মত সম্পূৰ্ণৰূপে লীন যোৱা নাছিল। হিন্দু-ধৰ্মৰ নতুন ৰূপটোৱে এই পুৰণি বিশ্বাসৰ সম্পূৰ্ণ গুৰুত্ব উপলব্ধি কৰিছিল আৰু একেশ্বৰবাদৰ লগত ইয়াক খাপ খুৱাই লোৱাৰ পিছত, ইয়াক ইয়াৰ ধৰ্মবিশ্বাসৰ অত্যাৱশ্যকীয় অংগ কৰি ল'লে।

পুৰণি ভাৰতীয় জনসাধাৰণৰ ধৰ্মীয় চেতনা এতিয়াও এনে এটা স্তৰত আছিল য'ত তেওঁলোকে প্ৰকৃতিৰ বিভিন্ন শক্তিক ইচ্ছা আৰু ক্ষমতাসম্পন্ন জীৱন্ত দেৱ-দেৱী বুলি গণ্য কৰিছিল। তেওঁলোকে এইবোৰক মানৱীয় ৰূপত কল্পনা কৰিছিল আৰু এইবোৰৰ মূৰ্তি সাজি পূজা কৰিছিল। তেওঁলোকৰ বাধাহীন প্ৰবল কল্পনাৰে বিশ্বচৰাচৰৰ জন্ম আৰু বিকাশক আৰু বিভিন্ন প্ৰাকৃতিক ঘটনাৰ মাজৰ সম্পৰ্কক তেওঁলোকে দেৱতা সম্পৰ্কীয় কিছুমান কাহিনীৰ ৰূপত ধাৰণা কৰি লৈছিল। দেশৰ কিছুমান অঞ্চলত জন্মৰ দেৱতা শিৱ আৰু তেওঁৰ পত্নী পাৰ্বতীক সৰ্বোচ্চ সন্মান দিয়া হৈছিল। এই পাৰ্বতীয়েই সম্ভৱ কেইবাহাজাৰ বছৰৰ আগতে সিন্ধু-উপত্যকাৰ উপাস্য দেৱী মাতৃ আছিল। আন কিছুমান ঠাইত জীৱন-যাপনৰ দেৱতা বিষ্ণু আৰু তেওঁৰ পত্নী লক্ষ্মীদেৱীক বিশেষ সন্মান দিয়া হৈছিল। যৌন-উৎপাদনেই যিহেতু জীৱন আৰু মৰণ উভয়ৰে মূল, এতেকে শিৱৰ দ্বৈত ব্যক্তিত্ব থকা বুলি বিশ্বাস কৰা হৈছিল। একালে তেওঁ বিশ্বব্ৰহ্মাণ্ডৰ পালক, আৰু আনহাতে ইয়াৰ নাশক বুলি গণ্য হৈছিল। একেদৰেই, তেওঁৰ পত্নীক উমা বা পাৰ্বতী নামেৰে মহিমাময়ী মাতৃৰূপে ধৰা হৈছিল আৰু আনহাতে মাত্ৰ ৰক্ত বলিৰে সন্তুষ্ট কৰিব পৰা ভীষণা-শক্তি কালীৰূপেও কল্পনা কৰা হৈছিল। কিন্তু বিষ্ণুৰ এটাই ৰূপ তেওঁ জগতৰ ৰক্ষক, লোকৰ প্ৰতি দয়ালু আৰু তেওঁলোকৰ কল্যাণসাধক। তেওঁৰ পত্নী লক্ষ্মী সম্পদ আৰু প্ৰাচুৰ্য্যৰ দেৱী।

প্ৰতীক আৰু অৱতাৰবাদ তত্ত্বৰ সহায়ত বহু দেৱতাৰ ধাৰণাটোক বৈদিক একে-শ্বৰবাদ ধাৰণাৰ লগত খাপ খুৱাই লোৱা গৈছিল। ধৰ্মীয় বিশ্বাসৰ ৰূপ হৈছিল এনেকুৱা: বিশ্বব্ৰহ্মাণ্ডৰ জীৱন্ত আত্মা হ'ল এক আৰু অদ্বিতীয় ব্ৰহ্ম। তেওঁক

তিনিধৰণে ধাৰণা কৰিব পৰা যায় সৃষ্টিকৰ্তা ব্ৰহ্মা; ৰক্ষাকৰ্তা বিষ্ণু আৰু সংহাৰ-কৰ্তা শিৱ। এই তিনিওজন আৰু আন আন দেৱ-দেৱী আৰু তেওঁলোকৰ বিভিন্ন ৰূপ এজন ঈশ্বৰৰে বিভিন্ন গুণ আৰু তাৰ প্ৰকাশ মাত্ৰ আৰু তেওঁলোকক পূজা কৰা মানেই প্ৰকৃততে ব্ৰহ্মক পূজা কৰা। মানুহৰ সহায় আৰু উদ্ধাৰৰ বাবে বিষ্ণুৱে বাৰে বাৰে পৃথিৱীত অৱতাৰ গ্ৰহণ কৰে। দেৱতাই মানুহৰ ৰূপ ধাৰণ কৰাটোকে অৱতাৰ গ্ৰহণ কৰা বোলে। বিষ্ণুৰ নটা অৱতাৰ ইতিমধ্যে পৃথিৱীলৈ আহিছে, ইয়াৰ ভিতৰত আটাইতকৈ গুৰুত্বপূৰ্ণ হৈছে, কৃষ্ণ, ৰাম আৰু বুদ্ধ।

সকলো শ্ৰেণী আৰু সকলো গোষ্ঠীকে ভিতৰ সুমুৱাব পৰাকৈ দেৱতা বিশ্বাস সংশোধিত কৰি লৈ জগতৰ সৃষ্টি, দেৱতাসকলৰ জীৱন আৰু ৰজাসকলৰ ৰাজত্ব আদি সম্পৰ্কে মানুহৰ মাজত প্ৰচলিত কাহিনীবোৰ সংগ্ৰহ আৰু সংকলন কৰি 'পুৰাণ' নাম দিয়া হ'ল। বেছিভাগ পুৰাণৰেই বিষ্ণুৰ নাম অনুসৰি নাম দিয়া হৈছে, আৰু কেইখনমানৰ ব্ৰহ্মা আৰু শিৱৰ নাম অনুসৰি দিয়া হৈছে। এনেধৰণৰ সংকলন হিন্দু সকলৰ মাজত পূৰ্বকালৰপৰা প্ৰচলিত আছিল। অথৰ্ব বেদত 'ইতিহাস, পুৰাণ'ৰ উল্লেখ কৰা হৈছে আৰু ইয়াক বহুতে বৈদিক সাহিত্যৰ এটা অংশ বুলি গণ্য কৰে, কিন্তু বেছিভাগ পুৰাণেই সিহঁতৰ বৰ্তমান ৰূপত খৃষ্টীয় পঞ্চম শতিকাৰ আৰু তাৰ পাছৰ শতিকাবোৰত সংকলিত হৈছিল, সেই সময়তে নতুন হিন্দুধৰ্মই ইহঁতক পবিত্ৰ গ্ৰন্থৰ পৰ্য্যায়লৈ উন্নীত কৰিলে। সাধাৰণ মানুহৰ মাজত পুৰাণবোৰ বেদতকৈ বহুগুণে বেছি জনপ্ৰিয় আছিল। নতুন হিন্দুধৰ্মক পুৰণি হিন্দুধৰ্মৰপৰা পৃথক কৰিবলৈ সেয়ে পৌৰাণিক হিন্দুধৰ্ম বুলিব পৰা যায় আৰু ইয়াৰ ওপৰত প্ৰতিষ্ঠিত সংস্কৃতিক পৌৰাণিক সংস্কৃতি আখ্যা দিব পাৰি।

আগতে উল্লেখ কৰা দৰে পৌৰাণিক হিন্দুধৰ্মৰ ভাৰতত প্ৰচলিত সৰ্বাত্মাবাদৰ-পৰা মূৰ্তি পূজা আৰু একেশ্বৰবাদলৈকে সকলো ধৰণৰ বিশ্বাসক সাঙৰি ল'ব পৰা ধৰণে এটা বহল দৃষ্টিভংগি আছিল। কিন্তু সামাজিক আৰু নৈতিক জীৱনৰ লগত প্ৰত্যক্ষভাৱে জড়িত কৰ্ম, পুনৰ্জন্ম, জীৱনৰ চাৰি স্তৰ আৰু বৰ্ণাশ্ৰম আদি ধৰ্মীয় নীতিসমূহ সম্পূৰ্ণভাৱে বৈদিক হিন্দুধৰ্মৰপৰা গ্ৰহণ কৰা হৈছিল।

এই দুই ধৰ্মৰ ধাৰাৰ মাজত আন এটা মিল আছিল, ধৰ্মশাস্ত্ৰবোৰত উল্লেখ কৰা বিধিসমূহ আৰু বেদ আৰু আৰণ্যকৰ ব্যাখ্যাত। জন্মপৰা মৃত্যুলৈকে এজন হিন্দুৱে বিশেষ বিস্তাৰিত আচাৰ-অনুষ্ঠান পালন কৰিব লাগে—যাৰ ওপৰত ব্ৰাহ্মণসকলৰ

একমাত্ৰ অধিকাৰ—সেই নিৰ্দেশাৱলীৰ ক্ষেত্ৰতো সুৰো থাকাৰ মিল আছিল। ব্ৰাহ্মণসকলৰো সেয়ে মানুহৰ সামাজিক আৰু ধৰ্মীয় জীৱনৰ ওপৰত সম্পূৰ্ণ নিয়ন্ত্ৰণ আছিল।

পৌৰাণিক হিন্দুধৰ্মৰ প্ৰতিষ্ঠাতাসকলে তেওঁলোকৰ সময়ৰ পৰিস্থিতি ভালকৈ বুজি পাইছিল আৰু ভাৰতীয় মনৰ ভিতৰলৈ তেওঁলোকে অন্তৰ্দৃষ্টি দিব পাৰিছিল, সেয়ে তেওঁলোকে হিন্দুধৰ্ম বিধানক কিছু স্থিতিস্থাপক কৰি সেই সময়ৰ সকলো ধৰ্মীয় চিন্তাকে সাঙৰি লৈছিল। এই আধাৰৰ ওপৰত প্ৰতিষ্ঠিত সংস্কৃতিও সমানেই বহলভিত্তিক আৰু ব্যাপক আছিল। কিন্তু এই সকলোবোৰ সত্বেও জাতি-বিভাজন অধিক কঠোৰতৰ হৈ পৰিছিল, কিয়নো পৌৰাণিক ধৰ্ম আৰু সংস্কৃতিৰ এই শিথিল গাঁথনিত প্ৰকৃততে ধৰি ৰাখিব পৰা শক্তি আছিল ব্ৰাহ্মণসকলৰ আৰু ব্ৰাহ্মণসকলৰ শক্তি আৰু প্ৰভাৱ নিৰ্ভৰ কৰিছিল জাতি-ব্যৱস্থাৰ ওপৰত। ধৰ্ম আৰু সমাজ জীৱনৰ ওপৰত সকলো ধৰণৰ প্ৰভাৱ থকা সত্বেও প্ৰশাসন বা চৰকাৰত তেওঁলোকৰ অকণো হাত নাছিল। পুৰোহিত হিচাপে তেওঁলোকৰ প্ৰধান কাম আছিল ধৰ্মীয় অনুষ্ঠানসমূহ পালন কৰাত পৌৰোহিত্য কৰা। হিন্দুধৰ্মৰ পৃষ্ঠপোষকতা কৰা আৰু ধৰ্মীয় বিধিসমূহ প্ৰবৰ্তন কৰা ৰাষ্ট্ৰৰ কৰ্তব্য আছিল আৰু সেই অৰ্থত হিন্দু ৰাষ্ট্ৰ যদিও এখন ধৰ্মীয় ৰাষ্ট্ৰ আছিল, তথাপি ই বস্তুতঃ পুৰোহিত সম্প্ৰদায়ৰ হস্তক্ষেপৰপৰা মুক্ত আছিল আৰু ইয়াৰ ধৰ্মনিৰপেক্ষীকৰণ ব্যৱস্থা তেতিয়াই আৰম্ভ হৈছিল। ধৰ্মশাস্ত্ৰবিলাকে নাগৰিক আৰু সামাজিক বিধিৰ মৰ্য্যাদা পাইছিল যদিও মনুৰ সময়ৰপৰাই মানৱীয় যুক্তি আৰু সামাজিক ৰীতিক আইনৰ উৎস হিচাপে স্বীকৃতি দিয়া হৈছিল। ৰাষ্ট্ৰৰ সেয়ে, ধৰ্মনিৰপেক্ষ আইন তৈয়াৰ কৰাৰ অধিকাৰ আছিল আৰু ই এই নীতি অনুসৰণ কৰি চলিছিল যে হিন্দুধৰ্মই সমগ্ৰ দেশজুৰি সৃষ্টি কৰিব খোজা উমৈহতীয়া সাংস্কৃতিক আৰু সামাজিক জীৱনৰ লগে লগে বিভিন্ন আঞ্চলিক সংস্কৃতি আৰু সামাজিক অনুষ্ঠানকো স্বীকৃতি দি সিবোৰক প্ৰধান সুঁতি হিন্দু সংস্কৃতিৰ সৈতে একে আইনসম্মত মৰ্য্যাদা দিয়া উচিত।

জাতিবোৰৰ মাজত অন্তৰ্বিবাহৰ ফলত বিভিন্ন নতুন মিশ্ৰ উপজাতিৰ সৃষ্টি হৈছিল। আনকি বৰ্ণৰ চাৰিটা মূল জাতিও এতিয়া সৰু সৰু গোটত ভাগ হৈছিল। বিশেষকৈ বৈশ্য সম্প্ৰদায় বৃত্তিৰ ভিত্তিত বৈশ্য, কায়স্থ আদি কেইবাটাও উপ-সম্প্ৰদায়ত বিভক্ত হৈছিল।

সমাজত নাৰীৰ উচ্চস্থান আছিল, কিন্তু তেওঁলোকৰ নিৰ্ধাৰিত কামৰ সীমাৰ বাহিৰলৈ তেওঁলোকক যাবলৈ দিয়া নহৈছিল।

বিভিন্ন সংস্কৃতিৰ এটা চমু সমীক্ষাৰপৰা পৌৰাণিক হিন্দু সংস্কৃতিয়ে সৃষ্টি কৰা সাধাৰণ পৰিস্থিতিৰ এটা আভাস পাব পাৰি। কিন্তু আমি মনত ৰাখিব লাগিব যে দেশৰ কোনো কোনো অংশত, বিশেষকৈ দক্ষিণ ভাৰতত কিছুমান ডাঙৰ গোষ্ঠীয়ে পৌৰাণিক হিন্দুধৰ্মৰ নীতি গ্ৰহণ কৰাৰ পিছতো প্ৰত্যেক গোষ্ঠীয়ে নিজৰ পৃথক ভাষা আৰু কিছু পৰিমাণে, পৃথক জীৱন যাত্ৰা, পৃথক ৰীতি-নীতি, পৃথক আচাৰ আৰু বিধিৰে নিজৰ সংস্কৃতিত আকোঁৱালি লৈ থাকে, ক্ষেত্ৰ বিশেষে ইমান বেছি পৰিমাণে যে দক্ষিণত কিছুমান দ্ৰাবিড় সম্প্ৰদায়ে হিন্দুধৰ্মৰ পিতৃ-প্ৰধান সমাজ-ব্যৱস্থাৰ সম্পূৰ্ণ বিপৰীত মাতৃ-প্ৰধান ব্যৱস্থাত জীৱন নিৰ্বাহ কৰিছিল। পৌৰাণিক যুগটোত ধৰ্মই যদিও সমাজত প্ৰভুত্ব বিস্তাৰ কৰিছিল জীৱনৰ বিভিন্ন বিভাগৰ পৃথকীকৰণ ব্যৱস্থা অধিকতৰ স্পষ্ট হৈ আহিছিল। বিজ্ঞান, সাহিত্য আৰু সুকুমাৰ কলাসমূহ এতিয়া ধৰ্মীয় বিষয়ৰ ক্ষুদ্ৰ বৃত্তৰ বাহিৰলৈ মুক্ত-ভাৱে ওলাই আহিছিল আৰু জীৱনৰ বিভিন্ন বিভাগৰ লগত জড়িত হৈ পৰিছিল। গুপ্ত ৰাজসভাৰ পৃষ্ঠপোষকতাৰ সৌজন্যত পাৰ্থিৱ-বিষয়ক সাহিত্যই চকুত লগা প্ৰগতি লাভ কৰিছিল আৰু পৃথিৱীৰ যি কোনো ভাষাৰে ক্লাছিকেল সাহিত্যৰ লগত অনুকূলভাৱে তুলনাযোগ্য হৈ পৰিছিল।

কিতাপৰ বৰ্ধিত ব্যৱহাৰৰ যোগেদি সাহিত্য আৰু বিজ্ঞানৰ প্ৰগতি দ্ৰুততৰ হৈছিল। বহু শতিকা ধৰি ভাৰতবৰ্ষই খৰোষ্ঠি আৰু ব্ৰাহ্মী লিপিত লেখন কৌশল জানিছিল। উত্তৰ ভাৰতত কিছুমান গছৰ বাকলি আৰু দক্ষিণ ভাৰতত বিবিধ তালপাত লেখিবৰ কাৰণে ব্যৱহাৰ কৰা হৈছিল।

ধৰ্ম, বিজ্ঞান আৰু সাহিত্যৰ ভাষা হিচাপে সংস্কৃত ভাষাই তাৰ স্থান পুনৰ দখল কৰিছিল। উচ্চ শিক্ষাৰ কাৰণে নালন্দা আৰু আন আন ঠাইত বিশ্ববিদ্যালয় আছিল আৰু এইবোৰত ৰাষ্ট্ৰৰ খৰছত ছাত্ৰক ধৰ্মীয় আৰু পাৰ্থিৱ শিক্ষা দিয়া হৈছিল। বস্তুগত বিজ্ঞানৰ ভিতৰত এই কালছোৱাত চিকিৎসা শাস্ত্ৰ, গণিত শাস্ত্ৰ, আৰু জ্যোতিষ বিভাক আটাইতকৈ গুৰুত্বপূৰ্ণ বুলি ধৰা হৈছিল। ঔষধ-বিজ্ঞানৰ লগতে ছাত্ৰই শল্য-বিজ্ঞানো শিকিছিল। তেওঁলোকক শল্য চিকিৎসাৰ বাবে অস্ত্ৰ প্ৰয়োগ কৰিবলৈ, আঘাত পৰিষ্কাৰ কৰিবলৈ আৰু শুকুৱাবলৈ আৰু মলম প্ৰয়োগ কৰিবলৈ শিকোৱা হৈছিল। সেই সময়ৰ গণিতজ্ঞসকল পীথাগোৰাছৰ তত্ত্বৰ লগত পৰিচিত আছিল, π-ৰ মূল্য উলিয়াবলৈ জানিছিল আৰু দ্বিঘাতসমীকৰণযুক্ত সমস্যা সমাধান কৰিব পাৰিছিল। জ্যোতিৰ্বিদসকলে আৱিষ্কাৰ কৰিছিল যে গ্ৰহ আৰু নক্ষত্ৰবোৰ ঘূৰণীয়া আছিল আৰু নিজৰ পোহৰ

প্ৰতিফলিত কৰিব পাৰিছিল। তেওঁলোকে জানিছিল যে পৃথিৱী নিজৰ অক্ষৰ চাৰিওফালে এদিনত এপাক ঘূৰে আৰু তেওঁলোকে পৃথিৱীৰ ব্যাস জুখি উলিয়াইছিল।

এই যুগৰ মহান পণ্ডিতসকলে ভাৰতবৰ্ষৰে কেৱল নহয়, পৃথিৱীৰ বিজ্ঞানৰ ইতিহাসতে উচ্চস্থান অধিকাৰ কৰিছে। গণিত শাস্ত্ৰত আৰ্য্যভট্ট, বৰাহমিহিৰ আৰু ব্ৰহ্মগুপ্তৰ আৰু চিকিৎসা বিদ্যাত চৰক আৰু সুশ্ৰুতৰ গৱেষণাই বহু শতিকা ধৰি আন দেশৰ বৈজ্ঞানিকক পথ দেখুৱাইছে আৰু প্ৰত্যক্ষভাৱে আৰব আৰু আন ইছলামীয় দেশৰ আৰু পৰোক্ষভাৱে য়ুৰোপৰ বৈজ্ঞানিক চিন্তাৰ ওপৰত প্ৰভাৱ পেলাইছে।

এই যুগত আটাইতকৈ লক্ষ্যণীয় প্ৰগতি লাভ কৰা সাহিত্যৰ শাখাটো হ'ল নাটক। ৰাজসভাৰ নাট বা পাণ্ডিত্যপূৰ্ণ নাটৰ ক্ষেত্ৰত খ্যতিত্ব অৰ্জন কৰা প্ৰথমজন নাট্যকাৰ আছিল সম্ভৱত্য ভাস। ভাস খৃঃ পূঃ চতুৰ্থ বা পঞ্চম শতিকাত বাস কৰা কালিদাসৰ পূৰ্বসূৰী আছিল। কালিদাসক ভাৰতীয় কবি আৰু নাট্যকাৰসকলৰ সম্ৰাট বুলি স্বীকাৰ কৰা হয়।

তেওঁৰ জন্মস্থান সম্পৰ্কে মতৰ অনৈক্য আছে, কিন্তু তেওঁ জীৱনৰ বেছিভাগ কাল গুপ্ত ৰজাসকলৰ ৰাজ্যসভাত কটাইছিল, এই বিষয়ে সকলো একমত। তেওঁৰ সৰ্ববিখ্যাত আৰু উচ্চ প্ৰশংসিত গ্ৰন্থখন হ'ল 'শকুন্তলা', পৌৰাণিক যুগৰ ক্লাছিক—ৰ'মাণ্টিক মিশ্ৰ ভাৱধাৰাৰ দাপোণ হিচাপে ইয়াক গণ্য কৰা হয়। এই যুগৰ কবিতা আৰু নাটকত ৰামায়ণ আৰু মহাভাৰতৰ বিশুদ্ধ ক্লাছিকেল কবিতাৰ বাস্তৱিক সৰলতাৰ কিছু আভাস বৈ গৈছিল। কিন্তু, একে সময়তে, সেইকালৰ শক্তিশালী কল্পনা আৰু আবেগময় ইন্দ্ৰিয়াবেদনে ইয়াত এক নীতিময় ৰ'মাণ্টিকতা সংযোজন কৰিছিল। সপ্তম শতিকাৰ শেষত ভৱভূতি নামৰ আন এজন মহান নাট্যকাৰৰ অভ্যুদয় হয়, সাহিত্য-সমালোচকসকলে এওঁক কালিদাসৰ সৈতে একে শাৰীতে স্থান দিয়ে। 'মালতী মাধৱ', 'মহাবীৰ চৰিত' আৰু 'উত্তৰ-ৰামচৰিত' নামৰ তেওঁৰ তিনিখন নাটক সংস্কৃত সাহিত্যৰ সোণালী যুগৰ স্মৰণীয় কীৰ্তি বুলি পৰিগণিত হৈছে।

নাটকৰ দৰেই মহাকাব্যৰ ক্ষেত্ৰতো ভাৰতীয় মনে এই যুগত সফলতাৰ উচ্চশিখৰ পাইছিল। তাৰ বাবেও কৃতিত্ব কালিদাসৰে। 'ৰঘুবংশ' আৰু 'কুমাৰ সম্ভৱ' নামৰ তেওঁৰ দুখন মহাকাব্য আৰু 'মেঘদূত' নামৰ এক গীতি-কবিতা বিশ্বসাহিত্যৰ শ্ৰেষ্ঠ কীৰ্তিসমূহৰ ভিতৰত ধৰা হয়। ভাৰৱী কালিদাসৰ প্ৰায় সমসাময়িক। 'কিৰাতাৰ্জুনীয়' নামৰ তেওঁৰ এখন কাব্য মাত্ৰ পোৱা গৈছে; কিন্তু ইয়াক সংস্কৃত সাহিত্যৰ আটাইতকৈ

শক্তিশালী কাব্য বুলি কোৱা হৈছে। সপ্তম শতিকাত ভর্তৃহৰি তেওঁৰ নিজৰ সৃষ্টি ক্ষেত্ৰত অপ্ৰতিদ্বন্দ্বী আছিল। ‘শতক’ নামৰ তেওঁৰ সৰু সৰু কবিতা মুকুতাৰ বাবে তেওঁ বিখ্যাত, এই কবিতাবোৰত তেওঁৰ চিন্তাৰ গভীৰতা আৰু কলাগত সূক্ষ্মতা প্ৰকাশিত হৈছে।

# নতুন বতাহ আৰু নতুন সোঁত
# দাক্ষিণত ইছলাম ; অদ্বৈত, ভক্তি আৰু ৰাজপুত সংস্কৃতি

( খ্ৰীঃ 700—খ্ৰীঃ 1000 )

হৰ্ষৰ পিছৰ তিনিশ বছৰ আছিল ৰাজনৈতিক ভাঙোন আৰু বৌদ্ধিক জড়তাৰ কাল। দেশখন অসংখ্য সৰু সৰু ৰাজ্যত ভাগ হৈ যোৱাৰ ফলত সিবোৰত বাস কৰা জনসাধাৰণৰ দৃষ্টি নিজৰ ক্ষুদ্ৰ জগতৰ পৰিসৰত সীমিত হৈ পৰিল আৰু জাতীয় ঐক্যবোধ প্ৰায় সম্পূৰ্ণৰূপে হেৰাই গ'ল। ধৰ্মীয় আৰু বৌদ্ধিক জীৱনত আনুষ্ঠানিকতা আৰু কৰ্তৃত্বশীলতাই প্ৰভুত্ব কৰিব ধৰিলে। শিৱ আৰু বিষ্ণুক পূজা কৰা পৌৰাণিক হিন্দু ধৰ্মৰ দুটা শাখা দুটা পৃথক ধৰ্মলৈ ৰূপান্তৰিত হৈ পৰিল। সমাজত ধৰ্মীয় চেতনা প্ৰচুৰ ভাৱে আছিল, কিন্তু কোনো নতুনত্ব বা গভীৰতা তাত নাছিল। ধৰ্মীয় লেখনিসমূহ পুৰাণৰ পৰিপূৰিকা বা পুৰণি স্মৃতিসমূহৰ পুনৰাবৃত্তিতে সীমাবদ্ধ আছিল। অতীতৰ চিন্তাবিদসকলৰ অন্ধ অনুকৰণে চিন্তাৰ আদৰ্শ নষ্ট কৰি পেলাইছিল আৰু ব্যাকৰণ আৰু অলংকাৰৰ কঠোৰ নিয়ম ৰক্ষাৰ ফলত লেখাৰ ৰীতি নিৰ্জীৱ হৈ পৰিছিল। নাটক, কবিতা আৰু সাহিত্যৰ অন্যান্য শাখাৰ ক্ষেত্ৰতো এই কথাটো খাটিছিল। কলা-কৌশলৰ জটিলতাই সাহিত্যৰ ৰস চেপি বাহিৰ কৰি দিছিল। সৃষ্টিশীল ৰচনাতকৈ ছন্দবিজ্ঞান আৰু ৰচনা-কৌশলৰ কিতাপৰ পৰিমাণ অনেক বেছি আছিল। টীকাকাৰসকলৰ বাবে নিৰ্দিষ্ট ব্যাপক নিয়ম সম্পূৰ্ণ ৰক্ষা কৰি বিৰাট সংখ্যক পুৰণি সাহিত্যৰ টীকা ৰচনা কৰা হৈছিল।

আক্ৰমণকাৰী শক, হুন আৰু গুৰ্জৰসকলে গুপ্ত সাম্ৰাজ্য লোপ কৰি ভাৰতত বসবাস কৰিবলৈ লোৱাৰ সময়ৰপৰাই এই অৱক্ষয় আৰম্ভ হৈছিল। একাদশ শতিকাৰ শেষৰফালে শক্তি আৰু সজীৱতাৰে পূৰ্ণ এই যুদ্ধপ্ৰিয় দুঃসাহসিক জাতিবোৰ সমগ্ৰ

ভাৰতত বিয়পি পৰিছিল আৰু পুৰণি বৃহৎ সাম্ৰাজ্যৰ ভগ্নাৱশেষৰ ওপৰত তেওঁলোকৰ নিজৰ বহু ক্ষুদ্ৰ ৰাজ্য প্ৰতিষ্ঠা কৰিছিল। কিন্তু দেখা যায় যে এই অৰ্বাচীন জাতিবোৰ ভাৰতলৈ অহাৰ কিছু পিছতে তেওঁলোক ভাৰতবৰ্ষৰ উন্নততৰ সাংস্কৃতিক জীৱনৰ দ্বাৰা আকৰ্ষিত হৈ পৰিল আৰু ক্ৰমে হিন্দু ধৰ্ম আৰু সংস্কৃতি গ্ৰহণ কৰি ল'লে। হিন্দু সমাজত উচ্চ স্থান লাভ কৰিবৰ কাৰণে তেওঁলোকে নিজকে পুৰণি ক্ষত্ৰিয় বীৰসকলৰ উত্তৰপুৰুষ বুলি দাবী কৰিলে আৰু নিজকে ৰাজপুত বুলি পৰিচয় দিবলৈ ধৰিলে।

এই ৰাজপুতসকলে দুৰ্বল হৈ পৰা হিন্দু সমাজত নতুন বল সঞ্চাৰ কৰিলে আৰু ইয়াৰ দ্বাৰা বৌদ্ধিক আৰু সাংস্কৃতিক জীৱনত গতি আৰু উত্তেজনা সৃষ্টি কৰিলে। ৰাজপুত ৰাজসভাবোৰ কলা, সাহিত্য, কাব্য আৰু নাটকৰ কেন্দ্ৰ হৈ পৰিল। বিশেষকৈ দ্বিতীয় বিক্ৰমাদিত্য বুলি খ্যাত মালৱৰ ৰজা ভোজে ( খৃঃ 1018—1055 ) কলা আৰু বিজ্ঞানৰ প্ৰতি তেওঁৰ পৃষ্ঠপোষকতাৰ দ্বাৰা গুপ্ত সম্ৰাটসকলৰ স্মৃতি পুনৰুজ্জীৱিত কৰি তুলিছিল। তেওঁৰ আগত কনৌজৰ ৰজা মহেন্দ্ৰপাল বিখ্যাত নাট্যকাৰ লেখকৰ পৃষ্ঠ-পোষকতা আছিল। এই যুগৰ শেষৰফালে 'গীত গোবিন্দ'ৰ লেখক জয়দেৱৰ পৃষ্ঠপোষক বংগৰ ৰজা লক্ষ্মণ সেন কাব্য আৰু সাহিত্যৰ এজন উৎসাহদাতাৰূপে বিখ্যাত হৈ পৰিছিল।

একাদশ শতিকাত জ্ঞানচৰ্চা আৰু সাহিত্যৰ এই পুনৰ্জাগৰণ কাশ্মীৰত দেখা গৈছিল। সোমদেৱে দক্ষিণ ভাৰতীয় সাধুকথাৰ পুৰণি সংকলন এখন 'কথাসৰিৎসাগৰ' নাম দি সংস্কৃতলৈ অনুবাদ কৰিছিল আৰু কহ্লনে 'ৰাজতৰংগিনী' নামেৰে কবিতাত কাশ্মীৰৰ এখন বুৰঞ্জী লিখিছিল, এইখনক সাহিত্য আৰু বুৰঞ্জী উভয়তে এক উল্লেখযোগ্য কীৰ্ত্তি বুলি গণ্য কৰা হয়। পিছলৈ যেতিয়া সংস্কৃত ভাষাৰ আকৰ্ষণ মানুহৰ মনৰপৰা আঁতৰি গ'ল আৰু আঞ্চলিক ভাষাসমূহে দৃষ্টি আকৰ্ষণ কৰিবলৈ আৰম্ভ কৰিলে তেতিয়া এই আঞ্চলিক ভাষাসমূহে ৰাজপুত ৰাজসভাসমূহত যথেষ্ট উৎসাহ লাভ কৰিব ধৰিলে। যেনে ডিংগল, হিন্দী ভাষাৰ প্ৰথম কাব্যগ্ৰন্থ 'পৃথ্বীৰাজ ৰাসো' আজমীৰৰ চৌহান ৰজাৰ অনুপ্ৰেৰণাত লিখা হৈছিল। সাধাৰণ জনবিশ্বাসমতে এইখন তেওঁৰ ৰাজ-কবি চন্দ্ৰ বৰদাইৰ ৰচনা, কিন্তু কিছুমান পণ্ডিতে ভাবে যে এইখন কেইবাজনো বেলেগ বেলেগ কবিৰ গীতৰ সংকলন। ৰাজপুতসকলৰ অধীনত ভাস্কৰ্য্যইও বিশেষ প্ৰগতি লাভ কৰিছিল। চিতোৰ, ৰণথম্ভোৰ, মাণ্ডু আৰু গোৱালিয়ৰৰ দুৰ্গ আৰু খাজুৰাহো ( বুন্দেলখণ্ড ) আৰু ভুৱনেশ্বৰৰ মন্দিৰে তেওঁলোকৰ গৌৰৱৰ সাক্ষ্য দিয়ে। কিন্তু

ৰাজপুতসকলৰ কালত গঢ়ি উঠা সংস্কৃতি এটা যুদ্ধপ্ৰিয় জাতিৰ সাহসিক যুদ্ধ-বিগ্ৰহৰ যুগৰ সংস্কৃতি। ব্যক্তিগত দৃষ্টিকোণৰপৰা এই সংস্কৃতি কাব্য আৰু ৰ'মান্সৰে পূৰ্ণ যেন লাগে, কিন্তু জাতীয় ঐক্য আৰু সামূহিক কল্যাণৰ দৃষ্টিৰপৰা ই এক হতাশজনক চিত্ৰ দাঙি ধৰে। জনজাতীয় চেতনাৰ চাপ তেওঁলোকৰ মনত ইমান প্ৰবল আছিল যে তেওঁলোকে শ্ৰেণীগত বা সম্প্ৰদায়গত ঐক্যবোধো হেৰুৱাই পেলাইছিল, জাতীয় ঐক্যৰ বোধতো বাদেই। এই একে ধৰণৰ চেতনা গোটেই সমাজত বিয়পি পৰিছিল। চাৰিটা সম্প্ৰদায়ৰ প্ৰত্যেকটোৱেই এতিয়া বহু উপ-সম্প্ৰদায়ত বিভক্ত হৈ পৰিছিল আৰু প্ৰতিটো উপ-সম্প্ৰদায়ে ব্যক্তিৰ পূৰ্ণ আনুগত্য দাবী কৰিছিল। এনে পৰিবেশত জাতীয়ত্বৰ ধাৰণাই সম্পূৰ্ণৰূপে অদৃশ্য হৈছিল।

এই সময়ত দক্ষিণ ভাৰত অতি সভ্যতাৰ কু-প্ৰভাৱ আৰু বিদেশী আক্ৰমণৰ দুৰ্ভোগ এই দুয়োটাৰপৰাই মুক্ত আছিল। সেই কাৰণে উত্তৰ ভাৰতৰ দৰে ই ৰাজনৈতিক ভাঙোনৰ বলি হোৱা নাছিল। এই যুগটোৰ তিনিও শতিকা ধৰি বিশাল উপদ্বীপটোৰ অন্তৰ্ভুক্ত কেৰালা আৰু পাণ্ড্য ৰাজ্যই ৰাজনৈতিক সুস্থিৰতা উপভোগ কৰিছিল। এই যুগৰ শেষত অৱশ্যে এটা পৰিবৰ্তনে দেখা দিলে, কিন্তু এই পৰিবৰ্তন ভালৰ বাবেহে, কিয়নো ইয়াৰ ফলতে দাক্ষিণাত্য এটা মাত্ৰ ৰাজনৈতিক গোটত পৰিণত হ'ল। 1005 খৃষ্টাব্দত চোল সম্ৰাট ৰাজাৰাজাই নিজকে প্ৰায় সমগ্ৰ দাক্ষিণাত্যৰ অধিকৰ্তা কৰি তুলিলে আৰু তেওঁৰ নৌবাহিনীয়ে শ্ৰীলংকা জয় কৰিলে। তেওঁৰ পুত্ৰেক ৰাজেন্দ্ৰ চোলই বংগোপসাগৰৰ কাষৰীয়া অঞ্চল জয় কৰি তেওঁৰ ৰাজ্য অধিক বিস্তাৰ কৰিলে।

উত্তৰ ভাৰতৰ বৌদ্ধিক জীৱনত যি স্থবিৰে গ্ৰাস কৰিছিল দক্ষিণ ভাৰতত ইয়াক তাৰপৰা ৰক্ষা কৰিলে কিছুমান অনুকূল পৰিবেশ। ইয়াত এই যুগটোত ধৰ্মীয় চিন্তাৰ ক্ষেত্ৰত এক উল্লেখযোগ্য আন্দোলন আৰু কিছু কাম-কাজ পৰিলক্ষিত হয়। খৃষ্টীয় সপ্তম শতিকাত শৈৱ আৰু বৈষ্ণৱ দুটা ধাৰাৰ সন্ত কিছুমানে এক প্ৰেম আৰু ভক্তিমাৰ্গ প্ৰচাৰ কৰিবৰ বাবে ধৰ্মীয় আৱেগৰ প্ৰেৰণাৰে পুৰাণৰ বাণীসমূহ তামিল কাব্যলৈ অনূদিত কৰিলে; পিছলৈ ইয়াক ভক্তি আন্দোলন নাম দিয়া হয়।

এই ভক্তবাদী কবিসকলৰ ভিতৰত শৈৱ সাধুসকলক 'নায়নাৰ' আৰু বিষ্ণু সাধুসকলক 'আলৱাৰ' বুলি জনা গৈছিল। দাক্ষিণাত্যৰ নায়াৰ আৰু আলৱাৰৰ মাজত

হিন্দু ধৰ্মক এটা জীৱন্ত অভিজ্ঞতা কৰি তোলাত 'আলৱাৰ'সকলে এটা গুৰুত্ব-পূৰ্ণ ভূমিকা পালন কৰে। তেওঁলোকৰ আদৰ্শবোৰ প্ৰধানতঃ বিষ্ণুপুৰাণ, ভগবদ্‌-গীতা আৰু হিন্দু ধৰ্ম সাহিত্যৰ গ্ৰন্থসমূহৰপৰা লোৱা হৈছিল। তেওঁলোকৰ গভীৰ আবেগ আৰু কাব্যিক প্ৰতিভাই বিষ্ণু ভক্তিক এক স্বতন্ত্ৰ ধৰ্মৰ স্থান দিছিল যাৰ আকৰ্ষণ সাধাৰণ মানুহৰ পক্ষে ইয়াৰ প্ৰতিদ্বন্দ্বী শৈৱবাদ, বৌদ্ধ ধৰ্ম বা জৈনধৰ্মতকৈ বহুগুণে বেছি আছিল। দাক্ষিণাত্যত উদ্ভৱ হোৱা আন এটা প্ৰবল ধৰ্মীয় আন্দোলন আছিল শংকৰাচাৰ্য্যৰ, তেওঁ তেওঁৰ 'উত্তৰ-মীমাংসাৰ টীকা'ৰ জৰিয়তে বেদান্ত দৰ্শনক পুনৰুজ্জীৱিত কৰি তুলিছিল। তেওঁৰ ধৰ্ম শিক্ষাৰ মূল কথা আছিল যে হিন্দুৰ সকলো পবিত্ৰ গ্ৰন্থই এটা সত্যকে প্ৰকাশ কৰে, সি হ'ল বিভিন্ন পথেৰে একবাদী ধৰ্মবিশ্বাস। শংকৰাচাৰ্য্যৰ মতে ঈশ্বৰেই এক আৰু একমাত্ৰ সত্তা। তেওঁৰ বাহিৰে একোৰে অস্তিত্ব নাই। তেওঁ নিৰ্গুণ, অৰ্থাৎ সকলো গুণৰপৰা মুক্ত। ঈশ্বৰৰ বাহিৰে সকলো দৃশ্যমান অস্তিত্বই ভ্ৰান্তি বা মায়া। যেতিয়ালৈকে মানুহে অজ্ঞানতাত ভুগিব তেতিয়ালৈকে তেওঁ দৃশ্যমান জগতকে সঁচা বুলি বিশ্বাস কৰিব লাগিব আৰু সেই বিশ্বাস অনুসৰিয়েই ব্যৱহাৰিক জীৱনত কাম কৰি যাব লাগিব। কিন্তু বিজ্ঞজনে জানে আৰু চৰম মুক্তি বা মোক্ষ লাভ কৰিব খোজে, তেওঁ অজ্ঞানতাৰ ওৰণি দাঙি প্ৰকৃত ঐক্যৰ দৰ্শন লাভ কৰিব লাগিব, কিন্তু আধ্যাত্মিক অনুশীলনৰ মাজেদি ইন্দ্ৰিয়ানুভূতি আৰু স্বাভাৱিক ধাৰণাসমূহ ব্যাহত নকৰালৈকে আৰু ব্যক্তিজনে এক বহুত্ববাদী মানসিক স্তৰ নোপোৱালৈকে এই ঐক্য দৰ্শন সম্ভৱ নহ'ব।

'অদ্বৈত' নামে জনাজাত শংকৰাচাৰ্য্যৰ দৰ্শন হিন্দু জ্ঞানমাৰ্গৰ এক যুক্তিনিষ্ঠ আৰু পূৰ্ণাংগ ব্যাখ্যা। শংকৰাচাৰ্য্যৰ জীৱন কালত ভক্তিমাৰ্গৰ প্ৰতিনিধিত্ব কৰিছিল আলৱাৰ আৰু আদিয়াৰ কবিসকলে। পিছত দৰ্শন আৰু একাদশ শতিকাত কেইবাজনো বৈষ্ণৱ আৰু শৈৱ আচাৰ্য্যই ভক্তিৰ আদৰ্শটো এক দাৰ্শনিক ভিত্তিত প্ৰতিষ্ঠা কৰিবলৈ চেষ্টা কৰিছিল। এওঁলোকৰ ভিতৰত আমি ৰামানুজৰ উল্লেখ কৰিম, যি ভক্তি ধৰ্মাচাৰক এক স্বতন্ত্ৰ ধৰ্মৰ পৰ্য্যায়লৈ উন্নীত কৰিছিল আৰু দক্ষিণৰপৰা উত্তৰলৈকে সমগ্ৰ ভাৰতৰ আৰু জনসাধাৰণৰ মন জয় কৰাত ইয়াক সহায় কৰিছিল।

শংকৰাচাৰ্য্যৰ দৰেই ৰামানুজৰ শিক্ষাৰ ভেটি আছিল উপনিষদৰ মূল দৰ্শন বেদান্ত। কিন্তু তেওঁ ইয়াক এটা সম্পূৰ্ণ বেলেগ ধৰণে ব্যাখ্যা কৰিছিল। তেওঁ ঈশ্বৰ এক আৰু একমাত্ৰ সত্তা বুলি বিশ্বাস কৰিছিল; কিন্তু তেওঁ ঈশ্বৰক গুণ আৰোপ কৰিছিল।

ভগৱান সকলোৰে প্ৰভু ( ঈশ্বৰ ) আৰু তেওঁ সৰ্বশ্ৰেষ্ঠ আত্মা ( পুৰুষোত্তম ), তেওঁ পৃথিৱীৰ স্ৰষ্টা, সংৰক্ষক আৰু ধ্বংসকাৰক। তেওঁ নিজৰপৰাই বস্তু ( প্ৰকৃতি ) আৰু আত্মা ( জীৱ ) সৃষ্টি কৰিলে, কিন্তু ইয়াৰ ফলত তেওঁৰ সত্তাৰ ঐক্য বা সংহতিৰ কোনো পাৰ্থক্য নঘটিল। বস্তু আৰু আত্মাৰ দুয়োৰে কিছু পৰিমাণে বাস্তৱতা আছে, কিন্তু সিহঁতৰ অস্তিত্ব ঈশ্বৰৰপৰা স্বতন্ত্ৰ নহয়। সিহঁত মাত্ৰ তেওঁৰ অস্তিত্বৰ দুৰ্ঘটনা আৰু তেওঁৰ ইচ্ছাৰ অধীন। মানৱ আত্মাই জ্ঞান আৰু কৰ্মৰ মধ্যৱৰ্তী স্তৰবোৰ পাৰ হৈ প্ৰিয়জনৰ উপস্থিতত সত্তাৰ চূড়ান্ত স্তৰটো পায় আৰু মোক্ষ লাভ কৰে।

শংকৰাচাৰ্য্যই দেখুওৱা অদ্বৈতৰ পথ আৰু আলৱাৰ কবিসকলে আৰম্ভ কৰা ভক্তিপথ আপাত দৃষ্টিত ভাৰতবৰ্ষৰ ধৰ্মীয় ইতিহাসৰ দুটা নতুন আন্দোলন। কিন্তু আমি যেতিয়া এই আন্দোলনবোৰৰ মূল বিচাৰ কৰোঁ, আমি দেখো যে সেইবোৰ প্ৰকৃততে পৰিবৰ্তিত সামাজিক আৰু ৰাজনৈতিক পৰিবেশে পুনৰুত্থান ঘটোৱা প্ৰাচীন ধৰ্মীয় আদৰ্শৰ ভিত্তিতে গঢ লৈ উঠিছিল। এই বিশেষ সময়ত দক্ষিণ ভাৰতত এই পুনৰুত্থান ঘটাৰ কাৰণ বিশ্লেষণ কৰিবলৈ গ'লে এই ধাৰণা গ্ৰহণ কৰিব লাগিব যে আংশিকভাৱে ইয়াৰ কাৰণ আছিল বিদেশী সংস্কৃতিৰ প্ৰভাৱ। কোনো কোনো ঐতিহাসিকে ভাবে যে এই বিদেশী প্ৰভাৱ হ'ল দক্ষিণ ভাৰতত দীৰ্ঘদিন ধৰি প্ৰচলিত হোৱা নেষ্টৰীয় খৃষ্টধৰ্ম। কিন্তু ডঃ তাৰাচান্দে তেওঁৰ মূল্যবান গ্ৰন্থ The Influence of Islam on Indian Culture-অত প্ৰমাণ কৰিছে যে এই আন্দোলনসমূহৰ মূল প্ৰেৰণা আছিল ইছলামৰ প্ৰভাৱ। ইতিমধ্যেই পূৰ্বৱৰ্তী যুগটোৰ শেষৰফালে, মুছলমান আৰবদেশৰ লগত দক্ষিণ ভাৰতৰ যোগাযোগ আৰম্ভ হৈছিল। ইছলাম ধৰ্মৰ অভ্যুদয়ৰ আগতেই বহু শতিকা ধৰি আৰবদেশ আৰু দক্ষিণ ভাৰতৰ মাজত বাণিজ্য সম্পৰ্ক চলিছিল। কিন্তু সপ্তম শতিকাত যেতিয়া ইছলাম ধৰ্মই আৰব মনত এক নতুন উদ্যম আৰু দুঃসাহসিকতাৰ প্ৰেৰণা যোগালে, তেওঁলোকৰ বৈদেশিক বাণিজ্য প্ৰচণ্ড গতিত বাঢ়ি গ'ল আৰু ইৰাণ জয় কৰাৰ ফলত তেওঁলোকে ভাৰতত ইৰাণীয় নৌবাণিজ্যৰ একচেটিয়া দখল পালে। অতি সোনকালেই শ্ৰীলংকা আৰু মালবাৰ উপকূলত তেওঁলোকে বসতি স্থাপন কৰিলে। শান্তিপূৰ্ণ ব্যৱসায়ীৰূপে অহা কাৰণে হিন্দু ৰজা আৰু প্ৰজাসকলে তেওঁলোকক আদৰণি জনালে আৰু তেওঁলোকৰ নিজৰ ধৰ্ম পালন আৰু আচৰণ কৰিবলৈকে কেৱল নহয়, প্ৰচাৰ আৰু বিস্তাৰ কৰিবলৈও পূৰ্ণ স্বাধীনতা দিলে আৰু তেওঁ-

লোকে এই স্বাধীনতাৰ পূৰ্ণ ব্যৱহাৰ কৰিলে। আচৰিত নহয় যে তেওঁলোকৰ ধৰ্মীয় উৎসাহে হিন্দু ওচৰ চুবুৰীয়াসকলৰ মনতো সুপ্ত ধৰ্মীয় প্ৰেৰণা জগাই তুলিলে আৰু তেওঁলোকৰ ধৰ্মীয় জীৱন আন্দোলিত কৰিলে।

প্ৰায় একে সময়তে আৰব মুছলমানসকলে সিন্ধুত আহি সেই অঞ্চলত তেওঁলোকৰ শাসন প্ৰতিষ্ঠা কৰিলে। খৃষ্টীয় অষ্টম শতিকাৰ আৰম্ভণিতে শ্ৰীলংকাৰ শাসনকৰ্তাই কিছুমান মৃত প্ৰব্ৰজনকাৰী আৰবৰ মাউৰা ছোৱালীকেইজনীমান ইৰাকৰ শাসনকৰ্তা হাজাজ ইব ন্-এ ইউচুফলৈ পঠিয়াই দিছিল। ছোৱালীকেইজনী অহা জাহাজখন কচ্ছৰ কিছুমান জলদস্যুৱে আক্ৰমণ কৰি ছোৱালীকেইজনীক অপহৰণ কৰিলে। হাজাজে সিন্ধুৰ ৰজা ডাহিৰক বন্দীহঁতক মুক্ত কৰি দিবলৈ অনুৰোধ জনালে। কিন্তু ডাহিৰে তেওঁক উপেক্ষা কৰিলে। ডাহিৰৰ এই কাৰ্য্যৰ সোতৰ তুলিবলৈ 712 খৃষ্টাব্দত এটা অভিযান চলোৱা হ'ল। মহম্মদ ইব ন্ উ এ কাছিমে সিন্ধু আৰু মুলতান জয় কৰি ইছলামীয় খিলাফতৰ লগত চামিল কৰিলে।

861 খৃষ্টাব্দত সিন্ধুদেশে খিলাফতৰ বশ্যতা স্বীকাৰ কৰিলে। তাৰ পিছত কেইবাখনো সৰু সৰু স্বাধীন ৰাজ্য মুছলমান শাসকৰ তলত প্ৰতিষ্ঠা কৰা হ'ল। মুছলমান অধিকৃত অঞ্চলৰ বাহিৰত, সিন্ধুৰপৰা গুজৰাট আৰু কাঠিয়াৱাৰলৈকে হিন্দু ৰাজ্যৰ উপকূলীয় অঞ্চলতো যথেষ্ট সংখ্যক আৰব ব্যৱসায়ীয়ে বসতি কৰিবলৈ ল'লে।

পশ্চিম ভাৰতত হিন্দু আৰু মুছলমানৰ সংযোগৰ ফলত আৰবৰ মুছলমান সংস্কৃতিৰ ওপৰত পৰা প্ৰভাৱৰ কথা আমি কিছু জানো। আমি জানো যে খলিফা মনচুৰৰ (খৃঃ 757—খৃ: 774) ৰাজত্বকালত হিন্দু পণ্ডিতসকল বাগদাদলৈ গৈছিল আৰু তেওঁলোকৰ লগত ব্ৰহ্মগুপ্তৰ 'ব্ৰহ্ম-সিদ্ধান্ত' আৰু 'খণ্ড্খাদ্যক' নামৰ পুথি দুখন লৈ গৈছিল, আল্-ফজৰিয়ে এই পণ্ডিতসকলৰ সহায়ত পুথি দুখন আৰবী ভাষালৈ অনুবাদ কৰে। পিছত হাৰুনৰ শাসনকালত তেওঁৰ বাৰ্মেচিয় মন্ত্ৰীসকলৰ উদাৰতা আৰু সহানুভৱতাৰ সৌজন্যত সংস্কৃতৰপৰা বহুতো গ্ৰন্থ আৰবীলৈ অনুবাদ কৰা হয়। বাৰ্মেচিয়সকলে চিকিৎসা-শাস্ত্ৰ অধ্যয়ন কৰিবলৈ আৰব পণ্ডিতসকলক ভাৰতলৈ পঠাইছিল আৰু ভাৰতীয় চিকিৎসাবিদ্‌সকলক বাগদাদলৈ চিকিৎসালয়ৰ অধীক্ষকৰূপে কাম কৰিবলৈ আৰু চিকিৎসা শাস্ত্ৰ, দৰ্শন, জ্যোতির্বিজ্ঞান আৰু জ্যোতিষ-শাস্ত্ৰৰ কিছু গ্ৰন্থ আৰবীলৈ অনুবাদ কৰিবলৈ মাতি পঠাইছিল। অল্-কিন্দিয়ে বেদব্যা প্ৰণীত এখন দাৰ্শনিক গ্ৰন্থৰ উল্লেখ কৰিছে। অধ্যাপক চাচাউৰ মতে এইখন বাদৰায়ণ ব্যাসৰ 'বেদান্ত সূত্ৰ'। সিন্ধুদেশ

বেত্তিয়ালৈকে আব্বাছীয়সকলৰ অধীনত আছিল সংস্কৃতৰপৰা আৰবীলৈ অনুবাদ কাৰ্য্য চলি আছিল।

কিন্তু এই যুগৰ সিন্ধু আৰু গুজৰাটত মুছলমানসকলৰ সাংস্কৃতিক প্ৰভাৱ সম্পূৰ্ণ-ভাৱে গোহৰলৈ অহা নাই। যি কি নহওক, দক্ষিণ আৰু পশ্চিমত ভাৰতীয় সংস্কৃতিৰ ওপৰত মুছলমানসকলৰ প্ৰভাৱ পৰোক্ষ আৰু সীমিত। দশম শতিকাত আৰম্ভ হৈ ত্ৰয়োদশ শতিকাৰ আৰম্ভণিত দিল্লীত চুলতানী শাসন ব্যৱস্থা প্ৰতিষ্ঠা নোহোৱালৈকে নীৰলীয়া কেঠাৰি নিছিগা আক্ৰমণ চলা উত্তৰ ভাৰতত'হ মুছলমান সংস্কৃতি'য় ভাৰতীয় জীৱনৰ প্ৰতিটো দিশতে গভীৰ আৰু প্ৰত্যক্ষ প্ৰভাৱ বিস্তাৰ কৰিছিল। পৰৱৰ্তী অধ্যায়ত আমি দেখা পাম এই মুছলমান সংস্কৃতিৰ মূল ক'ত, কেনেকৈ ই ভাৰতলৈ আহিল আৰু দেশখনৰ সাংস্কৃতিক জীৱনক ৰূপ দিয়াত ই কি ভূমিকা গ্ৰহণ কৰিলে।

# ভাৰতলৈ অহাৰ আগতে মুছলমান সংস্কৃতি

## মুছলমান সংস্কৃতিৰ ভেটি ৰূপে ইছলাম

ইছলাম ধৰ্মৰ জন্মস্থান আৰবদেশ লোহিত সাগৰ, আৰব সাগৰ পাৰস্য উপসাগৰ আৰু ভূমধ্য সাগৰেৰে প্ৰায় সম্পূৰ্ণৰূপে ঘেৰা এক বৃহত্তৰ ভৌগোলিক অঞ্চলৰ এটা অংশ। এই অঞ্চলটোৱে পুৰণি দিনৰ পৃথিৱীত এটা কেন্দ্ৰীয়স্থান দখল কৰিছিল আৰু তিনিখন মহাদেশৰ মিলনবিন্দু আছিল। ইয়াতে কেইবাটাও মহান সংস্কৃতি গঢ়ি উঠিছিল আৰু এচিয়া, আফ্ৰিকা আৰু য়ুৰোপত জন্ম লাভ কৰা আন কিছুমান সংস্কৃতি ইয়াতেই পৰস্পৰৰ সংস্পৰ্শলৈ আহিছিল। যি সময়ত ভূমধ্য সাগৰ আৰু ভাৰত মহাসাগৰৰ মাজৰ সম্পূৰ্ণ বাণিজ্য এটা ভূমি পৰিচালিত হৈছিল, সেই সময়ত ছিৰিয়া, পেলেষ্টাইন, হেজাজ আৰু য়েমেন পূব আৰু পশ্চিম সংযোগ কৰা এই বিশাল পথৰ কাষত পৰিছিল। পুৰণি পৃথিৱীত বিশ্বমানৱ-ভ্ৰাতৃত্বৰ আদৰ্শ ৰূপায়িত হ'ব পৰা কোনোবা ঠাই আছিল সেয়া এই কেন্দ্ৰীয় অঞ্চলটো।

আৰবৰ পয়গম্বৰে পৃথিৱীক দিয়া আশা আৰু বিশ্বাসৰ বাণী ইছলামে কোনো নতুন ধৰ্ম বুলি দাবী নকৰে। ঈশ্বৰ প্ৰেৰিত দূতসকলে সময়ে সময়ে পৃথিৱীৰ বিভিন্ন জাতিৰ মাজত প্ৰকাশ কৰা চিৰন্তন সত্যকেই মাত্ৰ ই পূৰ্ণতৰ ৰূপত দোহাৰিব খুজিছে। এই কথাটো ব্যাখ্যা কৰিবলৈ ইছলামে দীন আৰু শৰীয়া এই দুটা ঠাচ ব্যৱহাৰ কৰিছে। দীন, হৈছে সকলো ধৰ্মৰে উমৈহতীয়া ধৰ্মীয় আৰু নৈতিক আদৰ্শ, কিন্তু ইয়াত হিব্ৰু আৰু আৰব গোষ্ঠীসমূহৰ ধৰ্মৰ কথা পৰিষ্কাৰকৈ উল্লেখ কৰা আছে; আনবোৰ ধৰ্মৰ কথা কেৱল ইংগিতেৰেহে বুজোৱা হৈছে। শৰীয়া হ'ল নিৰ্দিষ্ট বিধি যোগেদি কোনো বিশেষ ধৰ্মই কোনো নিৰ্দিষ্ট সমাজত সাৰ্বজনীন চিৰন্তন আদৰ্শত উপনীত হ'ব পাৰে। দীন সদায় একে আছে আৰু সদায় একেই থাকিব। কিন্তু শৰীয়া যেনেকৈ বেলেগ জাতিৰ মাজত বেলেগ বেলেগ সময়ত বেলেগ বেলেগ হ'ব। দীনৰ বিচাৰে ইছলামকে সকলো ধৰ্মই শিকোৱা চিৰন্তন

সত্যকে স্বীকাৰ আৰু সপ্ৰমাণ কৰে। কিন্তু ইছলামীয় খৰিয়াই পূৰ্বৰ সকলো খৰিয়া খাৰিজ কৰে। ইছলামৰ বাণীৰ মূল উৎস হ'ল কোৰাণ, এই পয়গম্বৰ মহম্মদক স্বয়ং ঈশ্বৰে দিয়া শিক্ষা। পয়গম্বৰৰ ঐতিহ্যসমূহ বহুতো মুছলমানে দ্বিতীয় প্ৰামাণ্য উৎস বুলি গণ্য কৰে। কোৰাণে আগবঢোৱা দুটা মৌলিক ধৰ্মীয় ধাৰণা হ'ল . (১) বিশ্ব-ব্ৰহ্মাণ্ডৰপৰা অনুমিত ঈশ্বৰৰ ধাৰণা, (২) মানুহ আৰু ঈশ্বৰৰ মাজৰ সম্পৰ্কৰ ধাৰণা, যি মানুহৰ পৰস্পৰৰ মাজত সম্পৰ্ক নিৰ্ধাৰিত কৰে আৰু সমাজৰ সভ্য হিচাপে তেওঁলোকৰ অধিকাৰ আৰু দায়িত্ব নিৰ্দিষ্ট কৰে। বিশ্বব্ৰহ্মাণ্ডৰ প্ৰতি এটা 'অন্তৰ্দৃষ্টি'য়েই স্ৰষ্টাৰ প্ৰজ্ঞা আৰু যত্ন প্ৰকাশিত হোৱা শৃংখলা আৰু সংহতি, উদ্দেশ্য আৰু মনোভাব মানুহৰ বাবে পৰিষ্কাৰ কৰি তোলে। যি উদ্দেশ্যেৰে তেওঁ এই বিশ্ব সৃষ্টি কৰিলে সেয়া কেৱল তেওঁহে জানে, কিন্তু ইয়াৰ নিৰ্মাণ কৌশলতে ইয়াৰ সংৰক্ষণৰ ব্যৱস্থা আছে আৰু আছে আনুপাতিকতা, সৌন্দৰ্য্য আৰু ন্যায় যাৰ ফলত আমি করুণাময়, দয়াময় একজন স্ৰষ্টা ( খালিক্ ) আৰু সংৰক্ষকৰ ( ৰাব্ ) ধাৰণা কৰিব পাৰো।

এই বিশ্ব কাৰ্য্য-কাৰণ চিন্তাৰ অধীন, একেদৰেই মানুহৰ কামো এই চিন্তাৰে চালিত মানুহৰ প্ৰতিটো কামৰে এটা নিৰ্দিষ্ট প্ৰতিফল ( জাজা ) আছে, যিটো সাধাৰণতে এই জীৱনতে পোৱা যায়। পৃথিৱী যিদিনা শেষ হ'ব, সেইদিনা শেষ বিচাৰ হ'ব ( য়োম্-উদ্ দীন্ ), মানুহৰ গোটেই জীৱন তৰ্জুত জোখা হ'ব আৰু অনন্ত পুৰস্কাৰ বা শাস্তি ঘোষণা কৰা হ'ব।

গতিকে আমি দেখো যে কোৰাণত থকা ঈশ্বৰৰ গুণৰ ধাৰণা পৃথিৱী সম্পৰ্কে এটা নিৰ্দিষ্ট ধাৰণাৰ ( weltanschauung) লগত সম্পৰ্কিত। কোৰাণে পৃথিৱীক দয়ামিশ্ৰিত ন্যায়ৰ ভেটিত শাস্তি আৰু পুৰস্কাৰৰ এখন পৃথিৱী হিচাপে কল্পনা কৰিছে। কিন্তু মানুহৰ জীৱন পৃথিৱীৰপৰা বিদায় লোৱাৰ লগে লগে শেষ নহয়। আৰু আন পৃথিৱী আছে য'ত তেওঁৰ কৰ্মৰ মুঠ যোগফল অনুসৰি তেওঁ চূড়ান্ত পুৰস্কাৰ বা শাস্তি লাভ কৰিব।

আন বহু ধৰ্মই গ্ৰহণ কৰা আচৰণৰ বিপৰীতে, ইছলাম ধৰ্মই এই পৃথিৱী আৰু এই জীৱনৰ মূল্যক তুচ্ছ নকৰে। 'কৰ্মক্ষেত্ৰ' হিচাপে আৰু 'আখিৰতলৈ পৃথিৱীৰ বাবে প্ৰস্তুতি-ক্ষেত্ৰ' হিচাপে বৰ্তমান পৃথিৱী মানুহৰ বাবে বিশেষ গুৰুত্বপূৰ্ণ আৰু মূল্যবান। পৰম অস্তিত্বৰ দৃষ্টিভংগিৰপৰা বৰ্তমান পৃথিৱীৰ প্ৰকৃত বাস্তৱতাৰ মাত্ৰা সম্পৰ্কে কোৰাণৰ কোনো আগ্ৰহ নাই। কোৰাণে যিটো কথাত গুৰুত্ব দিছে সি

হ'ল, মানুহৰ আপেক্ষিক দৃষ্টিকোণৰপৰা পৃথিৱীখনৰ মানুহৰ সমানেই বাস্তৱতা আছে। সকলো ব্যৱহাৰিক উদ্দেশ্যৰ বাবে মানুহ আৰু পৃথিৱী দুয়োটাই বাস্তৱ। জীৱন আৰু প্ৰাকৃতিক পৃথিৱীৰ এই স্বীকৃতি ইছলামৰ বিশেষত্ব।

আমি দেখিছো যে পৃথিৱীৰ এই ধাৰণা অনুসৰি ইয়াৰ স্ৰষ্টা হ'ল এক পৰম সত্তা, যি সংৰক্ষক, করুণাময়, দয়াময়। এইবোৰেই হ'ল ঈশ্বৰৰ মূল গুণ, য'ৰপৰা আন গুণবোৰো আহৰণ কৰা হৈছে।

কোৰাণে ঈশ্বৰৰ গুণবোৰ নিৰ্দিষ্টভাৱে আৰু সহজবোধ্যকৈ আলোচনা কৰিছে, কিন্তু তেওঁৰ মৌলিক সত্তাৰ আলোচনাত সৰ্বাধিক সাৱধানতা অৱলম্বন কৰিছে। কল্পনাশ্ৰয়ী দৰ্শনত ঈশ্বৰ আৰু পৃথিৱীৰ মৌলিক প্ৰকৃতিৰ প্ৰশ্নটোৱেই অতি জটিল। ধৰ্মতত্ত্বতেই নহয়, দৰ্শনতো মৌলৰ ধাৰণা সাধাৰণতে ইতিবাচক হোৱাতকৈ সঠিক নেতিবাচক হয়। কোৰাণে ঈশ্বৰৰ এককতা আৰু সকলো অৱস্থাৰপৰা তেওঁৰ মুক্তিৰ ওপৰত গুৰুত্ব দিয়াতে নিজকে সীমিত ৰাখিছে। তেওঁৰ প্ৰকৃতিৰ ইতিবাচক দিশটো যুঠেই আলোচনা কৰা নাই।

ঈশ্বৰৰ এককতাৰ ওপৰত কোৰাণত অত্যন্ত গুৰুত্ব দিয়া হৈছে। কথাত বা চিন্তাত তেওঁৰ মূল সত্তা বাদেই তেওঁৰ কোনোটা গুণবেই ভাগ লোৱাটো নিষিদ্ধ কৰা হৈছে। কিন্তু অৱস্থাৰপৰা মুক্তিৰ বিষয়ত কোৰাণে এটা মধ্যপন্থা অৱলম্বন কৰিছে। যি শাৰীৰিকতা আৰু আন আন অৱস্থাৰ প্ৰতি অসীম বস্তুবোৰ অনুগত সেইবোৰৰপৰা ঈশ্বৰৰ মুক্তিৰ কথা কোৰাণে ঘোষণা কৰিছে, কিন্তু 'অৱস্থাবিহীনতা'ৰ ধাৰণাটো এনে আতিশয্যৰ মাজলৈ নৈ যোৱা নাই যাৰ দ্বাৰা মানুহৰ সীমিত প্ৰজ্ঞাৰ বাবে ঈশ্বৰৰ কোনো ধাৰণা কৰাই অসম্ভৱ হৈ পৰিব। কোৰাণে ঈশ্বৰত ইতিবাচক গুণ আৰোপ কৰিছে, কিন্তু সেইবোৰ মানৱীয় গুণৰ সমতুল্য বুলি নাভাবিবলৈ সতৰ্ক কৰি দিছে। স্বৰ্গীয় গুণ আৰু মানৱীয় গুণৰ বাবে মানুহে একেই শব্দ ব্যৱহাৰ কৰিব লগা হয়, কিন্তু মনত ৰাখিব লাগিব যে স্বৰ্গীয় গুণ মূলতঃ মানৱীয় গুণতকৈ পৃথক।

ধৰ্মবিশ্বাসীৰ প্ৰথম আৰু শ্ৰেষ্ঠ কৰ্তব্য হ'ল পৰম সত্তাৰ প্ৰতি ভক্তি আৰু প্ৰেম। প্ৰকৃত ভক্তিৰ বাবে অপৰিহাৰ্য অন্তৰৰ পবিত্ৰতা আৰু মনৰ ঐকান্তিকতা লাভ কৰিবৰ বাবে প্ৰাৰ্থনা, উপবাস আৰু হজ (মক্কা দৰ্শন) আদি কৰণ উপায় বিধান কৰা হৈছে। প্ৰকৃত ভক্তি অৱশ্যে কেৱল আচাৰ-অনুষ্ঠান পালন কৰিলেই নহয়; ঈশ্বৰ-প্ৰদত্ত নৈতিক বিধি পালন কৰি, বিশ্বৰ প্ৰতি তেওঁৰ আদিষ্ট উদ্দেশ্য লগত নিজকে এক কৰি,তেওঁৰ

ইচ্ছাৰ প্ৰতি সম্পূৰ্ণ অনুগত হোৱাতহে প্ৰকৃত ভক্তি প্ৰকাশ পায়। ঈশ্বৰৰ ইচ্ছাৰ প্ৰতি এই নিঃস্বৰ্ত্ত আত্মসমৰ্পণেই, ধৰ্মীয় আৰু আক্ষৰিক উভয় অৰ্থতে, হ'ল ইছলাম। ই মানুহৰ জীৱনক বিশ্বব্ৰহ্মাণ্ডৰ বিধিৰ জগত অৰ্থাৎ মানুহৰ নিজৰ প্ৰকৃতিৰ বিধিৰ জগত সামঞ্জস্যপূৰ্ণ কৰি তোলে।

ঈশ্বৰৰ একত্বতা সম্পৰ্কে বিশেষভাৱে গুৰুত্ব দিয়া আনটো ইংগিত হ'ল যে ঈশ্বৰৰ বাহিৰে কাৰো ওচৰত নিঃস্বৰ্ত্ত সমৰ্পণ কৰিব নালাগে আৰু তেওঁৰ বাহিৰে কাৰো পৰা সহায় বিচাৰিব নালাগে। কিয়নো কেৱল তেওঁহে ভক্তিৰ যোগ্য আৰু প্ৰয়োজনৰ মুহূৰ্ত্তত কেৱল তেওঁহে সহায় কৰিব পাৰে। কোনো ব্যক্তিয়ে আন এজন ব্যক্তি বা সীমিত অস্তিত্বৰ ওচৰত নিঃস্বৰ্ত্ত সমৰ্পণ কৰা বা সহায়ৰ বাবে নিঃসংকোচ বিশ্বাস স্থাপন কৰাৰ অৰ্থ হ'ল তেওঁৰ নিজৰ মানবীয় গৌৰৱ ক্ষুণ্ণ কৰা, যিটো ইছলামীয় খৰিয়াৰ জঘন্যতম অপৰাধ।

একত্বতাৰ নীতিৰপৰা আৰু কিছুমান অনুসিদ্ধান্ত তৈয়াৰ কৰা হৈছে যিবোৰ ইছলাম ধৰ্মত অতি মৌলিকভাৱে গুৰুত্বপূৰ্ণ। স্ৰষ্টাৰ একত্বতাই সৃষ্টিৰ একত্বতাৰ ইংগিত বহন কৰে, ফলস্বৰূপে এই ধাৰণা প্ৰতিষ্ঠিত হৈছে যে সমাজ এক জীৱিত সত্তাৰ নিচিনা যাৰ অংগবোৰ পৰস্পৰৰ সৈতে গভীৰ বন্ধনেৰে সংযুক্ত। এয়েই মানুহৰ বিশ্ব-ভ্ৰাতৃত্বৰ ধাৰণাৰ ভেটি। কোৰাণে পুৰুষ আৰু স্ত্ৰী, প্ৰভু আৰু দাস, ধনী আৰু দুখীয়া সকলোকে মূলতঃ সমান বুলি গণ্য কৰে। কোনো মানুহেই লিংগ, জাতি, ৰং, শ্ৰেণী বা বৃত্তিৰ ভিত্তিত আন এজনতকৈ উচ্চ হ'ব নোৱাৰে। পাৰ্থক্যৰ মাত্ৰ এটাই ভিত্তি আছে, সি হ'ল, তকৱা অৰ্থাৎ ঈশ্বৰৰ প্ৰতি ভয়, তেওঁৰ বিধিৰ প্ৰতি আনুগত্য, তেওঁৰ প্ৰতি আৰু তেওঁৰ জীৱসমূহৰ প্ৰতি সেৱা। ব্যক্তিৰ স্বাধীনতা আৰু আত্মমৰ্য্যাদা সমতাৰ এটা গুৰুত্বপূৰ্ণ দিশ আৰু কোৰাণে ব্যক্তিৰ স্বাধীন স্থিতি আৰু মূল্য স্বীকাৰ কৰিছে। প্ৰতি ব্যক্তিয়ে ঈশ্বৰৰ সৈতে প্ৰত্যক্ষ সম্পৰ্ক আছে। ঈশ্বৰ আৰু ব্যক্তিৰ মাজত কোনো মধ্যৱৰ্তী নাই। পয়গম্বৰ হ'ল এজন নেতা বা শিক্ষক, তেওঁ তেওঁৰ উপদেশ আৰু উদাহৰণেৰে ঈশ্বৰৰ সৈতে প্ৰকৃত সম্পৰ্ক স্থাপন আৰু সংৰক্ষণ কৰাৰ পথ দেখুৱায়। তেওঁৰ ব্যক্তিত্ব অতি নিখুঁতভাৱে বিকশিত; কোৰাণৰ নিৰ্দেশ—'ঈশ্বৰৰ আদৰ্শত তোমাৰ চৰিত্ৰ গঢ়ি তোলা'—অনুসৰি তেওঁৰ ব্যক্তিত্বই ঈশ্বৰৰ স্বৰ্গীয় গুণসমূহক মানবীয় প্ৰতিৰূপ ধাৰণ কৰাত সাফল্য অৰ্জন কৰে আৰু প্ৰতিজন মানুহে অনুকৰণ কৰিবলগীয়া আদৰ্শৰূপে পৰিগণিত হয়। কিন্তু কোৰাণে প্ৰত্যেক মানুহকে নিজ ব্যক্তিত্ব গঢ়ি তোলা

বিচাৰে যি সামূহিক জীৱনৰ লগত সংহতিপূৰ্ণ হ'ব লাগিব। ব্যক্তিৰ নৈতিক বিকাশ আৰু আধ্যাত্মিক পূৰ্ণাংগতা কেৱল সমাজতহে সম্ভৱ। জগ-সংসাৰৰপৰা আঁতৰি থকা সন্ন্যাসীৰ আত্ম নিগ্ৰহৰ জীৱন কোৰাণে সম্পূৰ্ণভাৱে নাকচ কৰিছে, কোৰাণে সামাজিক-বোধৰ বিকাশত ইমান গুৰুত্ব দিছে যে প্ৰাৰ্থনা আৰু হজৰ দৰে মৌলিক ধৰ্মীয় আচৰণবোৰ ই সামূহিক কৰি তুলিছে আৰু মানুহৰ প্ৰতি মানুহৰ কৰ্তব্যক ভগৱানৰ প্ৰতি মানুহৰ কৰ্তব্যতকৈও আগ স্থান দিছে।

কোৰাণত থকা ইছলামীয় ৰাষ্ট্ৰৰ ধাৰণামতে সাৰ্বভৌমত্ব প্ৰকৃততে বৰ্তে ঈশ্বৰত। তেওঁ ইয়াক পয়গম্বৰৰ হাতত ন্যস্ত কৰে আৰু পয়গম্বৰে খলিফা বা ইমামৰ হাতত ইয়াক অৰ্পণ কৰে। সাৰ্বভৌমত্ব খলিফাৰ হাতলৈ কিদৰে হস্তান্তৰিত হয় সেইবিষয়ে কোৰাণৰ ব্যাখ্যাকাৰসকলৰ মাজত মতৰ পাৰ্থক্য আছে। এটা গোষ্ঠীয়ে ভাবে যে পয়গম্বৰৰ দৰে খলিফাকো ঈশ্বৰেই নিযুক্তি দিয়ে, কিন্তু বেছিভাগ মুছলমানে ভাবে যে ৰাষ্ট্ৰৰ মুছলমান নাগৰিকসকলৰ সামূহিক ইচ্ছাৰে আনুগত্যৰ শপতৰ দ্বাৰা যাকে গ্ৰহণ কৰা হয় তেৱেঁই খলিফা পদৰ অধিকাৰী।

আইন বিধি সম্পৰ্কত, ইছলামীয় ৰাষ্ট্ৰ আইনৰ যিবোৰ মৌলিক নীতিৰ (শৰিয়া) দ্বাৰা নিয়ন্ত্ৰিত হোৱা উচিত সেইবোৰ কোৰাণত দিয়া হৈছে। পয়গম্বৰে সেইবোৰ তেওঁৰ সময়ৰ আৰৱ সমাজত প্ৰয়োগ কৰি ইছলামৰ প্ৰথম সুনিৰ্দিষ্ট আইনৰ সূচনা কৰিলে। পৰিৱৰ্তিত পৰিস্থিতি অনুযায়ী ইছলামীয় বিধিৰ ভৱিষ্যৎ ব্যাখ্যাৰ বাবে কোৰাণ আৰু হদিথ্ (ইছলামীয় শৰিয়াৰ উৎস) সম্পৰ্কে আৰু নিজৰ সময়ৰ প্ৰচলিত শিক্ষা সম্পৰ্কে ভাল জ্ঞান থকা মুজ্তাহিদ্ বা দক্ষ পণ্ডিতসকললৈ দায়িত্ব দিয়া হ'ল।

এই ধৰ্ম-ৰাষ্ট্ৰৰ তলত কোৰাণে সমতা আৰু ভাতৃত্বৰ ভিত্তিত, জাতি, দেশ বা শ্ৰেণীৰ বন্ধনৰপৰা মুক্ত এখন সমাজ গঢ়িব খুজিছিল, এই সমাজে শৰিয়াৰ আৰু সামূহিক কল্যাণৰ সীমাৰ মাজতো ইয়াৰ সদস্যসকলক সম্ভৱপৰ সৰ্বাধিক বস্তুগত আৰু আধ্যাত্মিক মূল্য আহৰণ কৰিবলৈ পূৰ্ণ স্বাধীনতা দিয়ে।

ৰাজনৈতিক, সামাজিক আৰু সাংস্কৃতিক জীৱনৰ আন দিশৰ প্ৰতি কোৰাণৰ আচৰণৰ মূল মাপ-কাঠি হ'ল সামূহিক কল্যাণ। অৰ্থনৈতিক ক্ষেত্ৰত, ব্যক্তিগত সম্পত্তিক স্বীকৃতি দিয়া হৈছে, কিন্তু এমুঠি লোকৰ হাতত সম্পদৰ কেন্দ্ৰীকৰণ বাধা দিবলৈ বিভিন্ন ব্যৱস্থা কৰা হৈছে। প্ৰতিজন মুছলমানে দিবলগীয়া খুম্চ্, জাকাত, ছাকাত্ (মুছলমান দানৰ প্ৰকাৰ) আৰু উত্তৰাধিকাৰবিধি এই উদ্দেশ্যেৰেই তৈয়াৰ কৰা হৈছে।

ভূমিৰ ব্যক্তিগত গৰাকীস্বত্ত (ভূমি সেই সময়ত সম্পদ উৎপাদনৰ একমাত্ৰ উৎস আছিল) ইমান বাধা-নিষেধ আৰোপ কৰা হৈছিল যে গৰাকীস্বত্ব নামমাত্ৰ হৈ পৰিছিল। সেই সময়ত প্ৰচলিত দাসত্ব, উচ্চ সুদ আৰু একচেটিয়া নিয়ন্ত্ৰণ, এই তিনিবিধ শোষণৰ ভিত্তিৰত শেষোক্ত দুটা বস্তুত' উঠাই দিয়া হৈছিল। দাসত্বক সংশোধন কৰি, যুদ্ধবন্দীক বন্দীত্বৰ পৰা মুক্তি নোপোৱা কালছোৱাত নিৰ্দিষ্ট অধিকাৰ আৰু কৰ্তব্যসহ চুক্তিবদ্ধ দাস হিচাপে কোনো পৰিয়ালৰ লগত সংযুক্ত কৰি দিয়াৰ প্ৰথা চলোৱা হৈছিল যদিও সাৰ্বজনীন অৱক্ষয়ৰ কালত এই প্ৰথা পুনৰ দাসত্বলৈ পৰ্য্যবসিত হয়। উচ্চসুদ গ্ৰহণ আৰু একচেটিয়া বজাৰ নিয়ন্ত্ৰণ ব্যৱস্থা কঠোৰভাৱে বন্ধ কৰা হয়। চমুকৈ ক'বলৈ গ'লে, ইছলামে কেৱল আহ্বান জনায়েই নহয় বিধিগতভাৱে শোষণ বন্ধ কৰাৰ চেষ্টা কৰিছিল আৰু তাৰ দ্বাৰা অৰ্থনৈতিক জীৱনত ৰাষ্ট্ৰৰ নিয়ন্ত্ৰণৰ এটা উদাহৰণ দাঙি ধৰিছিল। কলা আৰু সাহিত্যকো সামূহিক জীৱনৰ বৃহত্তৰ স্বাৰ্থৰ অধীন কৰা হৈছিল, কিন্তু সৃষ্টিশীল প্ৰেৰণাদায়ক আৰু আত্মিক আনন্দদায়ক কাব্যক উৎসাহ দিয়া হৈছিল। পয়গম্বৰ আৰু তেওঁৰ অনুগামীসকলে প্ৰাক্ ইছলামীয় আৰব কবিসকলৰ যিবোৰ কাব্য অশ্লীল আৰু বৰ্বৰ, প্ৰতিশোধমূলক আবেগেৰে পূৰ্ণ আছিল সেইবোৰক তীব্ৰ নিন্দা কৰিছিল, কিন্তু সবল আৰু সফল কাব্যৰ সুন্দৰ উদাহৰণস্বৰূপে অধিকতৰ সুস্থ আৰু যৌবোচিত প্ৰাক্ ইছলামীয় কবিতাৰ প্ৰতি প্ৰশংসা আগবঢ়াইছিল। সংগীতৰ ক্ষেত্ৰত বেদনা আৰু হতাশাপূৰ্ণ সুৰবোৰতকৈ প্ৰেৰণাময় আৰু আবেগসঞ্চাৰী সুৰবোৰক স্বাগতম জনোৱা হৈছিল। চিত্ৰ আৰু ভাস্কৰ্য্যত জীৱিতসকলৰ মূৰ্তি ৰচনা নিষেধ কৰা হৈছিল, কাৰণ এইবোৰ বিগ্ৰহ-পূজাৰ লগত সম্পৰ্কিত আছিল আৰু পয়গম্বৰসকলৰ লগতে সন্মানীয় নেতাসকলৰ মূৰ্তি বিগ্ৰহৰূপে পূজা কৰাৰ বাবে বিপদৰ সম্ভাৱনা আছিল।

### ইছলামীয় ৰাষ্ট্ৰ আৰু মুছলমান ৰাষ্ট্ৰ :

দীৰ্ঘকাল ধৰি মুছলমান সংস্কৃতি এক কেন্দ্ৰীয় ধৰ্মৰাষ্ট্ৰৰ বা খিলাফতৰ তলত বিকশিত হৈছে, ই তলৰ তিনিটা স্তৰ পাৰ হৈ আহিছে :

(i) পয়গম্বৰ আৰু তেওঁৰ চাৰিজন সৎ খলিফা
(ii) বানু ওমায়াৰ খিলাফত
(iii) বানু আব্বাছৰ খিলাফত

মুছলমান ঐতিহাসিকসকলৰ মতে প্ৰথম স্তৰটোত সমাজৰ ইছলামিক আদৰ্শই পূৰ্ণতা লাভ কৰিছিল—ই সমানে ধৰ্মীয় আৰু পাৰ্থিব জীৱনৰ মাজত ভাৰসাম্য ৰক্ষা

কৰিছিল, শাসক আৰু শাসিতৰ স্বাৰ্থৰ সমন্বয় ঘটাইছিল আৰু শ্ৰেণী, বং, জাতি আৰু দেশৰ ভেদাভেদ দূৰ কৰিছিল। দ্বিতীয় স্তৰত ইছলামীয় সমাজে এক বাহ্যিক ঐক্য বজায় ৰাখিছিল, কিন্তু বিভাজনমুখী শক্তিবোৰ অভ্যন্তৰত সক্ৰিয় হৈ উঠিছিল। বানু ওমায়াই এক বংশানুক্ৰমিক ৰাজতন্ত্ৰ প্ৰতিষ্ঠা কৰিলে, যাৰ ফলত শাসক আৰু শাসিতৰ মাজত, ৰাষ্ট্ৰ আৰু নাগৰিকৰ মাজত আৰু তাতোকৈও বিপদজনক, আৰব আৰু অনা-আৰবৰ মাজত পাৰ্থক্যৰ সৃষ্টি হ'ল। ৰাজসভাৰ বিলাসী জীবন আৰু বৰ্ধিত সমৃদ্ধিৰ কুফল আৰবৰ মুছলমানসকলৰ জীৱনত দেখা দিবলৈ ধৰিলে, কিন্তু মোটামুটিভাৱে তেওঁলোকৰ উদ্যম অব্যাহত ৰ'ল আৰু তেওঁলোকে ৰাষ্ট্ৰৰ সাহসী সৈনিক হিচাপে আৰু ধৰ্মৰ প্ৰোৎসাহী প্ৰচাৰক হিচাপে সেৱা আগবঢ়াই গ'ল। তৃতীয় স্তৰটো বিভাজনমুখী শক্তিৰ গুৰুতৰ সমস্যাৰে আৰম্ভ হ'ল, কাৰণ আব্বাছী খিলাফতে গণতান্ত্ৰিক শাসনৰ মুখা দলিয়াই পেলালে। খিলাফতৰ বিলাস-বাহুল্য আৰু ব্যক্তিগত কৰ্তৃত্ব এনে বেছি হৈ পৰিল যে তেওঁৰ আৰু পাৰ্থিব ৰাষ্ট্ৰ এখনৰ স্বেচ্ছাচাৰী সম্ৰাট এজনৰ মাজত পাৰ্থক্য মাত্ৰ ইমানেই ৰ'লগৈ যে তেওঁ ন্যায়-বিচাৰৰ ক্ষেত্ৰত কিছু পৰিমাণে ইছলামীয় বিধি অনুসৰণ কৰিবলগীয়া হৈছিল, ব্যক্তিগত গুণৰাজিৰ কাৰণে প্ৰথম কেইজনমান আব্বাছী খলিফাই কিছু জনপ্ৰিয়তা ৰক্ষা কৰিব পাৰিছিল, কিন্তু তেওঁলোকৰ দুৰ্বল আৰু অসমৰ্থ উত্তৰাধীকাৰীসকলে মুছলমান প্ৰজাসকলৰ সমৰ্থন হেৰুৱালে। সমাজ আৰু ৰাষ্ট্ৰৰ মাজত, খলিফা আৰু জনসাধাৰণৰ মাজত বিভাজন সম্পূৰ্ণ হৈ পৰিল। খলিফাই তেওঁৰ জনসাধাৰণৰ শুভেচ্ছাৰে নহয়, সৈন্যবাহিনীৰ শক্তিৰে দেশ শাসন কৰিবলৈ লাগিল।

পয়গম্বৰ আৰু তেওঁৰ তৎকালীন অনুগামীসকলে যি স্বাধীনতা আৰু সমতাৰ গণতান্ত্ৰিক নীতিৰ ওপৰত খিলাফত প্ৰতিষ্ঠা কৰিছিল তাৰ অৱক্ষয়ৰ ফলস্বৰূপে এই বিশাল ৰাষ্ট্ৰ গাঁথনি ভাঙি গ'ল। স্পেইন আৰু ইজিপ্ত প্ৰথমেই স্বাধীন হ'ল, আন-বোৰেও একে পথ ল'লে। ৰাজনৈতিক ক্ষেত্ৰৰ বিভাজনমুখী মনোভাৱ সাংস্কৃতিক জীৱনত প্ৰতিবিম্বিত হ'ল। ত্ৰয়োদশ শতিকাৰ মাজমানৰপৰা মুছলমান দেশসমূহৰ সাংস্কৃতিক জীৱনত সাৰ্বজনীন বা আন্তৰ্জাতিক উপাদানবোৰ ক্ৰমে দুৰ্বল হ'বলৈ ধৰিলে আৰু জাতীয় বা স্থানীয় উপাদানবোৰ শক্তিশালী হৈ উঠিল। প্ৰকৃতিতে প্ৰকৃত অৰ্থত ইছলামীয় ৰাষ্ট্ৰ বা ইছলামীয় সংস্কৃতি পয়গম্বৰ আৰু চাৰিজন সৎ খলিফাৰ তলত মাত্ৰ প্ৰায় অৰ্ধ শতিকাহে স্থায়ী হৈছিল। ত্ৰয়োদশ শতিকাৰ ৰাজতান্ত্ৰিক আব্বাছী খিলাফতৰ পতনৰ পিছত বিবোৰ তথাকথিত মুছলমান ৰাষ্ট্ৰই দেখা দিছিল সেইবোৰ হয় মুছলমান শাসকৰ বংশানুক্ৰমিক ৰাষ্ট্ৰ আছিল অথবা মুছলমান প্ৰজাৰ জাতীয় ৰাষ্ট্ৰ আছিল; কিন্তু সিবোৰৰ মাজত ইছলামৰ ৰাজনৈতিক বা সাংস্কৃতিক ঐতিহ্য নাছিল।

# ভাৰতত হিন্দু সংস্কৃতি আৰু মুছলমান সংস্কৃতিৰ সংযোগ

ইতিমধ্যে দেখুওৱামতে মুছলমানসকল আক্ৰমণকাৰী হিচাপে 712 খ্ৰীষ্টাব্দত প্ৰথম ভাৰতলৈ আহে আৰু সিন্ধু আৰু মুলতানত শাসন প্ৰতিষ্ঠা কৰে। বেপাৰী হিচাপে দক্ষিণ ভাৰতলৈ তেওঁলোক সম্ভৱতঃ বহু আগেয়েই আহিছিল। অষ্টম শতিকাৰ পৰাই তেওঁলোকে সিন্ধুৰপৰা কাঠিৱাৰ আৰু গুজৰাটলৈকে সাগৰৰ পাৰত বসতি স্থাপন কৰিবলৈ আৰম্ভ কৰিলে। গতিকে, একহিচাপে হিন্দু আৰু ইছলামীয় সংস্কৃতিৰ মাজত সংযোগ ইতিমধ্যে অষ্টম শতিকাতে আৰম্ভ হৈছিল। চিকিৎসাবিদ্যা, গণিতশাস্ত্ৰ আৰু জ্যোতিৰ্বিদ্যাৰ ওপৰত হিন্দু পণ্ডিতৰ কিতাপৰ উল্লেখ কৰা গৈছে যিবোৰে সিন্ধুৰপৰা গৈ আৰবত মুছলমানসকলৰ বৌদ্ধিক বিকাশত সহায় কৰিছিল। হিন্দুৰ মাজৰ ভক্তি আন্দোলনে মুছলমান আদৰ্শৰপৰা পোৱা প্ৰেৰণাৰ কথাও ইতিপূৰ্বে উল্লেখ কৰা হৈছে। দক্ষিণ ভাৰতৰ মানুহৰ ওপৰত আৰৱ মুছলমানসকলৰ পোছাক, ৰীতি-নীতি আৰু আনৰ ব্যৱহাৰৰ প্ৰভাৱৰ কিছু ইংগিত পোৱা যায়। কিন্তু এই বিষয়ে বৈজ্ঞানিক অনুসন্ধান এতিয়াও চলোৱা হোৱা নাই যাতে আমি ইয়াৰ ওপৰত কোনো সঠিক মন্তব্য দিব নোৱাৰো।

কিন্তু দশম শতিকাৰ শেষৰফালে মুছলমানসকলে হিন্দু সংস্কৃতিৰ মাত্ৰ বাহিৰ কাষহে চুব পাৰিছিল। কেৱলমাত্ৰ তেওঁলোক তেতিয়াও দূৰত আছিল। একাদশ শতিকাত গজনীসকলে পঞ্জাব আৰু মুলতান দখল কৰোঁতেও হিন্দু আৰু মুছলমান সংস্কৃতিৰ প্ৰকৃত সংযোগ আৰম্ভ হোৱা নাছিল, হৈছিল দিল্লীত চুলতানৰ শাসন প্ৰৱৰ্তন হোৱাৰ পাছতহে। উত্তৰ ভাৰতৰ ওপৰত আক্ৰমণ আৰম্ভ হৈছিল গজনীৰ পৰা; ই আছিল এক্সিয়াৰ আফগানিস্তানৰ বৰ্তমান অৱস্থানত আৰু ইৰাণৰ এক অংশ লৈ হোৱা এখন ৰাষ্ট্ৰৰ ৰাজধানী। এইখন আছিল আব্বাছী খিলাফতৰ শক্তিৰ পতন

ঘটাৰ পাছত দুঃসাহসিক তুৰ্কী প্ৰধানসকলে প্ৰতিষ্ঠা কৰা ডাঙৰ ৰাষ্ট্ৰবোৰৰ প্ৰথম। পঞ্জাবত প্ৰথম আক্ৰমণ চলায় 986-87 খৃষ্টাব্দত চবুক্তগীনে। তেওঁক পুত্ৰেক মামুদে তেওঁৰ সমগ্ৰ ৰাজত্ব কালত বাৰম্বাৰ লুটপাত আৰু বিজয় অভিযান চলায় আৰু পেছোৱাৰ আৰু পঞ্জাবৰ এক বৃহৎ অংশৰ ওপৰত প্ৰায় 150 বছৰ জোৰা গজনবী শাসন প্ৰতিষ্ঠা কৰে। ইয়াৰ পিছত মহম্মদ ঘোৰীয়ে গজনবী বংশৰপৰা 'গজনী সাম্ৰাজ্য' কাঢ়ি লয় আৰু 1170 খৃষ্টাব্দত ভাৰতত তেওঁৰ ৰাজ্য বিস্তাৰ কৰিবলৈ এক নতুন অভিযান আৰম্ভ কৰে। এক চৰম পৰাজয় বৰণ কৰাৰ পিছত তেওঁ আৰু তেওঁৰ সেনাপতি কুতুবুদ্দিন আইবাকে ৰাজপুত প্ৰধানসকলৰ মাজত অনৈক্যৰ সুবিধা লয় আৰু উত্তৰ ভাৰতৰ এক বৃহৎ অংশ জয় কৰাত সফল হয়। যেতিয়া মহম্মদ ঘোৰী মৰিল, কুতুবুদ্দিন আইবাক ভাৰতৰ ৰাজ্যখনৰ স্বাধীন ৰজা হ'ল, ইয়াক দিল্লীৰ চুলতানী ৰাজত্ব বুলি কোৱা হ'ল, এইখন প্ৰতিষ্ঠা হয় 1206 খৃষ্টাব্দত।

দিল্লীৰ চুলতানী ৰাজত্ব প্ৰায় 300 বছৰ ধৰি কেইবাটাও মুছলমান বংশৰ দ্বাৰা চালিত হয়; ইয়াৰ বিস্তৃতিও আলাউদ্দিন খিলজিৰ অধীনত প্ৰায় গোটেই ভাৰতবৰ্ষ হোৱাৰপৰা চৈয়দসকলৰ অধীনত দিল্লীৰ চৌপাশক লৈ ক্ষুদ্ৰ অঞ্চল এটি হৈ পৰালৈকে কম-বেছি হৈ থাকে।

দিল্লীৰ চুলতানী ৰাজত্ব প্ৰতিষ্ঠা ভাৰতৰ বুৰঞ্জীত এক যুগান্তকাৰী ঘটনা। হৰ্ষৰ মৃত্যুৰ পাঁচশ বছৰৰ পিছত প্ৰথমবাৰৰ বাবে ভাৰতত এতিয়া স্পষ্ট পৰিমাণে ৰাজনৈতিক ঐক্য দেখা গ'ল। নতুন শাসকসকল বিদেশী আছিল যদিও তেওঁলোকে ভাৰতকে স্বদেশ কৰি ল'লে। খৃঃ পূঃ দ্বিতীয় শতিকাত বেক্‌ট্ৰিয়াৰপৰা অহা গ্ৰীক-সকলৰ দৰে এওঁলোকো যদি নিজৰ মূল ভূমি আৰু সংস্কৃতিৰ লগত দীৰ্ঘকাল সংযোগহীন হৈ থাকিলহেঁতেন অথবা তেওঁলোকৰ সংস্কৃতি যদি সিথিয়ান আৰু হুনসকলৰ দৰে আদিম হ'লহেঁতেন, তেন্তে তেওঁলোক হিন্দু সমাজত লীন গ'লহেঁতেন; কিন্তু যিহেতু তেওঁলোক এক আগবঢ়া আন্তৰ্জাতিক সংস্কৃতিৰ প্ৰতিনিধি আছিল আৰু ভাৰতবৰ্ষৰ বাহিৰত (বাগ্‌দাদকে ধৰি) তেওঁলোকৰ সংস্কৃতিৰ আধাৰভূমিৰ লগত সঘন যোগাযোগ ৰক্ষা কৰি চলিছিল, সেয়ে সম্পূৰ্ণৰূপে ভাৰতীয়কৰণ ঘটিবলৈ তেওঁলোকৰ ক্ষেত্ৰত বৰ দীঘল সময় লাগিল।

ফলতঃ তেওঁলোকে ভাৰতত আন মুছলমান দেশত থকাৰ দৰে এক ধৰণৰ ইছলামীয় ৰাষ্ট্ৰ এখন গঢ়িবলৈ বিচাৰিছিল অৰ্থাৎ যিখনৰ দ্বাৰা নিয়ন্ত্ৰিত এক

বংশানুক্ৰমিক ৰাজতন্ত্ৰ য'ত অ-মুছলমানসকলৰ ধৰ্মীয় আৰু সাংস্কৃতিক স্বাধীনতা থাকিব, কিন্তু কম পৰিমাণৰ ৰাজনৈতিক অধিকাৰহে লাভ কৰিব। অৱশ্যে, আমি দেখা পাম যে দিল্লীৰ চুলতানী ৰাজত্বক এই সীমিত অৰ্থতো ইছলামীয় ৰাষ্ট্ৰ কৰাৰ প্ৰচেষ্টা সফল নহ'ল। বৰং ইয়াৰ দুৰ্ভাগ্যজনক ফল হিচাপে ভাৰতৰ ৰাজনৈতিক ঐক্যই এটা নতুন জাতীয় ঐক্যৰ ৰূপ লোৱাত বাধা পৰিল।

কিন্তু হিন্দু আৰু মুছলমান একেলগে বাস কৰা ঘটনাই এক সাংস্কৃতিক বুজাপৰাৰ প্ৰক্ৰিয়া আৰম্ভ কৰিলে যাৰ সুফল তিনি শতিকাৰ পিছত পোৱা গ'ল। দিল্লীৰ চুলতানী ৰাজত্বই এই স্বতঃস্ফূৰ্ত ঐক্য প্ৰক্ৰিয়াক কোনো উদ্দেশ্যমূলক ব্যৱহাৰ কৰা দূৰতে থাকক, ইয়াক আনকি বুজিবলৈকে সক্ষম নহ'ল। হৰ্ষৰ মৃত্যুৰ পাছৰ এহাজাৰ বছৰৰ ভিতৰত প্ৰথমবাৰৰ বাবে মোগল সম্ৰাট আকবৰে মাত্ৰ ভাৰতৰ জাতীয় ঐক্য পুনৰ জীৱিত কৰি তুলিবলৈ এক সচেতন প্ৰচেষ্টা লৈছিল। এই ক্ষেত্ৰত ৪০০ বছৰীয়া দিল্লীৰ চুলতানী ৰাজত্বৰ সফলতা আৰু বিফলতাই তেওঁক পৰম সহায় কৰিছিল।

দিল্লীৰ চুলতানী ৰাজত্বই ৰূপায়িত কৰিব খোজা সাংস্কৃতিক আদৰ্শ আৰু ভাৰতৰ জাতীয় ঐক্যৰ ক্ষেত্ৰত ইয়াৰ ফলাফলৰ দিশৰপৰা আমি এতিয়া এই যুগটো পৰ্য্যালোচনা কৰি চাব লাগিব।

ত্ৰয়োদশ শতিকাৰ প্ৰথম ভাগ (যেতিয়া দিল্লীৰ চুলতানী প্ৰশাসনে এটা ৰূপ লৈছিল) পূৰ্ব ইছলামীয় জগতৰ বাবে মূঠতে বিপৰ্য্যয় আৰু ভাঙোনৰ কাল আছিল। আব্বাছী খিলাফতৰ পতন, বাতিপি সম্প্ৰদায়সমূহৰ বিভাজনমুখী কাৰ্য্যাৱলী, পশ্চিমৰপৰা য়ুৰোপীয় ধৰ্মযোদ্ধাসকলৰ আৰু পূবৰপৰা মোগলসকলৰ প্ৰচণ্ড হেঁচাই মুছলমান ৰাষ্ট্ৰসমূহ দুৰ্বল কৰি তুলিছিল আৰু ইছলামৰ সাংস্কৃতিক শক্তিসমূহৰ বাবে পুনৰ্যোজনাৰ কোনো অৱকাশ নাছিল।

দিল্লীৰ চুলতানী ৰাজত্ব ব্যৱস্থাই এনে এটা পুনৰ্যোজনাৰ অৱকাশ সৃষ্টি কৰিছিল। চুম্বকে যো আকৰ্ষণ কৰাৰ দৰে দিল্লীয়ে তেতিয়া পণ্ডিত, সাধু, কবি, সেনাপতি, ৰাজনীতিজ্ঞসকলক আকৰ্ষণ কৰিছিল। গতিকে ৰাজ্যৰ প্ৰতিষ্ঠাতাসকলে নতুন ৰাষ্ট্ৰখনক কি ৰূপ দিব ভাবিবলৈ সময় পোৱা নাছিল। কুতুবুদ্দিন, আইবেকৰ শাসনকাল কেৱল সৈন্যবাহিনীৰ শিবিৰতহে আছিল, তেওঁৰ ৰাজত্বৰ পিছৰ আৰু ইলতুৎমিছৰ পঁচিশ বছৰীয়া শাসনকালৰ ভিতৰত দিল্লীৰ চুলতানী ৰাজত্ব প্ৰায় বৰ্হিক্ৰিয়কাৰ্য্য সেই

সময়ৰ পূৰ্বদেশীয় মুছলমান ৰাষ্ট্ৰৰ ৰূপত গঢ় লৈ উঠিছিল, অৰ্থাৎ বাগ্‌দাদৰ খলিফাৰ নাম মাত্ৰ সাৰ্বভৌমত্বৰ তলত ই খৰিয়াৰ দ্বাৰা শাসিত এখন স্বাধীন ৰাজতন্ত্ৰ হৈ পৰিছিল। বাগ্‌দাদৰ খিলাফত মংগোলসকলে ধ্বংস কৰাৰ পিছত তাৰ প্ৰতি থকা নামমাত্ৰ আনুগত্য ইজিপ্তৰ ফাতিমি খলিফাসকললৈ আৰু চৈয়দ শাসকসকলৰ দিনত টাইগ্ৰিছলৈ স্থানান্তৰিত কৰা হৈছিল। লোডী আৰু চুৰী ৰাজবংশৰ মুদ্ৰা অনুসৰি তেওঁলোকে নিজকে, কোনো বিশেষ ব্যক্তিৰ নামোল্লেখ নকৰাকৈ, কেৱল খলিফাৰ প্ৰতিনিধি বুলি ঘোষণা কৰিছিল।

কেৱল খিলাফতৰ লগত সম্পৰ্কৰ ক্ষেত্ৰত নহয়, আন আন বিষয়তো দিল্লীৰ চুলতানী ৰাজত্ব ইছলামীয় চৰিত্ৰ কল্পনাৰ বাহিৰে আন একো নাছিল। চাৰিজন সৎ খলিফাৰ পিছত ইছলামীয় ৰাষ্ট্ৰত ৰাজতন্ত্ৰৰ যি পাৰস্য-দেশীয় চৰমতাৰ ধাৰণা সোমাইছিল সি পাৰস্য আৰু তুৰ্কী-দেশীয় ৰজাসকলৰ শাসনাধীন ৰাষ্ট্ৰত পৰিস্কাৰ হৈ পৰিছিল। কিন্তু দিল্লীৰ চুলতানী ৰাজত্বত এই অনা-ইছলামীয় চৰমতা অধিকতৰ পৰিস্কাৰ হৈ পৰিল। পাৰস্য আৰু তুৰ্কী ৰাষ্ট্ৰত ৰজাই কেৱল সাংবিধানিক চিঠি আৰু কিছু পৰিমাণে ভূমি ৰাজস্বৰ ক্ষেত্ৰতহে ইছলামীয় পথৰপৰা আঁতৰি গৈছিল। আন বেছিভাগ ক্ষেত্ৰতে তেওঁলোকে ফুকাহাৰ (ইছলামীয় বিধিৰ বিশেষজ্ঞ) ব্যাখ্যা অনুসৰি খৰিয়া অনুসৰণ কৰিব লাগিছিল। কিন্তু দিল্লীৰ চুলতানী ৰাজত্বত চুলতানৰ ব্যক্তিগত জীৱনত বা ৰাষ্ট্ৰৰ প্ৰশাসনত খৰিয়া অনুসৰণ কৰা বা নকৰাটো চুলতানৰ নিজৰ ইচ্ছাৰ ওপৰত নিৰ্ভৰ কৰিছিল। বিশেষকৈ সাধাৰণ আইনৰ ক্ষেত্ৰত চুলতানৰ ইচ্ছামতে আইন তৈয়াৰ কৰা অধিকাৰ সকলোৱে স্বীকাৰ কৰি লৈছিল।

অৰ্থ নৈতিক বিষয়তো আন ইছলামীয় ৰাষ্ট্ৰৰ তুলনাত দিল্লীৰ চুলতানী ৰাজত্ব ইছলাম নিৰ্দিষ্ট পথৰপৰা অধিক ফালৰি কাটি গৈছিল। উদাহৰণস্বৰূপে, কৃষি-ভূমিৰ খাজনা ইছলামৰ আৰম্ভণিৰপৰা উৎপন্নৰ $\frac{1}{2}$ অংশ (অনুৰ্বৰ মাটিৰ ক্ষেত্ৰত আৰু কম) আছিল, লোডী আৰু চুৰী চুলতানসকলৰ দিনত ইয়াক যথেষ্ট বঢ়োৱা হয় আৰু এবাৰ, আলাউদ্দিন খিলজীৰ দিনত, বাঢ়ি গৈ উৎপন্নৰ $\frac{1}{2}$ অংশ হয়গৈ। মুছলমান কৃষকৰ বাবে ইছলামে মঞ্জুৰ কৰা শতকৰা ৫০ ভাগ বেহাই দিল্লীৰ চুলতানসকলে কেতিয়াও দিয়া নাছিল। উত্তৰাধিকাৰৰ ইছলামীয় বিধি কেতিয়াও কঠোৰ বাবে পালন কৰা নহৈছিল। ইছলামলৈ ধৰ্মান্তৰ হোৱাসকলক স্থানীয় ৰীতি-নীতি মানি চলিব দিয়া হৈছিল। তাৰ ফলত বহুক্ষেত্ৰত খৰিয়াৰ এটা মূল নীতি লংঘন কৰি জীয়েকসকলক উত্তৰাধিকাৰৰপৰা বঞ্চিত কৰা হৈছিল। ইছলামৰ দ্বাৰা কঠোৰভাৱে নিষিদ্ধ সুতলৈ ধাৰ দিয়া আৰু ধাৰ

লোৱা ব্যৱস্থা, অন্ততঃ হিন্দুসকলৰ মাজত, অতি সাধাৰণ কথা আছিল।

নৈতিকতাৰ ক্ষেত্ৰত, সৎ খিলাফতসকলৰ পিছৰপৰা ৰজাৰ ব্যক্তিগত জীৱন বস্তুতঃ সকলো নিষেধৰ ঊৰ্ধত আছিল, কিন্তু কিছুমান মুছলমান ৰাষ্ট্ৰত কম-বেছি পৰিমাণে কঠোৰভাৱে প্ৰচলিত ইহ তিচাব্ (নৈতিক বাধা-নিষেধ) দিল্লীৰ চুলতানসকলৰ তলত ইমান শিথিল আছিল যে বস্তুত নাছিল বুলিলেও হয়। অভিজাত শ্ৰেণীটো সামগ্ৰিক-ভাৱে নৈতিক সংযমৰ অধীন আছিল, কিন্তু সি ৰাষ্ট্ৰৰ নিয়ন্ত্ৰণৰ বাবে নহয়, সাধাৰণ মানুহৰ ধৰ্মীয় চেতনাৰ দ্বাৰা অনুপ্ৰেৰিত জনমতৰ বাবেহে।

চমু কথাত, যি অৰ্থত মধ্যযুগীয় আন মুছলমান ৰাষ্ট্ৰৰ ক্ষেত্ৰত ইছলামীয় ৰাষ্ট্ৰ শব্দটো ব্যৱহাৰ হয়, সেই সীমিত অৰ্থতো দিল্লীৰ চুলতানী ৰাজ্য ইছলামীয় ৰাষ্ট্ৰ নাছিল। আনহাতে, ই মুছলমানৰ জাতীয় ৰাষ্ট্ৰও নাছিল। সন্দেহ নাই যে চুলতানৰ সধৰ্মী হিচাপে আৰু তেওঁ নিৰ্ভৰ কৰিব লগা হোৱা সৈন্যবাহিনীৰ প্ৰধান অংশ হিচাপে মুছলমানসকলে সামৰিকভাৱে অমুছলমানতকৈ সু-ব্যৱস্থা পাইছিল। কিন্তু মুছলমানৰ মাজতো ভেদ ব্যৱহাৰ কৰা হৈছিল, সাধাৰণ মুছলমানতকৈ ডাঙৰীয়াসকলক আৰু স্থানীয় মুছলমানতকৈ বিদেশীমূলৰ মুছলমানক উচ্চতৰ বুলি গণ্য কৰা হৈছিল। ৰজাৰ লগত সম্পৰ্কৰ ক্ষেত্ৰত, সকলো শ্ৰেণীৰ মুছলমান আৰু হিন্দুসকলে তেওঁৰ প্ৰজা মাত্ৰ আছিল। আৰু ৰাষ্ট্ৰ-নীতি নিৰ্ধাৰণ কৰাত তেওঁলোকৰ কোনো মাত নাছিল। সেয়ে দিল্লীৰ চুলতানী ৰাজ্যক বিভিন্ন মুছলমান ৰাজবংশৰ অধীনৰ এক চূড়ান্ত ৰাজতন্ত্ৰৰ বাহিৰে আন একো বুলিব পৰা নাযায়।

কিন্তু আমাৰ বাবে কৌতূহলোদ্দীপক বিষয়টো হ'ল, জনসংখ্যা হিচাপে সংখ্যা গৰিষ্ঠ হিন্দুসকলৰ লগত চুলতানৰ সম্পৰ্ক আৰু ভাৰতীয় জাতীয়তাৰ বাবে ইয়াৰ তাৎপৰ্য। আমি দেখিছো যে নৱম শতিকাৰ আৰম্ভণিৰপৰা দশম শতিকাৰ শেষলৈকে উত্তৰ ভাৰতৰ বেছিভাগ অঞ্চল ৰাজপুত ৰজাসকলৰ শাসনাধীন আৰু ৰ'মাণ্টিক দুঃসাহসিকতাৰ যুগৰ প্ৰভাৱাধীন আছিল। জাতীয় ঐক্যৰ দিশৰপৰা এইটো আছিল চৰম বিভাজনৰ কাল। বিভিন্ন জাতি আৰু উপজাতিত হিন্দু সমাজৰ বিভাজনে সকলো যুক্তিযুক্ত সীমা চেৰাই গৈছিল। প্ৰধান শ্ৰেণীসমূহ, অৰ্থাৎ ৰাজপুত আৰু ব্ৰাহ্মণসকলো সম্প্ৰদায় আৰু গোত্ৰত বিভক্ত হৈ পৰিছিল। ৰাজপুতসকলৰ মাজত জনজাতীয়-চেতনা ইমান প্ৰৱল আছিল যে তেওঁলোকে অন্তহীন কন্দলত লিপ্ত হৈছিল। এনে পৰিবেশত কোনেও ভাৰতৰ ঐক্যৰ বাবে কাম কৰিব নোৱাৰিছিল।

এই বিভাজনেই মুছলমান আক্ৰমণকাৰীসকলক ভাৰত জয় কৰাৰ সুবিধা দিলে। মামুদ গজনবীৰ বিৰুদ্ধে কোনো যুক্ত প্ৰতিৰোধ থিয় কৰিব পৰা নগ'ল। মহম্মদ ঘোৰীৰ বিৰুদ্ধে ৰাজপুতবিলাকে এটা শেষ মুহূৰ্তৰ সংযুক্ত প্ৰচেষ্টা চলাইছিল ; কিন্তু ই সম্পূৰ্ণসফল নহ'ল। কনৌজৰ প্ৰতাপী ৰজাই ইয়াত যোগ নিদিলে আৰু ভাৰতৰ মুঠ প্ৰতিৰোধ শক্তিৰ এটা ক্ষুদ্ৰ ভগ্নাংশহে মাত্ৰ ব্যৱহাৰ কৰা হ'ল।

গুৰ্জৰ আৰু হুনসকলৰ বিষয়ে হিন্দুসকলৰ মনত যি ভাৱৰ সৃষ্টি কৰিছিল দিল্লীৰ চুলতানী ৰাজত্বৰ প্ৰতিষ্ঠাইও একে ভাৱৰ সৃষ্টি কৰিলে। শাৰীৰিকভাৱে তেওঁলোকে বিজয়ীৰ ওচৰত নিজকে সমৰ্পণ কৰিলে, কিন্তু জাতিগত আৰু ধৰ্মীয় আত্ম নিৰ্ভৰশীলতা আৰু আন্তৰিক দূৰৱৰ্তিতাৰ মাজত তেওঁলোকৰ আত্মা এনেদৰে ভিতৰ সোমাই পৰিল যে তেওঁলোক আৰু মুছলমানসকলৰ মাজত কোনো অন্তৰ্বিনিময়ৰ সম্ভাৱনা নাথাকিল। গুৰ্জৰ আৰু হুনসকলৰ বাবে ব্যৱহাৰ কৰা ম্লেচ্ছ শব্দটি এতিয়া মুছলমানসকলৰ বাবে ব্যৱহৃত হ'ল।

সাধাৰণ হিন্দুৰ মুছলমানৰ প্ৰতি বিতৃষ্ণা যদি প্ৰধানতঃ আবেগিক আছিল, উচ্চ শ্ৰেণীৰ হিন্দুসকলৰ মুছলমানৰ প্ৰতি বিতৃষ্ণা অধিক বাস্তৱ আছিল। হিন্দু ৰজা আৰু স্থানীয় প্ৰমুখসকলে ভয় খাইছিল যে তেওঁলোকৰ অঞ্চলবোৰ মুছলমান শাসকে অধিকাৰ কৰিব। এওঁলোকে বিদেশী হ'লেও কেন্দ্ৰীয় চৰকাৰ এটাক মানি ল'লেহেঁতেন, যদি তেওঁলোকৰ ওপৰত কেৱল কৰ-কাটল বহুৱাই বাকীবোৰ কাম তেওঁলোকৰ মতে চলাবলৈ দিলেহেঁতেন, কিন্তু তেওঁলোকৰ ভূমি-সম্পত্তি দখল কৰিব খোজা একক চৰকাৰ এটা কেৱল স্বাৰ্থৰ দিশৰপৰাই নহয়, ভাৰতীয় ঐতিহ্যৰ বিৰুদ্ধে নীতিৰ দিশৰপৰাও তেওঁলোকৰ বাবে গভীৰ বিতৃষ্ণাকৰ আছিল।

ৰাজনৈতিক শক্তিপুঞ্জৰ পৰিবৰ্তনৰ ফলত ব্ৰাহ্মণসকলেও কম ভুগিব লগা হোৱা নাছিল। যদিও দিল্লীৰ চুলতানে হিন্দুসকলক সম্পূৰ্ণ ধৰ্মীয় স্বাধীনতা দিছিল তেওঁ-লোকৰ ব্যক্তিগত আইনক স্বীকৃতি দিছিল, আৰু এই আইন প্ৰয়োগত বিচাৰকক সহায় কৰিবলৈ ব্ৰাহ্মণক নিযুক্তি দিছিল, তথাপি শ্ৰেণীগতভাৱে ব্ৰাহ্মণসকলে যি সামাজিক আৰু আৰ্থিক সুবিধা হেৰুৱালে এইবোৰে তাৰ ক্ষতিপূৰণ কৰিব নোৱাৰিছিলে। পূৰ্বে তেওঁলোকক পুৰোহিত, জ্যোতিষী, ন্যায়-বিষয়া আদি হিচাপে নিযুক্তি দিয়া হৈছিল আৰু ৰাষ্ট্ৰৰ ৰাজস্ব বিভাগবোৰ তেওঁলোকে চলাইছিল (বিশেষ এতিয়া চুলতানৰ ৰাজত্বৰ পৰা), তেওঁলোকৰ প্ৰাধান্য আইনে স্বীকাৰ কৰিছিল, ৰাষ্ট্ৰই তেওঁলোকৰ

নিৰাপত্তা দিছিল। কিন্তু এতিয়া ৰাজনৈতিক ওলট পালটৰ ফলত তেওঁলোকৰ আনুষ্ঠানিক অৱস্থা আৰু প্ৰাধান্যৰ ওপৰত প্ৰত্যক্ষ আঘাত পৰিল আৰু তেওঁলোকৰ সামাজিক অৱস্থান আৰু প্ৰভাৱ পৰোক্ষে হ্ৰাস পালে। তদুপৰি, পুৰোহিত শ্ৰেণী নোহোৱা মুছলমান সমাজৰ উদাহৰণে সম্ভৱ হিন্দু সমাজকো ব্ৰাহ্মণৰ ওপৰত কম গুৰুত্ব দিবলৈ প্ৰভাৱান্বিত কৰিলে।

সাধাৰণ মানুহৰ বাবে, সময়ৰ লগে লগে শাসক শক্তিৰ লগত তেওঁলোকৰ সম্পৰ্ক অতি ঘনিষ্ঠ নহ'লেও, যথেষ্ট ভাল হৈ পৰিল। প্ৰাথমিক বিৰাগ আৰু অবিশ্বাসৰ পৰ্য্যায় পাৰ হোৱাৰ পিছত নতুন চৰকাৰৰ লগত তেওঁলোকে সহযোগ কৰিব ধৰিলে, কাৰণ তেওঁলোকে চৰকাৰক বেয়া পোৱাৰ কোনো বিশেষ কাৰণ নাছিল। সামগ্ৰিকভাৱে মুছলমান ৰজাসকলে শান্তি আৰু শৃংখলা ৰক্ষা কৰিছিল, ন্যায়নিষ্ঠভাৱে শাসন কৰিছিল আৰু হিন্দু প্ৰজাবিলাকক ধৰ্মীয় আৰু সাংস্কৃতিক স্বাধীনতা দিছিল। এইটো ঠিক যে তেওঁলোকে নাগৰিক আৰু অপৰাধ সম্পৰ্কীয় আইনৰ পৰিবৰ্তন সাধিছিল আৰু ইছলামীয় বিধিৰ কিছুমান ব্যৱস্থা গ্ৰহণ কৰিছিল। কিন্তু, ভাৰতবৰ্ষত আন ধৰ্মৰ প্ৰজাৰ ওপৰত শাসকসকলে তেওঁলোকৰ নিজৰ আইনবিধি প্ৰয়োগ কৰাটো নতুন কথা নহয়। হিন্দু আৰু বৌদ্ধ ৰজাসকলে তেনে কৰি গৈছিল। অৱশ্যে, ধৰ্মীয় আৰু ব্যক্তিগত বিধিৰ ক্ষেত্ৰত ধৰ্মশাস্ত্ৰৰ ওপৰত হাত দিয়াটো হিন্দুৱে সহ্য নকৰিলেহেঁতেন। কিন্তু দিল্লীৰ চুলতানে এইটো অতি সতৰ্কতাৰে এৰাই গৈছিল। বৰং, বিপৰীতভাৱে, হিন্দু ব্যক্তিগত বিধি আৰু হিন্দুৰ ধৰ্মীয় জীৱনৰ লগত সম্পৰ্ক থকা গোচৰ বিচাৰ কৰাত সহায় কৰিবলৈ কেন্দ্ৰীয় বা প্ৰাদেশিক বিচাৰ সভাত তেওঁলোকে অতি সুবিবেচনাৰে পণ্ডিত নিয়োগ কৰিছিল।

কিন্তু দিল্লীৰ চুলতানী ৰাজত্বই যদিও ভাৰতক ৰাজনৈতিক একতা দিছিল, তথাপি হিন্দুসকলে ইয়াক তেওঁলোকৰ নিজৰ ৰাষ্ট্ৰ বুলি গ্ৰহণ কৰিব পৰা নাছিল, কিয়নো চিকন্দৰ লোডী আৰু শেৰ শাহ চুৰীৰ বাহিৰে বাকী শাসকসকলে তেওঁলোকৰ আৰু হিন্দু প্ৰজাসকলৰ মাজৰ পাৰ্থক্যটো দূৰ কৰিবলৈ অকণো চেষ্টা কৰা নাছিল। বৰঞ্চ মুছলমান ৰাষ্ট্ৰ নামটো প্ৰতিপন্ন কৰাৰ ভুল উদ্দেশ্যেৰে তেওঁলোকে হিন্দুৰ ওপৰত এটা মানুহ মুৰী কৰ (জিজিয়া কৰ) বহুৱাই এই পাৰ্থক্য বৃদ্ধিহে কৰিছিল। আমি দেখুৱাইছো যে দিল্লীৰ চুলতানী ৰাজত্ব ইছলামীয় ৰাষ্ট্ৰ নাছিল। আৰু যদি আছিলো, ইয়াৰ জিজিয়া কৰ বহুওৱাৰ কোনো অধিকাৰ নাছিল, কাৰণ, এই কৰ

প্ৰথমৰ ইছলামীয় ৰাষ্ট্ৰ শাসকবৰ্গই যি ব্যয্যতামূলক সৈন্যবাহিনীৰ সেৱাবপৰা বেহাইৰ মূল্য হিচাপে গ্ৰহণ কৰিছিল সেই সেৱা এতিয়া প্ৰচলিত নাছিল। দিল্লীৰ চুলতানসকলে ধহুওৱা জিজিয়া যদিও নামমাত্ৰ আছিল আৰু নিয়মীয়াকৈ তোলা নহৈছিল। তদুপৰি, ৰাষ্ট্ৰীয় সেৱাৰ ক্ষেত্ৰত, তত্ত্বগতভাৱে নহ'লেও, বাস্তৱত তেওঁলোকক সুবিধাবপৰা বঞ্চিত কৰা হৈছিল। মহম্মদ টোগলকহে প্ৰথম শাসক আছিল যি হিন্দুসকলৰ প্ৰতি এটা আপোচমূলক নীতি অনুসৰণ কৰিছিল। এই যুগৰ শেষলৈ, চিকন্দৰ লোডী আৰু বিশেষত খেৰ শাহ চুৰীৰ দিনত, ৰাষ্ট্ৰীয় সেৱাত ধৰ্মীয় অবিচাৰ বস্তুতঃ অদৃশ্য হয়। হিন্দুসকলে ৰাজসভাৰ ভাষা পাৰ্চী শিকিবলৈ আৰু কিছুমান উচ্চতৰ আৰু অতি দায়িত্বশীল পদ পাবলৈ আৰম্ভ কৰে। বংগ আৰু দাক্ষিণাত্যৰ বাহ্‌মনি ৰাজ্যৰ দৰে দিল্লীৰ চুলতানী ৰাজত্বৰপৰা স্বতন্ত্ৰ হৈ পৰা বা কাশ্মীৰৰ (জইনাল আবেদিনৰ শাসনকালত) দৰে দিল্লীৰ অধীনলৈ একেবাৰে নহা সকল মুছলমান ৰাজ্যবোৰে প্ৰায় প্ৰথমৰপৰাই অধিকতৰ সমদৰ্শী নীতি গ্ৰহণ কৰিছিল আৰু হিন্দুসকলৰ আস্থা আৰু শুভেচ্ছা অৰ্জন কৰিছিল।

কিন্তু মুছলমান শাসকসকলৰ লগত মিলাবিছা হোৱাৰ বহু আগতেই হিন্দুসকলৰ মুছলমান সাধাৰণ প্ৰজাৰ লগত সম্পৰ্ক যথেষ্ট উন্নত হৈছিল। যেতিয়াই তেওঁলোকে দেখিলে যে মুছলমানসকলে ভাৰতক নিজৰ দেশ কৰি লৈছে, তেওঁলোক জাতিগত অন্ধতাৰপৰা মুক্ত আৰু তেওঁলোকৰ ধৰ্মীয় গোড়ামি আৰু বিজেতাৰ অহমিকা লাহে লাহে কমি গৈছে তেতিয়াই হিন্দুসকলে তেওঁলোকৰ বিৰুদ্ধে মনোভাব শিথিল কৰি আনিলে। এই আপোচকাৰ্য্যত অবিহণা যোগোৱা এটা অতি শক্তিশালী উপাদান হ'ল মুছলমান চুফী আৰু হিন্দু ভক্তিমাৰ্গৰ সন্তসকলৰ মধ্যস্থতাকাৰী ভূমিকা।

ভাৰতৰ বেছিভাগ চুফীয়ে আদৰ্শবাদী একেশ্বৰবাদৰ ভিত্তিতেই স্বৰ্গীয় একত্বতাৰ ধাৰণা লৈছিল আৰু শিক্ষা দিছিল। হিন্দুসকলে তেওঁলোকৰ আদৰ্শবোধৰ বেদান্ত দৰ্শনৰ আদৰ্শৰ লগত মিল পাইছিল আৰু তেওঁলোকৰ প্ৰতি স্বাভাৱিকতে আকৰ্ষিত হৈছিল। কিন্তু নিম্নবৰ্গৰ হিন্দুসকলৰ বাবে আটাইতকৈ ডাঙৰ আকৰ্ষণ আছিল ইছলামৰ সামাজিক সংগঠন, যিটো সমতা আৰু ভাতৃত্বৰ ভিত্তিত নিৰ্মিত হৈছিল আৰু তেতিয়াও এই গুণবোৰৰ কিছু ৰক্ষা কৰি চলিছিল। এক বৃহৎ সংখ্যক হিন্দুৱে ইছলাম গ্ৰহণ কৰিছিল আৰু যিবোৰে গ্ৰহণ কৰা নাছিলে তেওঁলোক এতিয়া মুছলমানৰ প্ৰতি সদয় হৈছিল। ধৰ্মান্তৰ গ্ৰহণ কৰা হিন্দুসকলৰ লগত প্ৰথমে তেওঁলোকৰ নিজৰ মানুহে সম্পৰ্ক

স্থিৰ কৰিছিল ; কিন্তু পিছলৈ তেওঁলোকক মানি লোৱা হ'ল আৰু তেওঁলোক তেওঁৰ ভাই আৰু ধৰ্মৰ ভাইৰ মাজত একধৰণৰ সংযোগসূত্ৰ হৈ পৰিল।

হিন্দু আৰু মুছলমানৰ মাজত ধৰ্মীয় সহনশীলতাৰ পৰিবেশ সৃষ্টি কৰা আন এটা মহৎ শক্তি হ'ল ভক্তি আন্দোলন। বিখ্যাত সন্ত ৰামানুজৰ গোষ্ঠীৰ শিষ্য ( খৃষ্টীয় চতুৰ্দশ শতিকাৰ শেষৰফালৰ পৰা পঞ্চদশ শতিকাৰ মাজমানলৈ বাস কৰা ) ৰামানন্দই উত্তৰ ভাৰতত ভক্তি আন্দোলন জনপ্ৰিয় কৰি তুলিছিল। ভগৱানৰ পৰিবৰ্তে, বিষ্ণুৰ অৱতাৰ ৰামচন্দ্ৰক ভক্তিৰ উপলক্ষ্য কৰি লৈ তেওঁ এই ধাৰাৰ আবেদন ব্যাপক আৰু শক্তিশালী কৰি তুলিলে। কাৰণ ৰামৰ চমক লগা ব্যক্তিত্ব মানুহৰ কল্পনাৰ অধিক ওচৰ চাপিছিল। ৰামানন্দই তেওঁৰ গোষ্ঠীৰ দুৱাৰ চাৰিওবৰ্ণ, পুৰুষ মহিলা আৰু আনকি মুছলমানৰ বাবেও মুকলি কৰি দিছিল। তেওঁৰ মহান শিষ্য তুলসীদাসে তেওঁৰ কবিতাৰ যাদু প্ৰয়োগ কৰি কোটি কোটি মানুহৰ হৃদয় ৰাম-ভক্তিৰে জয় কৰিছিল। ৰামানন্দৰ আন এজন মহান শিষ্য কবীৰে ( এওঁ খৃষ্টীয় পঞ্চদশ শতিকাৰ প্ৰথমাৰ্দ্ধৰপৰা শেষলৈ অথবা পিছৰ শতিকাৰ আৰম্ভণিলৈ জীয়াই আছিল ) এটা নিজস্ব আন্দোলন আৰম্ভ কৰিছিল যি কেৱল হিন্দুকে নহয়, বহুতো মুছলমানক আকৰ্ষণ কৰিছিল।

কবীৰৰ প্ৰেম আৰু ভক্তিৰ গীতসমূহ হিন্দু, মুছলমান আৰু আন সাধাৰণ ভাৰতীয় মানুহৰ ধৰ্মীয় অনুভূতিৰ গভীৰ সুৰৰ এক ঐক্যতান আছিল। কবীৰৰ ঈশ্বৰৰ ধাৰণা সম্পূৰ্ণৰূপে ৰহস্যবাদী আছিল। বস্তুতঃ তেওঁৰ বাবে ঈশ্বৰ কোনো ধাৰণাই নাছিল, আছিল যুক্তিৰ সীমাৰ বাহিৰৰ এক অভিজ্ঞতা। যৌক্তিক পদ-বাচ্যত যেতিয়া এই অভিজ্ঞতাক ব্যাখ্যা কৰিব খোজা হয়, তাৰ ফল হয় অসম্পূৰ্ণ আৰু আনকি বিপৰীতাৰ্থক। কবীৰৰ মতে প্ৰতিটো বিপৰীত-ধৰ্মী প্ৰত্যয়েই নিজস্ব ক্ষেত্ৰত শুদ্ধ, কিন্তু প্ৰতিটোৱেই অসম্পূৰ্ণ, কিয়নো ইহঁতে প্ৰত্যেকেই সত্যৰ এটাকে মাত্ৰ দিশ প্ৰকাশ কৰে। সেয়ে তেওঁ হিন্দু ধৰ্ম আৰু ইছলাম ধৰ্মৰ আধ্যাত্মিক ভিত্তি এক বুলি গণ্য কৰে আৰু দুয়োটাৰপৰা সমানেই প্ৰেৰণা লাভ কৰে। কিন্তু এই দুই ধৰ্মই নিৰ্দিষ্ট ভিত্তিৰ ওপৰত নিৰ্মাণ কৰা মতান্ধতা আৰু অনুষ্ঠানৰ উপৰি লোকৰ প্ৰতি তেওঁ বীতৰাগ। জাত, বংশ আৰু বেশৰ পাৰ্থক্যক তেওঁ কঠোৰভাৱে নিন্দা কৰে। ভক্তি ধৰ্মৰ আন আন প্ৰচাৰকৰ দৰে তেওঁ। তেওঁৰ আদৰ্শসমূহ প্ৰণালীবদ্ধ কৰা বা লেখা সম্ভৱ নাছিল, মাত্ৰ গীতৰ যোগেদিহে প্ৰকাশ কৰিছিল। তেওঁৰ দোঁহাসমূহত পোৱা গীতবোৰ গাঁৱলৈ কেইবাখনো প্ৰান্তত বহুজনৰ জনা যায়।

মুছলমান দেশত এইবোৰৰ বিশেষ উন্নতি নহৈছিল। ভাৰতত, এই যুগটোত, মুছলমানসকলে চিত্ৰবিদ্যাক নিৰুৎসাহ কৰিছিল, কিন্তু ভাৰতীয় সংগীতে তেওঁলোকৰ অন্তৰ জয় কৰিছিল। সাধাৰণতে হিন্দুৰপৰা ধৰ্মান্তৰ হোৱা সাধাৰণ মানুহৰ বাহিৰেও বহুতো মুছলমান ভাণ্ডৰীয়া আৰু ৰজাই—বিশেষকৈ বিজাপুৰৰ আৰু জৌনপুৰৰসকলে—সংগীত অতি ভাল পাইছিল। জৌনপুৰৰ চুলতান হুছেইন শাৰ্কীয়ে 'খেয়াল' নামৰ এবিধ নতুন সাংগীতিক পদ্ধতি আবিষ্কাৰ কৰে বুলি কোৱা হয়, যিটো হিন্দু আৰু মুছলমান উভয়ৰে মাজত সমানে জনপ্ৰিয় হয়। সূক্ষ্ম ৰুচিৰ মুছলমানসকলৰ ক্লাছিকেল হিন্দু সংগীত পদ্ধতি 'ধ্ৰুপদ' অতি প্ৰিয় আছিল। বিজাপুৰৰ ৰজা ইব্ৰাহিম আছিল শাহ সংগীতৰ এজন শ্ৰেষ্ঠ চমঝদাৰ আছিল আৰু এই বিষয়ে 'নৌৰস' নামৰ এখন কিতাপ লিখিছিল। মুছলমান চুফীসকলে সংগীত অত্যধিক ভাল পাইছিল। চমুকৈ ক'বলৈ গ'লে, যিবোৰ উপাদানৰ কাৰণে হিন্দু মুছলমানৰ হৃদয় একে তালত বাজি উঠিছিল, সংগীত তাৰ অন্যতম আছিল।

স্থাপত্য আছিল মুছলমানসকলৰ সৌন্দৰ্য্য প্ৰীতি প্ৰকাশ কৰাৰ মুখ্য ক্ষেত্ৰ আৰু ইয়াতেই হিন্দু আৰু মুছলমান মনে পৰস্পৰক প্ৰভাৱিত কৰিবলৈ আটাইতকৈ ডাঙৰ সুবিধা পাইছিল। এই যুগৰ ভাৰতৰ শাসনকৰ্তাসকলৰ ভিতৰত মুছলমান ৰজাসকলৰে প্ৰচুৰতম সম্পদ আছিল আৰু সুন্দৰ গৃহ-নিৰ্মাণৰ বাসনা পূৰ্ণ কৰিব পাৰিছিল, কিন্তু সাধাৰণতে তেওঁলোকে হিন্দু স্থপতি আৰু কাৰিকৰ নিযুক্ত কৰিবলগীয়া হৈছিল। মুছলমান ৰজাৰ মনত ঠাই পোৱা অট্টালিকাৰ ধাৰণা ভাৰতীয় পৰিবেশে প্ৰভাৱান্বিত নকৰাকৈ থাকিব নোৱাৰে। আকৌ যেতিয়া ইয়াৰ পৰিকল্পনা আৰু নিৰ্মাণ এজন হিন্দু স্থপতিয়ে কৰিছিল, তেতিয়া ইয়াক ভাৰতীয় মনত পুনৰবাৰ ৰূপ দিয়া হৈছিল। গতিকে, ধৰ্মৰ ক্ষেত্ৰত যি সংমিশ্ৰণ কেইজনমান শ্ৰেষ্ঠ ৰহস্যবাদীৰ সচেতন প্ৰচেষ্টাতো সফল হৈ নুঠিছিল, সি স্থাপত্যৰ ক্ষেত্ৰত প্ৰায় অৱচেতনভাৱেই সংঘটিত হৈ উঠিছিল। দিল্লীৰ চুলতানী ৰাজত্বৰ প্ৰথম শতিকাতেই হিন্দু-মুছলমান স্থাপত্য ৰীতিৰ সৃষ্টি হৈছিল, চতুৰ্দশ শতিকাৰ এই ৰীতিকে বিভিন্ন পৰিমাৰ্জনাৰে বংগ, গুজৰাট আৰু দক্ষিণৰ স্বাধীন মুছলমান ৰজাই আৰু বুন্দেলখণ্ড আৰু ৰাজস্থানৰ হিন্দু ৰজাই গ্ৰহণ কৰিছিল।

দিল্লীৰ চুলতানী ৰাজত্বৰ প্ৰথমফালৰ অট্টালিকাসমূহৰ এতিয়া যি অৱশিষ্ট আছেগৈ, যেনে—আজমীৰৰ জামা মছজিদ আৰু দিল্লীৰ ওচৰৰ কুৱাতুল্-ইছ্লাম্ মছজিদ, তাৰপৰা প্ৰমাণ হয় যে প্ৰথমৰপৰাই ইছলামীয় স্থাপত্যৰ ধাৰণাই স্বাধীনভাৱে প্ৰাচ

না সম্পূৰ্ণ নৈতে খাপ খুৱাই চলিব লগা হৈছিল। কাৰ্জনে দেখুৱাইছে যে আজমীৰৰ জামা মছজিদৰ পৰিকল্পনা আবু পাহাৰৰ জৈন মন্দিৰৰপৰা লোৱা হৈছিল। কুৱাতুল্-ইছ্লাম্ মছজিদটো এটা মন্দিৰৰ ঠাইত আৰু তাৰ ভগ্নাৱশেষৰপৰা নিৰ্মাণ কৰা হৈছিল। এই মছজিদৰে এটা অংশ অতি সুন্দৰ কুতব মিনাৰ সাধাৰণভাৱে ইছলামীয় ধাৰণাৰ সৃষ্টি, কিন্তু তাৰ নিৰ্মাণত আমি পৰিষ্কাৰভাৱে গুপ্তযুগৰ স্তম্ভসমূহৰ আৰু মধ্যযুগৰ শিখৰ-সমূহৰ লগত সাদৃশ্য দেখা পাওঁ। তদুপৰি, ইয়াৰ কাৰুকাৰ্য্য-খচিত অংশবোৰত উত্তৰ ভাৰতীয় হিন্দু আৰু জৈন পদ্ধতিৰ প্ৰত্যক্ষ প্ৰভাৱ আছে। মানুহ আৰু জন্তুৰ চিত্ৰসমূহ বৰ্জন কৰা হৈছে; কিন্তু সিঁচৰতি হৈ থকা ফুলৰমালা আৰু থৰাইবোৰ সিহঁতৰ উৎসৰ সবাক সাক্ষী, সেইবোৰ কুফিক্ পদ্ধতিৰ লিপি-লেখনেৰে যি সুসামঞ্জস্যপূৰ্ণভাৱে সংমিশ্ৰণ ঘটোৱা হৈছে সি এক সুন্দৰ প্ৰকাশ সম্ভৱ কৰি তুলিছে।

দিল্লীৰপৰা ভাগি যোৱা মুছলমান ৰাষ্ট্ৰবোৰে হিন্দু পদ্ধতিৰ লগত মিল থকা স্থানীয় পৰিমাৰ্জনাৰে এই পদ্ধতিটো গ্ৰহণ কৰিছিল। বিশেষতঃ গুজৰাটৰ অট্টালিকাবোৰত চূড়া আৰু জোং থকা অৰ্ধগোলাকাৰ অংশবোৰৰ বাহিৰে বাকী গোটেইবোৰ উপাদানেই হিন্দু পদ্ধতিৰ আছিল। পঞ্চদশ শতিকাত নিৰ্মিত মুহাফিজ খানৰ মছজিদ আৰু ষষ্ঠদশ শতিকাত নিৰ্মিত আবু তুৰাবৰ সুদৃশ্য কবৰখানা এই পদ্ধতিৰ সুন্দৰ উদাহৰণ।

দিল্লীৰ চুলতানী ৰাজত্বতকৈ, এই যুগৰ শেষৰফালে স্বাধীন হৈ পৰা সৰু সৰু মুছলমান ৰাজ্যবোৰত হিন্দু আৰু মুছলমানৰ মাজত ভাৱ আৰু আদৰ্শৰ গভীৰতৰ মিল আৰু বিনিময় দেখা গৈছিল। এই ৰাজ্যবোৰ, বিশেষকৈ আৰু দক্ষিণাত্যৰ ৰাজ্যবোৰ, মুছলমান শক্তিকেন্দ্ৰৰপৰা দূৰত সম্পূৰ্ণ হিন্দু পৰিবেশত আছিল আৰু দিল্লীৰ বিৰুদ্ধে নিজৰ স্বতন্ত্ৰতা সাব্যস্ত কৰোঁতে সিহঁতে হিন্দু প্ৰজাৰ শুভেচ্ছা আৰু সহযোগৰ ওপৰত নিৰ্ভৰ কৰিব লগা হৈছিল। সিহঁতৰ ক্ষুদ্ৰ পৰিসৰৰ মাজত সিহঁতৰ শাসকবোৰ জন-সাধাৰণৰ বেছি ওচৰ চাপিছিল আৰু তেওঁলোকৰ মনোভাৱ আৰু অনুভূতিক সন্মান জনাই চলিছিল। স্থানীয় প্ৰভুসকলক সাধাৰণতে নাতবাই, কেৱল তেওঁলোকৰ ওপৰত কৰহে ধৰাইছিল। সৰু-ডাঙৰ চাকৰিত মুক্তভাৱে হিন্দু নিয়োগ কৰি ৰাজ্যৰ প্ৰশাসনত তেওঁলোকে হিন্দুসকলক সহযোগী কৰিছিল। গতিকে, হিন্দু প্ৰজাৰ লগত যোগাযোগ স্থাপন কৰাত আৰু তেওঁলোকৰ প্ৰীতি অৰ্জন কৰাত তেওঁলোক সফল হৈছিল।

বংগৰ শাসকসকলৰ ভিতৰত আলাউদ্দিন হুছেইন শাহ (1493-1518) আৰু তেওঁৰ পুত্ৰ নাছিৰুদ্দিন নছৰত শাহে (1518-33) আনে আন ধৰ্মৰ উপৰিও [illegible] ভাষাক

পৃষ্ঠপোষকতা কৰি আৰু সংস্কৃতৰপৰা বঙালীলৈ অনুবাদৰ যোগেদি ভাষাটোক সমৃদ্ধ কৰি বিশেষ জনপ্ৰিয়তা লাভ কৰিছিল। হুছেইন শাহৰ নিৰ্দেশত মালাধৰ বসুৱে ভাগৱদ্গীতা বঙালীলৈ অনুবাদ কৰিছিল। নছৰত শাহৰ পৃষ্ঠপোষকতাত মহাভাৰত অনুবাদ কৰা হৈছিল। আন এজন মুছলমান ৰজাই কৃত্তিবাসৰ হতুৱাই ৰামায়ণ অনুবাদ কৰাইছিল।

দাক্ষিণাত্যৰ ৰাজ্যবোৰত মুছলমান শাসক আৰু তেওঁলোকৰ হিন্দু প্ৰজাসকলৰ মাজত সম্পৰ্ক গভীৰ আৰু প্ৰীতিদায়ক আছিল। বাহ্মণি ৰাজ্যৰ প্ৰতিষ্ঠাতাজনে তেওঁৰ ব্ৰাহ্মণ বন্ধু গংগুৰ প্ৰচেষ্টাতহে সিংহাসন লাভ কৰিছিল। মৰম আৰু কৃতজ্ঞতাবশতঃ ৰজাই তেওঁক কেৱল তেওঁৰ উজীৰ কৰিয়েই ক্ষান্ত নাথাকিল, ৰাজবংশৰ উপনাম হিচাপে গংগু নামটো ব্যৱহাৰ কৰিলে। বাহ্মণি শাসনকালত ব্ৰাহ্মণ আৰু আন হিন্দুসকলে ৰাজ্যৰ প্ৰশাসনত এটা ডাঙৰ অংশ গ্ৰহণ কৰিছিল। বাহমণি ৰাজ্য ভাগি যি পাঁচখন মুছলমান ৰাজ্য গঠন হৈছিল তাতো এই উদাৰনীতি প্ৰচলিত আছিল। এই ৰাজ্যবোৰৰ ৰজাসকল স্থানীয় ভাষাৰ পৃষ্ঠপোষক আছিল আৰু তেওঁলোকৰ কিছুমান মাৰাঠী আৰু উৰ্দুৰ ভাল কবি আছিল। উৰ্দু আছিল পশ্চিমীয়া হিন্দিৰ অপভ্ৰংশ আৰু মুছলমান শাসকসকল আৰু তেওঁলোকৰ উত্তৰ ভাৰতীয় হিন্দু আৰু মুছলমান সহযোগীসকলৰ পৰস্পৰৰ মাজত কথোপকথনৰ ভাষা হিচাপে ইয়াক ব্যৱহাৰ কৰা হৈছিল। দাক্ষিণাত্যত ই এটা সাহিত্যিক ভাষালৈ পৰিণত হয় আৰু স্থানীয় জনসাধাৰণ আৰু উত্তৰৰ হিন্দু-মুছলমান প্ৰব্ৰজনকাৰীসকলৰ মাজত বৌদ্ধিক বিনিময়ৰ ভাষা হৈ পৰে।

কিন্তু এই যুগৰ ভিতৰত হিন্দু আৰু মুছলমানৰ মাজত সৌহাৰ্দ্য সৃষ্টি কৰাৰ চেষ্টাত সৰ্বশ্ৰেষ্ঠ কৃতকাৰ্য্য লাভ কৰে কাশ্মীৰৰ ৰজা জইনাল আবেদিনে। তেওঁৰ নাম কেৱল মুছলীকে প্ৰিয় আৰু সম্মানিত হৈ থকা নাই, কাশ্মীৰৰ প্ৰতিটো শিশুৱে জনা লোক-কথাতো প্ৰসিদ্ধি লাভ কৰিছে। তেওঁ সকলো দিশতে এজন মহান ৰজা আছিল; কিন্তু খ্যাতিৰ প্ৰতি তেওঁৰ সৰ্বশ্ৰেষ্ঠ দাবী এয়ে যে তেওঁ ধৰ্মীয় পক্ষপাতিত্বৰপৰা সম্পূৰ্ণ মুক্ত আছিল আৰু হিন্দু-মুছলমানৰ মাজত সাধাৰণ ভেদ-ভাৱ আঁতৰাইছিল। 1420 খ্ৰীষ্টাব্দত সিংহাসনত উঠি তেওঁৰ পূৰ্বসূৰী চিকন্দৰৰ নিষ্ঠুৰ ব্যৱহাৰত কাশ্মীৰ এৰি যোৱা বহু সংখ্যক হিন্দুক বিশেষকৈ ব্ৰাহ্মণক, তেওঁ পুনৰ কাশ্মীৰলৈ ঘূৰাই আনিছিল। ঔদাৰ্য্যিক স্নেহ আৰু প্ৰীতিৰে তেওঁ তেওঁলোকৰ অন্তৰ জয় কৰিছিল। তেওঁৰ আগতেও কাশ্মীৰৰ ৰাজ্যৰ প্ৰশাসনীয় পদ হিন্দুৰ বাবে মুক্ত আছিল; কিন্তু তেওঁ এই ক্ষেত্ৰত আৰু

ধৰ্মবিশ্বাসৰ পাৰ্থক্য বন্ধ কৰি দিলে। মুছলমানসকলে যাতে হিন্দু ধৰ্ম আৰু প্ৰাচীন ভাৰতীয় সংস্কৃতিৰ বিষয়ে পঢ়িব পাৰে, তাৰ বাবে তেওঁ বহুতো সংস্কৃত পুথি পাৰ্চী ভাষালৈ অনুবাদ কৰাইছিল। তেওঁ চাৰু আৰু কাৰু বিদ্যাৰ, বিশেষকৈ সংগীতৰ ডাঙৰ পৃষ্ঠপোষক আছিল আৰু তেওঁৰ ৰাজসভালৈ দূৰ দেশৰপৰা প্ৰখ্যাত সংগীতজ্ঞসকল আহিছিল। এই যুগটোৰ কাশ্মীৰৰ বুৰঞ্জী সম্পৰ্কে আৰু অধিক কথা যেতিয়া জনা যাব এইটো সম্ভৱতঃ দেখা যাব যে আকবৰে এটা জাতি নিৰ্মাণ কৰাৰ যি-প্ৰয়াস সম্পন্ন কৰিছিল, (ক্ষুদ্ৰ পৰিসৰত) তাৰ এটা নমুনা তেওঁতকৈ প্ৰায় এশ বছৰ আগেয়ে কাশ্মীৰত জইনোল আবেদিনে এৰি থৈ গৈছিল।

# তৃতীয় সংগম ঃ হিন্দুস্থানী সংস্কৃতি
## মোগল সাম্রাজ্যৰ উত্থানৰ কালত

1494 চনত তুৰ্কীস্থানৰ এখন সৰু ৰাজ্য ফৰগনাৰ শাসকজন ঢুকাল আৰু তেওঁৰ ঠাইত তেওঁৰ পুত্ৰ বাবৰ বাৰ বছৰ বয়সত ৰজা হ'ল। বাবৰ আছিল দুই বিজয়ী বীৰৰ বংশধৰ। পৈতৃক দিশত তেওঁ টাইমুৰৰ আৰু মাতৃৰ দিশত চেংগিজ খাঁৰ বংশজ আছিল। তেওঁলোকৰ আদৰ্শৰে অনুপ্ৰাণিত হৈ বাবৰে তেওঁৰ ৰাজত্বৰ আৰম্ভণিৰেপৰাই এক দুঃসাহসিক জীৱনযাত্ৰা আৰম্ভ কৰিলে। বহু উত্থান-পতনৰ পিছত, 1504 খৃষ্টাব্দত তেওঁ কাবুল জয় কৰি ইয়াক তেওঁৰ ৰাজধানী পাতিলে আৰু ভাৰতবৰ্ষ জয় কৰাৰ স্বপ্ন দেখিবলৈ লাগিল।

ষষ্ঠদশ শতিকাৰ আৰম্ভণিৰ কালে দিল্লীৰ চুলতানী ৰাজত্ব আফগানসকলৰ জনজাতীয় ৰাজ্যৰ দৰে হৈ পৰিছিল আৰু তেওঁলোকৰ পাৰস্পৰিক কলহে ইয়াৰ শক্তি শুহি পেলাইছিল। নামমাত্ৰ সম্ৰাট ইব্ৰাহীম লোডী আত্মীয়স্বজন আৰু ডা-ডাঙৰীয়া সকলৰ বিৰাগভাজন হৈ পৰিছিল। বিদেশী আক্ৰমণকাৰীৰ বাবে ইয়াতকৈ ডাঙৰ সুবিধা হ'ব নোৱাৰে। গতিকে বাবৰে ভাৰত বিজয় অভিযান আৰম্ভ কৰিলে আৰু পঞ্চম অভিযানত, 1526 খৃষ্টাব্দত, ইব্ৰাহীম লোডীক বধ কৰি দিল্লী দখল কৰিলে। এইদৰেই ভাৰতত মোগল সাম্ৰাজ্য স্থাপন হ'ল আৰু বাবৰৰ নাতি আকবৰৰ দিনত ই ভাৰতৰ জাতীয় ৰাষ্ট্ৰলৈ ৰূপান্তৰিত হ'ল, এই ৰাষ্ট্ৰ এক নতুন জাতীয় সংস্কৃতিৰ পটভূমি হৈ পৰিল, যাক আমি উপযুক্তভাৱে হিন্দুস্থানী সংস্কৃতি আখ্যা দিব পাৰো।

হিন্দুস্থানী সংস্কৃতিৰ বিকাশ সম্পৰ্কে অনুসন্ধান কৰাৰ আগতেই আমি এটা কথালৈ আঙুলিয়াব লাগিব যে ষষ্ঠদশ শতিকাৰ আৰম্ভণিত ভাৰত আক্ৰমণ কৰা মোগলসকল তিনিশ বছৰতকৈও অধিককালৰ আগতে অহা তুৰ্কী আক্ৰমণকাৰীসকলতকৈ সম্পূৰ্ণ বেলেগ আছিল। কুতুবুদ্দিন আইবাকৰ অধীনত ভাৰত জয় কৰা তুৰ্কীসকল

আছিল কেৱল যোদ্ধা, তেওঁলোকৰ ৰাজ্য প্ৰশাসনৰ অভিজ্ঞতা আৰু নিজস্ব সাংস্কৃতিক আধাৰ নাছিল। তেওঁলোকৰ সবল প্ৰকৃতিয়ে তুৰাণীয়, পাৰ্চীয় আৰু ইছলামীয় ৰাজনৈতিক আৰু সাংস্কৃতিক ব্যৱস্থাৰ বিচিত্ৰ উপাদান আৰু স্থানীয় ভাৰতীয় বৰণ কিছু গ্ৰহণ কৰিছিল, কিন্তু এই বিভিন্ন ৰং বৰণসমূহৰে এক সু-সামঞ্জস্যপূৰ্ণ নক্সা সৃষ্টি কৰিবলৈ তেওঁলোক সক্ষম নহৈছিল। আনহাতে বাবৰৰ চাগতাই বংশৰ ৰাজ্য শাসনৰ দীৰ্ঘ পৰম্পৰা আছিল, ততোধিক, মোগল আৰু তুৰ্কীৰ শক্তি আৰু কঠোৰতাৰ ওপৰত পাৰ্চীয়সকলৰ সূক্ষ্মতা আৰু সৌন্দৰ্য্য আৰু ইছলামৰ নৈতিক অনুশাসন আৰু আধ্যাত্মিক গভীৰতা আৰোপ কৰি তেওঁলোকে এক সুস্থ আৰু সংহতিপূৰ্ণ ধৰ্মনিৰপেক্ষ সংস্কৃতি ৰচনা কৰিবলৈ সক্ষম হৈছিল। বাবৰ ভাৰতলৈ আহোঁতে তেওঁৰ লগত মোগল-ইছলামীয় সংস্কৃতি লৈ আহিছিল আৰু তাতকৈও মূল্যবান কথা, বিভিন্ন মূলৰ সাংস্কৃতিক উপাদানবোৰৰ মিশ্ৰণেৰে এক সুসংহত পূৰ্ণতালৈ ৰূপান্তৰিত কৰা অভিজ্ঞতা আনিছিল। বাবৰ আৰু তেওঁৰ পুত্ৰ হুমায়ুন উভয়ৰে ভাৰতৰ ৰাজনৈতিক আৰু সাংস্কৃতিক ঐক্য সৃষ্টিৰ মহান কাম আৰম্ভ কৰিবৰ বাবে কল্পনা আৰু দূৰদৃষ্টিৰ ব্যাপ্তি আছিল, কিন্তু তেওঁলোকৰ শাসনকাল আছিল চুটি। বাপেক হুমায়ুনৰ মৃত্যুত ১৪ বছৰ বয়সত ৰাজপাটত উঠি পঞ্চাছ বছৰ কাল ধৰি দেশ শাসন কৰা আকবৰৰ ওপৰত হে ভাৰতত এক নতুন জাতীয় ৰাষ্ট্ৰ আৰু জাতীয় সংস্কৃতি গঢ়ি তোলাৰ দায়িত্ব পৰিছিল।

আমি কৈছো যে বংগ, দাক্ষিণাত্য আৰু কাশ্মীৰৰ স্বাধীন মুছলমান ৰাজ্যবোৰৰ শাসকসকলে ৰাজনৈতিক আৰু সাংস্কৃতিকভাৱে হিন্দু আৰু মুছলমানক পৰস্পৰৰ ঘনিষ্ঠ কৰি তুলিছিল আৰু আনকি চিকন্দৰ লোডী আৰু শেৰ শাহ চুৰীৰ দৰে দিল্লীৰ পৰৱৰ্তী চুলতানসকলেও হিন্দুৰ প্ৰতি অধিক উদাৰনৈতিক মনোভাব গ্ৰহণ কৰিছিল। কিন্তু এইটো আছিল এটা প্ৰায় অৱচেতনভাৱে আৰু লেহে অতি ধীৰভাৱে সময়ৰ প্ৰয়োজনৰ লগত খাপ খোৱাকৈ হোৱা পৰিবৰ্তন। দিল্লীৰ চুলতানী ৰাজ্য প্ৰতিষ্ঠা হোৱাৰপৰা পাৰ হৈ যোৱা তিনিশৰ ওপৰ বছৰ ধৰি কোনো মুছলমান শাসকৰে ইতিহাসৰ উপকৰা সোঁতৰ তলত ওপৰলৈ আহিবলৈ চেষ্টা কৰি থকা অন্তঃস্ৰোতলৈ চাবলৈ, জাতীয় জীৱনৰ বাহ্যিক বৈচিত্ৰ্যৰ পিছফালে নিজকে প্ৰতিষ্ঠা কৰিবলৈ সংগ্ৰাম কৰি থকা ঐক্যৰ আত্মালৈ চাবলৈ গভীৰ অন্তৰ্দৃষ্টি নাছিল। ইয়াৰ বাবে প্ৰয়োজন আছিল এজন আকবৰৰ, যাৰ মাজত এজন চাগতাইৰ দুঃসাহস আৰু উদ্যম, এজন দাৰ্শনিকৰ উদাৰ মুক্তিবাদ সংমিশ্ৰিত হৈ ভাৰতক অতীতৰ শৃংখলৰপৰা মুক্ত কৰি নতুন জীৱনৰ পথ

ৰচনা কৰিবলৈ সাহস আৰু শক্তি যোগাইছিল।

আকবৰে সৃষ্টি কৰা নতুন ভাৰতীয় জাতিৰ আটাইতকৈ গুৰুত্বপূৰ্ণ বৈশিষ্ট্য হ'ল ই কোনো ধৰ্মীয় সম্প্ৰদায়ৰ ওপৰত ভিত্তি কৰি নহয়, একেখন ৰাষ্ট্ৰৰ নাগৰিকত্বৰ ওপৰত ভিত্তি কৰি গঢ়ি উঠিছিল। ভাৰতবৰ্ষত, য'ত আধুনিক যুগ চূড়ান্তভাৱে আৰম্ভ হয়গৈ উনবিংশ শতিকাৰ মাজভাগত, তাত এই ধৰণৰ আধুনিক ধাৰণা প্ৰথম দৃষ্টিত যিমান আচৰিত যেন লাগে প্ৰকৃততে সিমান নহয়। ইউৰোপত ধৰ্মৰ পৰিবৰ্তে ৰাষ্ট্ৰক সমাজৰ মূল খোপনি কৰি তোলাৰ প্ৰয়োজন দেখা দিয়ে ৰিফৰ্মেশ্যনৰ পিছত, যি ধৰ্মীয় বিশ্বাসৰ ঐক্য নোহোৱা কৰি পেলালে। এই ধাৰণা ভাৰতত বহু আগেয়ে সৃষ্টি হ'ল, যেতিয়া মুছলমানসকল এটা সম্পূৰ্ণ বেলেগ ধৰ্ম লৈ ইয়ালৈ আহিল আৰু জনসংখ্যা দুটা বিৰুদ্ধ, প্ৰথমাৱস্থাত শত্ৰুভাৱাপন্ন, শিবিৰত ভাগ হৈ পৰিল। দিল্লীৰ চুলতানী ৰাজত্ব প্ৰতিষ্ঠা হোৱাৰ পাছতেই ধৰ্মৰ পৰিবৰ্তে ৰাষ্ট্ৰ সাংস্কৃতিক জীৱনৰ ভিত্তি হিচাপে গৃহীত হ'ব লাগিছিল, কিন্তু ঐতিহ্যৰ শক্তি ইমানেই প্ৰবল যে এই প্ৰয়োজনীয় পৰিৱৰ্তনো উদাৰতাবাদী মোগল ৰাজবংশৰ উত্থান নোহোৱালৈকে সংঘটিত হোৱা নাছিল। মোগল ৰাজবংশই ভাৰতলৈ অহাৰ বহু আগেয়েই আৰব খলিফাৰ সাৰ্বভৌমত্ব স্বীকাৰ কৰাৰ পৰম্পৰা ভংগ কৰি আহিছিল আৰু ভাৰতত এই বংশই আকবৰৰ দৰে মৌলিক মনৰ অধিকাৰী এজন শাসনকৰ্তা জন্ম দিলে।

এইটো কোৱা বাব পাৰে যে যি আকবৰে নিজকে ভাৰতৰ মুছলমানসকলৰ ধৰ্মীয় মুৰব্বী বুলি আনুষ্ঠানিকভাৱে ঘোষণা কৰিছিল, তেওঁক এক ধৰ্ম-নিৰপেক্ষ জাতীয় মুৰব্বীতকৈ মুছলমানসকলৰ ধৰ্মীয় ৰাষ্ট্ৰৰ প্ৰতিষ্ঠাতা বুলিহে কোৱা উচিত। কিন্তু ভাৰতীয় ইতিহাসৰ প্ৰতিজন ছাত্ৰই জানে যে ধৰ্মীয় নেতৃত্বৰ প্ৰতি আকবৰৰ দাবী উলেমাসকলৰ শক্তি ধ্বংস কৰি নিজৰ শক্তি দ্বিগুণ কৰিবৰ বাবে এক ৰাজনৈতিক কৌশলহে আছিল।

পাৰস্যৰ শাহ আব্বাছ চাফাৱীলৈ দিয়া তেওঁৰ এখন চিঠিৰ তলত দিয়া অংশৰ-পৰা প্ৰকাশ পায় যে এক ধৰ্মনিৰপেক্ষ অসাম্প্ৰদায়িক ৰাষ্ট্ৰৰ ধাৰণা তেওঁৰ মনত অতি পৰিষ্কাৰ হৈ আছিল: "বিভিন্ন ধৰ্মীয় সম্প্ৰদায়বোৰ ঈশ্বৰে আমাৰ হাতত ন্যস্ত কৰা স্বৰ্গীয় সম্পদ। আমি তেওঁলোকক সেইদৰেই ভাল পাব লাগিব। আমাৰ এই গভীৰ বিশ্বাস হোৱা উচিত যে প্ৰতিটো ধৰ্মই ঈশ্বৰৰ আশীৰ্বাদ পুষ্ট। আৰু চিৰকালীন সহিষ্ণুতাৰ চিৰসেউজীয়া ফুলনিৰ শান্তি উপভোগ কৰিবলৈ আমাৰ একান্ত চেষ্টা থকা উচিত। অনন্তকালৰ সম্ৰাটজনাই কোনো পাৰ্থক্য নিৰ্ণয় নকৰাকৈ সকলো মানুহৰ

প্ৰতি আশীৰ্বাদ বৰ্ষক। ঈশ্বৰৰ ছাঁ মাত্ৰ ৰজাসকলে এই নীতি কেতিয়াও বিসৰ্জন দিয়া উচিত নহয়।"

আকবৰৰ "বন্ধু-দাৰ্শনিক-পথপ্ৰদৰ্শক" আবুল্-ফজলে "আইন-ই-আকবৰী"ত লিখিছে "ৰজাসকলো ধৰ্মীয় বিবাদৰ ঊৰ্দ্ধত থাকিব লাগিব আৰু চাব লাগিব যাতে প্ৰতিটো শ্ৰেণী আৰু প্ৰতিটো সম্প্ৰদায়ৰ প্ৰতি থকা তেওঁৰ দায়িত্ব পালনত ধৰ্মীয় বিবেচনাই বাধাৰ সৃষ্টি নকৰে। তেওঁৰ সকলোকে সামৰি লোৱা বন্ধুৰ লাজত প্ৰত্যেকেই সুখ আৰু শান্তি পাব লাগিব যাতে ঈশ্বৰৰ ছাঁই বিলোৱা উপকাৰ সৰ্বত্ৰ বিয়পি পৰে।"

এই নীতিৰ অনুসৰণত আকবৰে একান্ত আৰু নিৰন্তৰভাৱে কাম কৰি গৈছিল। প্ৰশাসনৰ বাঘজৰী নিজৰ সবল হাতলৈ আনি লোৱাৰ পিছতেই 1563 খৃষ্টাব্দত তেওঁ তীৰ্থযাত্ৰী কৰ আৰু জিজিয়া পৰিহাৰ কৰিলে আৰু এনেকৈয়ে হিন্দু আৰু মুছলমান প্ৰজাৰ মাজত বিৰাগ সৃষ্টিকাৰী পাৰ্থক্যৰ পৰিসমাপ্তি ঘটালে। কিন্তু তাতকৈও তাৎপৰ্যপূৰ্ণ আছিল 1564 খৃষ্টাব্দৰ ৰাজ আদেশ যে জাত আৰু ধৰ্ম বিশ্বাস নিৰ্বিশেষে ভাৰতৰ কোনো অধিবাসীকে দাস কৰিব পৰা নাযাব।

মধ্যযুগৰ এছিয়াৰ পটভূমিত চালে দেখা যায় যে ই এক মৌলিক নীতিৰ গাম্ভীৰ্যপূৰ্ণ ঘোষণা যে শ্ৰেণী আৰু ধৰ্মৰ পাৰ্থক্য নিৰ্বিশেষে আইনৰ সন্মুখত সকলো নাগৰিকৰে ব্যক্তিগত স্বাধীনতা আৰু সমস্তাৰ পৱিত্ৰতা ৰাষ্ট্ৰই স্বীকাৰ কৰে, তদুপৰি, নাগৰিক আৰু সৈন্যবাহিনীৰ সকলো ৰাষ্ট্ৰীয় সেৱা তেওঁ হিন্দুৰ বাবে মুকলি কৰি দিয়ে আৰু বহুতো হিন্দুক ৰাষ্ট্ৰৰ উচ্চতম পদত নিযুক্তি দিয়ে। ৰাজ পৰিয়াল আৰু কিছুমান ৰাজপুত পৰিয়ালৰ মাজত বৈবাহিক সম্পৰ্ক স্থাপনো আকবৰে হিন্দু-মুছলমানৰ মাজত সৃষ্টি কৰিব খোজা নতুন ভাতৃত্ববোধৰ সফল প্ৰতীকী প্ৰকাশ আছিল।

কিন্তু আকবৰৰ নীতিয়ে সৃষ্টি কৰা জাতীয়তাবাদ আৰু জাতীয় ৰাষ্ট্ৰৰ সীমাবদ্ধতা সম্পৰ্কে আমি পৰিষ্কাৰ হোৱা উচিত। এই গ্ৰন্থৰ পাতনিত কোৱা হৈছিল যে জাতীয়তাৰ বাবে নিম্নতম চৰ্ত হ'ল দেশবাসী জনসাধাৰণৰ সকলো সম্প্ৰদায়ৰ দ্বাৰা এক সাৰ্বজনীন সংবিধান গ্ৰহণ। আকবৰৰ সময়ত জাতীয়তাৰ ধাৰণা আৰু সীমিত আছিল। সেই দিনত চৰকাৰৰ কোনো সাৰ্বজনীন আদৰ্শ বা লিখিত বা অলিখিত সংবিধানৰ অনুপস্থিতিত এটা ৰাজনৈতিক সমষ্টায় বা জাতিক একেলগ কৰি ধৰি ৰখা শক্তি আছিল ৰজা ব্যক্তিজন বা তেওঁৰ বংশৰ প্ৰতি প্ৰজাৰ আত্মীয়তা। শক্তিশালী সেইজন ৰজাইহে তেওঁৰ সকলো প্ৰজাৰ আনুগত্য আদায় কৰিব পাৰিব যি ব্যক্তিগতভাৱে সৎ আৰু

নির্বিশেষে সকলোৰে প্ৰতি ন্যায়নিষ্ঠ, এই সাধাৰণ নীতি অনুসৰণ কৰাৰ বাবে তেওঁৰ উত্তৰাধিকাৰীসকলেও এই আনুগত্য ভোগ কৰিব পাৰিব। জনসাধাৰণৰ সার্বজনীন ইচ্ছা-প্ৰকাশক মোটামুটিভাৱে চিৰস্থায়ী সংবিধান থকা আজিৰ কালৰ তুলনাত সেই কালৰ সার্বজনীন জাতীয়ত্ববোধ ইমান গভীৰ বা স্থায়ী নাছিল।

ধাৰণা হয়, আকবৰে জানিছিল যে তেওঁ প্ৰতিষ্ঠা কৰা ৰাষ্ট্ৰৰ ঐক্য, নির্ভৰ কৰিছে ৰজাৰ প্ৰতি থকা প্ৰজাৰ আত্মীয়তাৰ মাত্ৰাৰ ওপৰত। সেই কাৰণেই, তেওঁ প্ৰজাৰ লগত পোনপটীয়া সম্পর্কত অধিক গুৰুত্ব দিছিল, যিটো কোনো মুছলমান ৰজাই কেতিয়াও কৰাৰ কথা ভবা নাছিল। তেওঁৰ ৰাজসভাৰ ওপৰ মহলাৰ বাৰান্দাত বহি প্ৰজাক দর্শন দিয়া ব্যৱস্থাই প্ৰাচীন ভাৰতীয় ৰজাৰ স্মৃতি জগাই তুলিছিল আৰু ই প্ৰজাৰ অন্তৰ জয় কৰিছিল। আকবৰৰ মোগল ৰাষ্ট্ৰই পুৰণি ভাৰতীয় ৰাষ্ট্ৰৰ আন উল্লেখযোগ্য পৰম্পৰা কিছুমান পুনৰ জীৱিত কৰি তুলিছিল। দিল্লীৰ চুলতানী ৰাজত্বই মুছলমান সম্প্ৰদায়ৰ সীমিত ক্ষেত্ৰত নামমাত্ৰভাৱে পালন কৰা ৰাজছৰা দান আৰু নৈতিক সংস্কাৰ এতিয়া প্ৰণালীবদ্ধভাৱে আৰু কোনো পার্থক্য নৰখাকৈ সকলো নাগৰিকৰ ক্ষেত্ৰতে কৰা হ'ল। কম বেছি পৰিমাণে মুছলমান উলেমা আৰু ফুগুৰাৰ দৰে (পণ্ডিত আৰু সন্ন্যাসী) হিন্দু পণ্ডিত আৰু সাধুসকলকো ৰাষ্ট্ৰই সমর্থন দিয়া হ'ল আৰু বহুক্ষেত্ৰত মোগল সম্ৰাটসকলে মছজিদক দিয়াৰ দৰে মন্দিৰকো অনুদান দিলে। আকবৰে সকলো সম্প্ৰদায়ৰ মানুহৰ মাজতে মদ্যপান, জুৱাখেলা আৰু বেশ্যাবৃত্তিৰ ওপৰত নিষেধাজ্ঞা জাৰী কৰিলে। ধর্মত হস্তক্ষেপ কৰাৰ অভিযোগ উঠাৰ সম্ভাৱনা থকা সত্ত্বেও তেওঁ সতী প্ৰথাৰ দৰে (জীৱন্তে বিধৱা দাহ কৰা) কিছুমান বিশেষ হিন্দু নীতি বন্ধ কৰিলে।

আকবৰৰ নাতিয়েক ঔৰংজেবে এই ধর্ম-নিৰপেক্ষ মোগল ৰাষ্ট্ৰখনক এখন মুছলমান ধর্মীয় ৰাষ্ট্ৰলৈ পৰিণত কৰিবলৈ এটা অসফল চেষ্টা চলাইছিল, ফলস্বৰূপে ৰাষ্ট্ৰখন ইয়াৰ ভেটিলৈকে কঁপি গৈছিল আৰু তেওঁৰ মৃত্যুৰ পিছত, এশ বছৰ ধৰি এক বিশাল সাম্ৰাজ্য হৈ থকা ৰাজ্যখন তাৰ ছায়ালৈ পর্যবসিত হৈছিল।

সীমিত অৰ্থত জাতীয় ৰাষ্ট্ৰ বুলি ক'ব পৰা মোগল ৰাষ্ট্ৰক কেন্দ্ৰ কৰি জাতীয় সংস্কৃতি গঢ়ি তোলাৰ কামো আকবৰেই আৰম্ভ কৰিছিল আৰু ঔৰংজেবৰ ৰাজত্বকালত বন্ধ হৈ থকাৰ পিছত এই কাম পুনৰ এই যুগৰ শেষলৈকে চলিছিল। আমি আগৰ অধ্যায়ত পোৱাৰ দৰে দিল্লীৰ চুলতানী ৰাজত্বৰ প্ৰথমছোৱাত হিন্দু-মুছলমানৰ মাজত

থকা বিৰাট দূৰত্ব হিন্দু ভক্ত আৰু মুছলমান চুফীসকলে প্ৰচাৰ কৰা প্ৰেম আৰু সংহতিৰ অনুভূতিকে ধৰি বিভিন্ন শক্তিয়ে আঁতৰাবৰ চেষ্টা কৰিছিল আৰু দুয়োটা সম্প্ৰদায়ে পৰম্পৰৰ সাংস্কৃতিক জীৱন, বিশেষকৈ নন্দনতাত্ত্বিক ক্ষেত্ৰত, প্ৰসাৰিত কৰিবলৈ আৰম্ভ কৰিছিল। মোগল-ইছলামীয় বা ইৰাণীয়-ইছলামীয় সংস্কৃতিৰ হিন্দু সংস্কৃতিৰ লগত মিশ্ৰণৰ স্বয়ংক্ৰিয় প্ৰক্ৰিয়াটো আকবৰৰ সচেতন আৰু কিছুদূৰ পৰিকল্পিত চেষ্টাৰ ফলত দ্ৰুততৰ হৈ উঠিছিল। ইয়াৰ ফলত ৰাজসভাক কেন্দ্ৰ কৰি এক সাৰ্বজনীন সংস্কৃতি সৃষ্টি হৈছিল, কিন্তু ই মোগল সাম্ৰাজ্যৰ দূৰ-দূৰান্তলৈ বিয়পি পৰিছিল।

এটা সাৰ্বজনীন সংস্কৃতিৰ মূল হ'ল এটা সাৰ্বজনীন ভাষা। ত্ৰয়োদশ শতিকাত দিল্লী আৰু ইয়াৰ ওচৰে-পাজৰে পশ্চিমীয়া হিন্দীৰ এটা উপভাষাৰ লগত পাৰ্চী ভাষাৰ মিশ্ৰণেৰে হিন্দৱী, হিন্দী বা হিন্দুস্থানী নামৰ এটা কথোপকথনৰ ভাষা সৃষ্টি হৈছিল, ইয়াক পিছত উৰ্দু নাম দিয়া হ'ল। এতিয়া ইয়েই হিন্দু-মুছলমানৰ মাজত ভাব বিনিময়ৰ মাধ্যম হৈ পৰিল, যদিও দাক্ষিণাত্যৰ বাহিৰে আন ঠাইত ই এতিয়াও সাহিত্যিক ভাষাৰ স্থান লাভ কৰা নাছিল। উত্তৰ ভাৰতত পাৰ্চী ভাষা ৰাজভাষা হোৱাৰ উপৰিও সাহিত্যিক প্ৰকাশৰ ভাষা আৰু হিন্দু মুছলমানৰ মাজত কথোপকথনৰ ভাষা হৈ পৰিছিল। চৰকাৰী পদবীত থকা হিন্দুসকলে চিকন্দৰ লোডীৰ দিনত পাৰ্চী শিকিবলৈ লৈছিল, কিন্তু ৰাষ্ট্ৰৰ হিচাপ আদি তেতিয়াও হিন্দীতে কৰা কাৰণে হিন্দু চাকৰিয়ালসকলে পাৰ্চী শিকাটো বাধ্যতামূলক আছিল। এতিয়া আকবৰৰ বিত্তমন্ত্ৰী টোডাৰমলে নিৰ্দেশ দিলে যে সমগ্ৰ সাম্ৰাজ্যতে চৰকাৰী হিচাপ আৰু লিখিত কোনো কাম পাৰ্চী ভাষাত কৰিব লাগিব, ফলস্বৰূপে সৰহসংখ্যক চৰকাৰী হিন্দু চাকৰিয়ালে পাৰ্চী শিকিছিল।

তদুপৰি, যিসকল হিন্দু ডাঙৰীয়া আৰু ৰাজপুত প্ৰমুখ্যে ৰাজসভাত বা ব্যক্তিগত দৰ্শনত সম্ৰাটক সদায় লগ পোৱা হ'ল বা যিসকলে চিকাৰ বা যুদ্ধ অভিযানত সম্ৰাটৰ লগত যাবলগা হ'ল তেওঁলোকৰ বাবে পাৰ্চীৰ উপযুক্ত জ্ঞান অপৰিহাৰ্য হৈ পৰিছিল। গতিকে সম্ৰাট আৰু তেওঁৰ হিন্দু প্ৰজাৰ মাজত বৰ্ধিত যোগাযোগৰ লগে লগে পাৰ্চী ভাষা হিন্দুসকলৰ মাজত অধিক জনপ্ৰিয় হ'বলৈ ধৰিলে। কিন্তু পাৰ্চী ভাষা হিন্দু আৰু মুছলমানৰ মাজত উমৈহতীয়া ভাষা হোৱাৰ প্ৰত্যক্ষ আৰু আটাইতকৈ ফলপ্ৰদ কাৰণ হ'ল এয়ে যে সম্ভৱতঃ ভাৰতবৰ্ষৰ বুৰঞ্জীত প্ৰথমবাৰৰ বাবে আকবৰে নিজেই অনেক সংখ্যক চৰকাৰী স্কুল খুলিলে য'ত হিন্দু আৰু মুছলমান ল'ৰা-ছোৱালীক একেলগে পাৰ্চী ভাষাৰ মাধ্যমত শিক্ষা দিয়া হ'ল।

ৰাষ্ট্ৰৰ সকলো নাগৰিকৰ বাবে এই সাৰ্বজনীন শিক্ষা পদ্ধতি'য় ভাষিক ঐক্য সৃষ্টি কৰোঁতে কেৱল নহয়, আদৰ্শৰ ঐক্য সাধন কৰাতো সহায় কৰিলে। ধৰ্মীয় গোষ্ঠীৰ বাবে ধৰ্মীয় স্কুলৰ বাহিৰে, সকলো ধৰ্ম-নিৰপেক্ষ স্কুলত জাতি আৰু ধৰ্মৰ পাৰ্থক্য নোহোৱাকৈ সকলোৰে বাবে একে পাঠ্যক্ৰম নিৰ্দিষ্ট কৰা হৈছিল। আবুল্ ফজলৰ মতে এই পাঠ্যক্ৰমত আছিল : পাৰ্চী সাহিত্য, ৰচনা আৰু বৰ্ণমালা—সাধাৰণ বিষয় হিচাপে আৰু নীতিশাস্ত্ৰ, অংক, হিচাপ ৰখা, দপ্তৰী কাম, কৃষি পৰিস্থিতি, জ্যামিতি, জ্যোতিষ গ্ৰহ, গৃহ অৰ্থনীতি, ৰাজনীতি বিজ্ঞান, চিকিৎসা-শাস্ত্ৰ, তৰ্কশাস্ত্ৰ, পদাৰ্থবিদ্যা, গণিতশাস্ত্ৰ, আৰু ইতিহাস—শ্ৰেণী আৰু শাসন অনুসৰি বিভক্ত বিষয়ৰূপে। এই বিশুদ্ধ ধৰ্ম-নিৰপেক্ষ পাঠ্যক্ৰমেৰে সাৰ্বজনীন স্কুল খোলাৰ নীতি জাতীয় ঐক্যৰ এক অনুকূল বৌদ্ধিক পৰিবেশ তৈয়াৰ কৰিবৰ বাবে বিশেষভাৱে ৰচনা কৰা হৈছিল।

এই শিক্ষা নীতিয়ে উচ্চতৰ স্তৰত সাংস্কৃতিক বুজাপৰাত সহায় কৰিছিল। হিন্দু আৰু মুছলমান পণ্ডিতসকলক উপযুক্ত মানৰ কিতাপ সংস্কৃতৰপৰা পাৰ্চীলৈ অনুবাদ কৰিবলৈ আৰু অতীত আৰু সমসাময়িক যুগৰ ওপৰত কিতাপ লিখিবলৈ উৎসাহ দিয়া হ'ল।

প্ৰথমে অনুবাদলৈ চোৱা যাওক। মুল্লা আব্দুল কাদিৰ বদাওনীয়ে এজন হিন্দু পণ্ডিতৰ সহযোগত অথৰ্ববেদ আৰু ৰামায়ণ পাৰ্চীলৈ অনুবাদ কৰিছিল। পিছত হিন্দুসকলে পাৰ্চীত ৰামায়ণৰ কেইবাটাও পদ্য আৰু গদ্য অনুবাদ কৰে। মহাভাৰত অনুবাদ কৰে হিন্দু আৰু মুছলমান পণ্ডিতৰ এখন পৰিষদে, যাৰ এজন সভ্য আছিল মুল্লা আব্দুল কাদিৰ। গণিতশাস্ত্ৰৰ প্ৰাচীন গ্ৰন্থ লীলাৱতী মহান কবি ফৈজীয়ে পাৰ্চীলৈ অনুবাদ কৰে। হিন্দু অনুবাদকসকলেও গণিত আৰু প্ৰাকৃতিক বিজ্ঞানৰ আন আন সংস্কৃত গ্ৰন্থ পাৰ্চীলৈ অনুবাদ কৰে। শাহজাহানৰ ৰাজত্ব কালত হিন্দু দৰ্শন আৰু ৰহস্যবাদৰ প্ৰতি গভীৰভাৱে অনুৰক্ত যুৱৰাজ দাৰা শিকোৱে 'উপনিষদ', 'ভাগৱত গীতা' আৰু 'যোগ বাশিষ্ঠ'ৰ দৰে হিন্দু চিন্তাধাৰাৰ অমূল্য সম্পদ মুছলমানসকলৰ বাবে পাৰ্চী ভাষাত সুলভ কৰি তোলে, তেওঁ নিজে হিন্দু আৰু মুছলমান ৰহস্যবাদী দৰ্শনৰ তুলনামূলক অধ্যয়নেৰে 'মাজ্মা-উল্-বাহ্ৰেইন্' ('দুই মহাসাগৰৰ-মিলন-স্থান') নামৰ এখন গ্ৰন্থ লিখে।

ইতিহাসৰ ক্ষেত্ৰত, বৃন্দাবন দাস, সুজান ৰায়, চন্দ্ৰভান ব্ৰাহ্মণ, ভীম সেন আৰু ঈশ্বৰ দাস আদি হিন্দু লেখকসকল আবুল্ ফজল, আব্দুল কাদিৰ বদাওনী, খাফীখান্,

আৰু সেই যুগৰ আন বিখ্যাত মুছলমান বুৰঞ্জীবিদৰ তুলনাত কোনো গুণে কম নাছিল। এই গ্ৰন্থবোৰৰ অধ্যয়নৰপৰা দেখা যায় যে ব্যক্তিগত চিন্তাধাৰা বা আচৰণৰ বাহিৰেও হিন্দু আৰু মুছলমান বুৰঞ্জীবিদসকলৰ দৃষ্টিভংগি আৰু উপস্থাপনৰ ধৰণত এক উল্লেখযোগ্য মিল আছিল। মোগল সাম্ৰাজ্যৰ প্ৰতি তেওঁলোকৰ এক উমৈহতীয়া টান আছিল, সি সম্পূৰ্ণভাৱে ব্যক্তিগত স্বাৰ্থৰ ওপৰত গঢ় লোৱা নাছিল, আৰু তেওঁলোকে সেই কালৰ এক সত্য আৰু যথেষ্ট পৰিমাণে নিৰপেক্ষ চিত্ৰ এখন দাঙি ধৰিবলৈ ঐকান্তিক চেষ্টা কৰিছিল। তেওঁলোকৰ লেখাই মূল কেন্দ্ৰীয় চৰিত্ৰ ৰজাৰ ওপৰত গুৰুত্ব দিছিল, কিন্তু মাজে মাজে সামাজিক অৱস্থা আৰু সাংস্কৃতিক জীৱনৰ পৰিকাৰ ছবি আঁকিছিল।

মুছলমানসকলৰ লগতে হিন্দুৱেও পাৰ্চী কবিতা চৰ্চা কৰিছিল। মিৰ্জা মনোহৰ তোচানী, চন্দ্ৰভান ব্ৰাহ্মণ, বনৱাৰী লালৱালী আদিক যদিও ফৈজী, উৰ্ফি নাজিৰি, কালিম আৰু কুড্‌চিৰ দৰে মহানসকলৰ লগত একেশাৰীতে থ'ব নোৱাৰি তথাপি পাৰ্চীক মাতৃভাষা বুলি দাবী কৰিব পৰা সমসাময়িক মুছলমান বহু কবিতাতকৈ তেওঁলোক উন্নত পৰ্য্যায়ৰ আছিল। কম সময়ৰ ভিতৰত এজন হিন্দুৱে কি আশ্চৰ্য্য সফলতাৰে পাৰ্চী ভাষাকে নহয় পাৰ্চী কবিতাৰ আত্মাকো নিজৰ কৰি ল'ব পাৰে তাৰ সুন্দৰ উদাহৰণ হ'ল চন্দ্ৰভান ব্ৰাহ্মণৰ শ্ৰেষ্ঠ কবিতা। এইটো আছিল ভাৰতত পাৰ্চী কবিতাৰ কালান্তৰৰ কাল। থুচ্‌কৰ গাম্ভীৰ্য্যপূৰ্ণ প্ৰাচীনপন্থী সফলতাৰ ঠাই আবেগৰ এক ৰ'মাণ্টিক তীব্ৰতা আৰু উৰ্ফিৰ কবিতাত প্ৰকাশ হোৱা কল্পনাৰ নিৰংকুশ উড্ডীয়নে দখল কৰিছিল। হিন্দু কবিসকলৰ কাব্যতো এই আৱৰ্তণিৰ ৰ'মাণ্টিকতাই দেখা দিছিল।

সাহিত্যিক কলাসুলভভাৱে চিঠি লেখাৰ ক্ষেত্ৰত হিন্দুসকলৰ দখল আছিল। পাৰ্চী গদ্যৰ ওস্তাদ বুলি পৰিগণিত আবুল ফজল আৰু আলমগীৰৰ (ঔৰংগজেৱ) বাহিৰে সাহিত্যৰ এই ভাগত কোনো মুছলমান লেখককেই মুন্সী হৰকৰণ, চন্দ্ৰভান ব্ৰাহ্মণ, মুন্সী মাধোৰাম, মুন্সী নিহাল চান্দ আৰু মুন্সী অমৰে ৰাজৰ লগত তুলনা কৰিব নোৱাৰি। এই যুগত দুই শৈলীৰ পত্ৰ-লিখন পদ্ধতি প্ৰচলিত আছিল—মোগলসকলৰ আদিম বীৰত্বপূৰ্ণ জীৱনৰ স্মৃতিবহ আলমগীৰৰ সৰল, প্ৰত্যক্ষ আৰু শক্তিশালী ৰচনা-শৈলী আৰু ৰাজসভাৰ জটিলতা আৰু অলংকৰণতাপূৰ্ণ সৌন্দৰ্য্য প্ৰতিফলিত কৰা আবুল ফজলৰ গুৰু, শিষ্টাচাৰজনিত, অধিকতৰ ৰচনা-শৈলী। হিন্দু লেখকসকলৰ ভিতৰত চন্দ্ৰভান প্ৰথম বিধৰ আৰু মাধোৰাম দ্বিতীয় বিধ শৈলীৰ প্ৰতিনিধি আছিল।

ভাৰতবৰ্ষত পাৰ্চী ভাষাত চিঠি লেখাটো তেতিয়ালৈকে এক ধৰণৰ ৰীতি আছিল, তেতিয়ালৈকে চন্দ্ৰভান আৰু মাধোৰামৰ চিঠিৰ প্ৰকাশিত সংকলন হিন্দু আৰু মুছলমান লেখকৰ আদৰ্শ হিচাপে গণ্য কৰা হৈছিল। ব্যৱহাৰিক বিবেচনাৰ কাৰণেও আকবৰে যদিও পাৰ্চীক ৰাজসভা আৰু সাধাৰণ সাহিত্যৰ ভাষা কৰিবলগীয়া হৈছিল, তেওঁ সামূহিকভাৱে হিন্দী বুলি পৰিচিত ব্ৰজভাষা, অৱধী আদি স্থানীয় ভাষাৰ প্ৰতি অৱহেলা দেখুউৱা নাছিল। আন স্থানীয় ভাষাৰ দৰে এইবোৰ ভাষাও আকবৰৰ কালৰ আগতেই বিকাশ লাভ কৰিবলৈ আৰম্ভ কৰিছিল। শ্বেৰ শাহৰ সময়তেই অৱধী ভাষাত মালিক মহম্মদ জয়সী নামৰ এজন ডাঙৰ কবিয়ে 'পদ্মাৱত' বুলি এখন গ্ৰন্থ লিখিছিল। আকবৰৰ তলত জাতীয় 'চেতনাই' জন্ম দিয়া উদ্দীপনা হিন্দীৰ বিকাশৰ অনুকূল হৈ পৰিছিল আৰু হিন্দু আৰু মুছলমান লেখকৰ যুটীয়া প্ৰচেষ্টাত সি যথেষ্ট উন্নতি লাভ কৰিছিল। কৃষ্ণ ভক্তিৰ মুখ্যত গায়ক সাধক সুৰদাস উচ্চ পৰ্য্যায়ৰ হিন্দী কবি আছিল। কৃষ্ণৰ প্ৰতি প্ৰেম আৰু ভক্তিৰ অনুপ্ৰেৰণাত লিখা তেওঁৰ গীতৰ সংকলন 'সুৰ সাগৰ' বুলি জনা যায়। আকবৰৰ ৰাজসভাৰ এক স্তম্ভস্বৰূপ আব্দুৰ ৰহিম খান খানন নিজে এজন ভাল হিন্দী কবি আৰু হিন্দী কবিতাৰ শ্ৰেষ্ঠ পৃষ্ঠপোষক আছিল। আকবৰৰ ৰাজসভাৰ আন হিন্দী কবিসকল আছিল গংগা, নৰহৰি আৰু আকবৰৰ প্ৰিয় বন্ধু বীৰবল। আকবৰে নিজেও হিন্দীত কবিতা লিখিছিল বুলি কথিত আছে। পিছলৈ কেশৱ দাস, বিহাৰী দেৱ আৰু ৰাস খানে (এজন মুছলমান) হিন্দী কবিতাক উন্নতিৰ উচ্চ শিখৰত তুলিলে। শিৱাজী আৰু ছত্ৰশালৰ গৌৰৱ অমৰ কৰিবৰ বাবে ভূষণে মহাকাব্য ৰচনা কৰিছিল।

স্থাপত্যৰ ক্ষেত্ৰত হিন্দু আৰু মুছলমান উপাদানত সংমিশ্ৰণ দিল্লীৰ চুলতানী ৰাজত্বৰ প্ৰাথমিক স্তৰতে আৰম্ভ হৈছিল, কিন্তু এটা নিখুঁত সুসংহত শৈলীৰ মাজত এই সংমিশ্ৰণ সম্পূৰ্ণ হ'বলৈ মোগল সম্ৰাটসকলৰ মনৰ মৌলিকতা আৰু অন্তৰ্দৃষ্টিৰ ব্যাপকতাৰ প্ৰয়োজন হৈছিল। বাবৰ আৰু হুমায়ুনে তেওঁলোকৰ লগত পাৰ্চীয় স্থপতি আৰু স্থাপত্যৰ বিশুদ্ধ পাৰ্চীয় ৰুচি লৈ আহিছিল। তেওঁলোকৰ সময়ত নিৰ্মিত এতিয়ালৈকে থকা অট্টালিকাকেইটাৰ ভিতৰত বাবৰে সজোৱা পানীপথ আৰু চম্বলৰ মছজিদটো আৰু হুমায়ুনে সজোৱা হিছাৰৰ ফত্তাহাবাদৰ মছজিদটো পাৰস্যৰ ইস্পাহানৰ মধ্যযুগীয় অট্টালিকাৰ আহিত সজোৱা হৈছে। একেদৰেই, আকবৰৰ শাসন কালৰ প্ৰথমভাগৰ শ্ৰেষ্ঠ স্থাপত্য-কীৰ্তি দিল্লীৰ হুমায়ুনৰ কবৰ পাৰ্চীয় স্থপতি মিৰ্জা ইনায়েতুল্লাৰ দ্বাৰা

পৰিকল্পিত হৈছিল, কিন্তু পিছলৈ, ৰাজনৈতিক আৰু বৌদ্ধিক ক্ষেত্ৰৰ দৰে এই ক্ষেত্ৰতো আকবৰে তুৰ্কী পাৰ্চীয় মুছলমান ধাৰণাৰ লগত হিন্দুভাৰতীয় ধাৰণা সংমিশ্ৰণ কৰিবলৈ চেষ্টা কৰিছিল আৰু তাৰ ফলত চকুৰ বাবে সুখদায়ক আৰু মনৰ বাবে শান্তিদায়ক সৌন্দৰ্য্যময় মোগল ষ্টাইলৰ জন্ম হৈছিল। ফতেহপুৰ চিক্ৰিৰ জামা মছজিদৰ সাধাৰণ পৰিকল্পনা ইস্পাহানৰ জামা মছজিদৰপৰা লোৱা হৈছে, ইয়াৰ ওখ বিশাল তোৰণত মধ্যযুগৰ পাৰস্যৰ প্ৰাচীন সৰলতাৰ বৈশিষ্ট্য আছে। কিন্তু ইয়াৰ চূড়াকেইটাই জৈন স্থাপত্য শৈলীৰ প্ৰভাৱ প্ৰকাশ কৰিছে, সেইদৰেই আবু পাহাৰৰ মছজিদৰ চূড়াইও। জাহাংগীৰৰ সময়ত হিন্দু প্ৰভাৱ আৰু বাঢ়িবলৈ ধৰা যেন দেখা গ'ল। চিকান্দ্ৰাত আকবৰৰ সমাধিয়ে মুছলমান তোৰণ আৰু চূড়া সত্বেও বৌদ্ধ বিহাৰ বা মহাবলীপুৰমত 'ৰথ'ৰ সাধাৰণ নক্সা প্ৰকাশ কৰিছে।

শাহজাহানৰ ৰাজত্বকালত মোগল স্থাপত্যই শ্ৰেষ্ঠৰ চৰমবিন্দু পালেগৈ, পাৰস্য আৰু আন দেশৰপৰা স্থপতি অনা হ'ল আৰু বিদেশী প্ৰভাৱৰ এক নতুন তৰংগই স্থানীয় হিন্দু কাৰুশৈলীক দুৰ্বল কৰিব খুজিলে। কিন্তু ইতিমধ্যেই স্থানীয় হিন্দু শৈলী মোগল শৈলীৰ লগত এনেদৰে সম্পূৰ্ণভাৱে লীণ গৈছিল যে এই একীভূত গোটটোক তাৰ উপাদানবোৰলৈ পৃথকীকৰণ কৰা সম্ভৱ নহৈছিল। শাহজাহানে গ্ৰহণ কৰা এটা বৈপ্লৱিক পদক্ষেপ আছিল বৃহৎ পৰিসৰত মাৰ্বল পাথৰ ব্যৱহাৰ কৰা। এই কোমল আৰু নিমজ পাথৰ ব্যৱহাৰ কৰোঁতে অতিশয় যত্ন, সতৰ্কতা, দক্ষতা আৰু মিহি হাতৰ কামৰ প্ৰয়োজন আছিল যাৰ ফলত সক-সুৰা নক্সাবোৰেই নহয়, অট্টালিকাবোৰৰ সামগ্ৰিক নক্সাই যথেষ্ট পৰিবৰ্তন কৰিবলগা হৈছিল। মাৰ্বলৰ আলোকময় গুণ সম্পূৰ্ণ প্ৰতিভাত কৰিবলৈ ফুল-পাত আদিৰ কাৰুকাৰ্য্যবোৰ মিহি আৰু নিমজ কৰিবলগীয়া হৈছিল। তাওৰ কাৰবীয়া উপবিভাগ থালী বাখিবলগীয়া হৈছিল। বহুবৰ্ণী পাথৰৰ সমাহাৰত সুন্দৰ নক্সা কাটিয়েই প্ৰধানতঃ অলংকাৰময় আভাস সৃষ্টি কৰা হৈছিল। ভিত্তিৰ জ্যামিতিক আকৃতিত বেঁকা অৰ্দ্ধগোলাকাৰ নক্সা কাটিব পৰা গৈছিল আৰু স্তম্ভবোৰ নতুন আৰু সুক্ষ্ম নক্সাৰে তৈয়াৰ কৰিব পৰা হৈছিল। সংকীৰ্ণ, সূক্ষ্ম ভিত্তিৰে চূড়াবোৰ নখাকৃতিৰ কৰিব পৰা গৈছিল। অট্টালিকাবোৰৰ আকৃতিত আৰু অলংকাৰময় কাৰুকাৰ্য্যত বেঁকা ৰেখাৰে নতুন সূক্ষ্ম আৰু সুন্দৰ আভাস সৃষ্টি কৰা গৈছিল। মুঠতে, মাৰ্বলৰ ব্যৱহাৰৰ ফলত স্থাপত্যৰ কামে সৌন্দৰ্য্য আৰু সূক্ষ্মতাত চিত্ৰকৰৰ কামৰ লগত প্ৰতিদ্বন্দ্বিতা কৰিব পৰা কৰি তুলিলে আৰু মোগল স্থাপত্যই এক নতুন মহৰ লাভ কৰিলে, যিটো পাৰ্চী

বা পূৰণি হিন্দু স্থাপত্য শৈলীয়ে অৰ্জন কৰিব পৰা নাছিল। পাৰ্চী মনৰ লগত ভাৰতীয় মনৰ সহযোগিতা আৰু ভাৰতীয় কেঁচা সামগ্ৰীৰ কৰা সাহসী পৰীক্ষাই এক নতুন শৈলী সৃষ্টি কৰিলে, ইয়াত বিভিন্ন উপাদান এনে সম্পূৰ্ণভাৱে এক সুসংহত পূৰ্ণতাত মিশ্ৰিত হৈছে যে বিদেশী বা ভাৰতীয় বুলি সিহঁতক বিশ্লেষণ কৰিব পৰা গ'লেও সেই বিশ্লেষণ অৰ্থহীন হৈ পৰিব। তাজমহল নামে সুখ্যাত 'মাৰ্বলৰ স্বপ্ন' ছিৰাজৰ স্থপতিয়েই কৰক বা ইটালীৰ স্থপতিয়েই কৰক, ই চিৰকাল এক ভাৰতীয় সম্ৰাটৰ মনত ৰূপ লোৱা ধাৰণা, এক ভাৰতীয় প্ৰেমৰ স্মৃতিচিহ্ন, ভাৰতীয় মাৰ্বলত নিৰ্মিত আৰু ভাৰতীয় আত্মাৰ পবিত্ৰতা, শান্তি আৰু বেদনাৰ প্ৰতীক হৈয়েই ৰ'ব।

এই যুগত তুৰ্কী-ইৰাণীয় আৰু ভাৰতীয় এই দুই শৈলীৰ মনোহাৰিতাৰ মিশ্ৰণত চিত্ৰশিল্পতো এক নতুন শৈলীৰ বিকাশ দেখা গ'ল। আগতে উল্লেখ কৰা হৈছে যে দিল্লীৰ চুলতানী ৰাজত্বৰ দিনত ধৰ্মীয় বাধা নিষেধৰ ফলত মুছলমান ৰাজসভাত চিত্ৰশিল্পৰ বিশেষ প্ৰগতি হোৱা নাছিল। কিন্তু হিন্দু চিত্ৰশিল্পীয়ে কলাৰ বিকাশ সাধন কৰিছিল আৰু কিতাপৰ চিত্ৰণত তাক ব্যৱহাৰ কৰিছিল। সময়ৰ লগে লগে অজন্তাৰ ঐতিহ্যৰ পৰিবৰ্তন ঘটিছিল আৰু তাৰ ঠাইত ৰাজপুত ৰাজসভাৰ পৃষ্ঠপোষকতাত বিশেষ প্ৰগতি লাভ কৰা ৰাজপুত শৈলীৰ দৰে বিভিন্ন মধ্যযুগীয় ভাৰতীয় শৈলীৰ প্ৰচলন হৈছিল। ভাৰতীয় চিত্ৰকৰৰ বিষয়সমূহ সততে হিন্দু মহাকাব্যৰ কাহিনীৰ পৰা লোৱা হৈছিল—ৰামায়ণ আৰু মহাভাৰতৰ সাধু, কৃষ্ণৰ কাহিনীবোৰ, ৰাগ-ৰাগিনীৰ ব্যক্তি সত্তা আদি,—কিন্তু সাধাৰণ মানুহৰ জীৱনৰ পৰা কদাচিৎহে লোৱা হৈছিল। তেওঁলোকৰ ছবিয়ে প্ৰকৃতিৰ অনন্ত পৰিৱেশ আৰু ৰং সৰল আৰু সফলভাৱে ৰূপায়িত কৰিছিল। জটিল আৰু বিমূৰ্ত ধাৰণাবোৰ পৰিবৰ্তন কৰা হৈছিল।

টাইমুৰৰ বংশধৰসকল ভাৰতলৈ অহাৰ আগৰেপৰা চিত্ৰ-প্ৰেমী আছিল। তেওঁলোকৰ পৃষ্ঠপোষকতাতে পাৰ্চী চিত্ৰকলাই ক্ৰমশঃ প্ৰগতি লাভ কৰিছিল আৰু মহান শিল্পী বিহজাদৰ চিত্ৰকলাৰ মাজত হেৰাট চিত্ৰশৈলীয়ে পূৰ্ণতা লাভ কৰিছিল। বিহজাদৰ ছাত্ৰ মীৰ চৈয়দ আলী আৰু খাজা আব্দুছ চামাদ, শিৰাজী, হুমায়ুনৰ লগত ভাৰতলৈ আহিছিল। তেওঁলোকৰ ৰচিত কিছু ভাৰতীয় প্ৰভাৱ দেখা যায় যদিও তুৰ্কী-ইৰাণীয় উপাদানবোৰেই প্ৰধান আছিল। আকবৰ আছিল হিন্দু শৈলীৰ, বাস্তৱতাবাদী আৰু শক্তিশালী সৰলতাৰ প্ৰশংসক; তেওঁ হিন্দু শৈলীৰ সৰলতা আৰু পাৰ্চী শৈলীৰ সূক্ষ্মতাৰ সংযোগত এক নতুন চিত্ৰশৈলীৰ সৃষ্টি হোৱা বিচাৰিছিল, সেয়ে তেওঁ তেওঁৰ ৰাজসভাত

চিত্ৰ-বিদ্যালয়ৰ দৰে এটা অনুষ্ঠান প্ৰতিষ্ঠা কৰিলে, য'ত ভাৰতীয় আৰু পাৰ্চী চিত্ৰশিল্পী-সকলে একেলগে কাম কৰিব পাৰিছিল। পাৰ্চী চিত্ৰগুৰু চৈয়দ আলী আৰু আব্দুছ চামাদ তেওঁলোকৰ, বেছিৰ ভাগ হিন্দু তৰুণ ছাত্ৰক পাৰ্চী চিত্ৰ অংকন আৰু ৰং ব্যৱহাৰৰ জটিলতাৰ বিষয়ে শিক্ষা দিছিল। তাত্ত্বিক শিক্ষাৰ কাৰণে চিত্ৰবিদ্যাৰ ওপৰত লেখা কিতাপ আৰু পুৰণি শিল্পীৰ প্ৰধান সৃষ্টিসমূহৰ সংগ্ৰহ থকা এটা পুথিভঁৰাল তৈয়াৰ কৰা হৈছিল। শিল্পীসকলে কাম কৰা চাবলৈ আকবৰে নিজে সঘনে এই বিদ্যালয়লৈ গৈছিল। এই বিদ্যালয়ৰ সৃষ্টিৰ ভিতৰত বিখ্যাত আছিল দশৱন্ত, ফাৰুখ বে'গ, বাচৱন আৰু চানৱালা। তেওঁলোকে অধৰ্মীয়, পাৰ্থিৱ বিষয়ৰ কিতাপ চিত্ৰিত কৰাৰ পুৰণি ভাৰতীয় ৰীতি অনুসৰণ কৰিছিল। আৰম্ভণিতে তেওঁলোকৰ শৈলী তাৰ পাৰ্চী আৰ্হিৰ দৰেই আছিল—অলংকাৰময়, বাহুল্য পূৰ্ণ আৰু জটিল, কিন্তু ক্ৰমে ই ভাৰতীয় শৈলীৰ সজীৱতা, গতি আৰু শক্তি অৰ্জন কৰিলে, ফলস্বৰূপে আকবৰৰ শেষ আৰু জাহাংগীৰৰ আৰম্ভণি কালত এক স্বাধীন মোগল শৈলী বিকশিত হৈ উঠিল। জাহাংগীৰ কলাৰ পৃষ্ঠপোষকেই নাছিল, নিজে এজন চিত্ৰশিল্পীও আছিল আৰু তেওঁৰ সময়তে মোগল চিত্ৰশিল্পই চৰম উৎকৰ্ষ লাভ কৰে। ফাৰুক বে'গ, নাদিৰ মহম্মদ, মুৰাদ, আবুল হাচান, মনচুৰ, বিষেণ দাস, মনোহৰ আৰু দৌলত এই যুগৰ আগশাৰীৰ শিল্পী আছিল। পুৰণি সাধু আৰু লোককাহিনীৰ চিত্ৰণতকৈ এতিয়া তেওঁলোকৰ সৃষ্টিৰ পৰিসৰ বহুত বাঢ়ি গ'ল আৰু সঁচা যুদ্ধ, চিকাৰ, প্ৰেম, ৰজাৰ ৰাজসভা, চুফী ধৰ্মস্থান, মানুহ, জন্তু, গছ, ফুল আদিৰ ছাঁ অৰ্থাৎ চমুকৈ সম্ৰাট আৰু ডাঙৰীয়াসকলক আকৰ্ষণ কৰা মানৱ জীৱন আৰু প্ৰকৃতিৰ সকলো দিশেই তেওঁলোকৰ সৃষ্টিৰ পৰিসৰৰ ভিতৰত সোমাল।

শাহজাহানৰ স্থাপত্যতকৈ চিত্ৰশিল্পৰ প্ৰতি আগ্ৰহ কম আছিল। তথাপি, কিছুমান ৰাজকুমাৰ আৰু ডা-ডাঙৰীয়াই চিত্ৰকলাৰ পৃষ্ঠপোষকতা কৰিছিল। কিন্তু, চিত্ৰ-শিল্পৰ জনপ্ৰিয়তা কমা নাছিল যদিও, আনবোৰ কলাতকৈ আগেয়ে আৰম্ভ হোৱা কাৰণে ইয়াৰ অৱক্ষয়ৰ লক্ষণ দেখা দিছিল; ই আছিল সভাৰ অত্যধিক সম্পদ আৰু বিলাসৰ প্ৰায়-অপৰিহাৰ্য্য ফলশ্ৰুতি। গভীৰতৰ কলাগুণৰ পৰিবৰ্তে বাহ্যিক ৰং-ৰূপ আৰু অলংকৰণৰ ওপৰত অধিক গুৰুত্ব দিয়া হ'ল। অনুপ চিত্ৰ, চিত্ৰমণি, কবিকলা আৰু হাচিম আদি শাহজাহানৰ সময়ৰ লেখত ল'বলগীয়া শিল্পী। কিন্তু তেওঁলোকৰ কোনোজনকে মনচুৰ, আবুল হাচান বা মনোহৰৰ লগত একেশাৰীতে থ'ব নোৱাৰি। ঔৰংজেবৰ ধৰ্মীয় কঠোৰতাও সেই সময়ৰ চিত্ৰশিল্পৰ বাবে নিৰুৎসাহজনক হৈ পৰিছিল

আৰু তেওঁৰ পিছত মোগল সাম্রাজ্যৰ পতনৰ লগে লগে চিত্ৰকলাৰো পতন ঘটিছিল। সংগীতৰ ক্ষেত্ৰত, দিল্লীৰ চুলতানী ৰাজত্বৰ সময়তেই সৰু স্বাধীন ৰাজ্যৰ ৰাজসভা আৰু চুফী ধর্ম বিহাৰবিলাকত হিন্দু আৰু মুছলমানৰ মাজত ৰুচি আৰু অনুভূতিৰ এক সুন্দৰ মিল দেখা গৈছিল। গতিকে মোগলসকল আহি এক সাৰ্বজনীন বা জাতীয় সংগীত শিল্পক প্রতিষ্ঠিত ৰূপত পাইছিলহি, আৰু উদাৰ পৃষ্ঠপোষকতাৰ দ্বাৰা ইয়াৰ প্রচাৰ আৰু প্ৰসাৰ কৰাৰ বাহিৰে বিশেষ কৰিবলগীয়া নহৈছিল। কোনো বৌদ্ধিক ধাৰণাৰ সহায় নোলোৱাকৈ গভীৰ মানৱীয় অনুভূতি আৰু অভিজ্ঞতা প্ৰকাশ কৰিবলৈ সংগীতেই হ'ল একমাত্ৰ মাধ্যম। সকলো ধৰ্ম আৰু জাতিৰ ভাৰতীয়ৰ মাজত যি সাংগীতিক অনুভূতিৰ ঐক্য পৰিলক্ষিত হয় তাৰপৰা দেখা যায় যে ভাৰতৰ মানুহৰ অন্তৰে এতিয়া একে তালত তাল দিছে আৰু মৌলিক সাংস্কৃতিক সচেতনতাৰ ঐক্যক এক সাৰ্বজনীন সংস্কৃতিৰ স্থায়ী ভেটি হিচাপে সুনিশ্চিত কৰিব পৰা গৈছে।

এই যুগত গঢ়ি উঠা ৰীতি-নীতি, খাদ্য-পোছাক, আনন্দ-উৎসৱ আদিৰ মাজত সাধাৰণ সামাজিক জীৱনৰ ঐক্য কোটি কোটি হিন্দু আৰু মুছলমান পৰিয়ালৰ দৈনন্দিন জীৱনত এনেভাৱে স্পষ্ট হৈছিল যে এই বিষয়টোৰ বহল ব্যাখ্যাৰ প্ৰয়োজন নাই।

# হিন্দুস্থানী সংস্কৃতি

ৰাজনৈতিকভাৱে মোগল সাম্ৰাজ্যই তাৰ গৌৰৱৰ চৰম শিখৰ লাভ কৰে ঔৰংজেৱৰ ৰাজত্ব কালৰ প্ৰথমাৰ্ধত, আৰু তাৰ পাছত ইয়াৰ অধঃপতন আৰম্ভ হয়। ঔৰংজেৱৰ দাক্ষিণাত্য বিজয় অভিযানসমূহে ৰাজভঁৰাল শূন্য কৰিছিল। তেওঁৰ সংকীৰ্ণমনা নীতিয়ে আকবৰৰ কালৰপৰা সাম্ৰাজ্যৰ সৰ্বাধিক অনুগত বন্ধু হৈ পৰা ৰাজপুতসকলক বিচ্ছিন্ন কৰিছিল আৰু তিনিটা শত্ৰু-শক্তিৰ জন্ম দিছিল—শিখ, মাৰাঠা আৰু জাঠ্। ঔৰংজেৱৰ শক্তিশালী ব্যক্তিত্ব দৃশ্যৰপৰা আঁতৰ হোৱাৰ লগে লগে এই চাৰি শক্তিয়ে বিশেষত মাৰাঠাসকলে, সাম্ৰাজ্যৰ ভেঁটি এমূৰৰপৰা আনমূৰলৈ কঁপাই তুলিলে। মোগল ৰাজসভাত তুৰ্কী, পাৰ্চী আৰু আফগান দলবোৰৰ মাজত অৰিয়া-অৰিয়ে কেন্দ্ৰীয় চৰকাৰক ইমান দুৰ্বল কৰি তুলিলে যে প্ৰাদেশিক চৰকাৰবোৰ প্ৰায় স্বাধীন হৈ পৰিল। মোগল সাম্ৰাজ্যৰ শক্তি আৰু গৌৰৱে উত্তৰ-পশ্চিমৰ যি বিদেশী আক্ৰমণসমূহক ইমান দিনে প্ৰতিহত কৰি ৰাখিছিল এতিয়া সি নতুনকৈ আৰম্ভ হ'ল। য়ুৰোপীয় বেপাৰীসকলে বিশেষকৈ ষষ্ঠদশ আৰু সপ্তদশ শতিকাত ভাৰতলৈ অহা লণ্ডনৰ ইষ্ট ইণ্ডিয়া কোম্পানীয়ে দেশৰ অস্থিৰতাৰ সুযোগ লৈ কিছু অভিযানেৰে আৰু কিছু কাৰচাজিৰে ভাৰতৰ বৃহৎ অঞ্চল দখলাধীন কৰিলে আৰু ভাৰতীয় ৰাজনীতিত এক গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰিবলৈ আৰম্ভ কৰিলে।

স্বাভাৱিকতে, এই অৱক্ষয় হিন্দুস্থানী সংস্কৃতিতো প্ৰতিফলিত হ'ল, কিন্তু ই ভাৰতৰ সাৰ্বজনীন সংস্কৃতিৰ স্থান তেতিয়াও দখল কৰি থাকিল আৰু আনকি ইয়াৰ প্ৰভাৱৰ চাৰিসীমা বৰ্ধিত কৰিলে। তদুপৰি, দেশৰ সাংস্কৃতিক জীৱনত এটা নতুন উপাদানে দেখা দিলে—সি হ'ল য়ুৰোপীয় আৰু বিশেষকৈ ব্ৰিটিছ বেপাৰীৰ মাধ্যমেৰে অহা পাশ্চাত্য সংস্কৃতিৰ প্ৰভাৱ, ই প্ৰথমতে অস্পষ্টভাৱে ঊনবিংশ শতিকাৰ দ্বিতীয়াৰ্ধত দেখা দিবলৈ ধৰিলে।

আকবৰ আৰু তেওঁৰ উত্তৰাধিকাৰীসকলৰ ৰাজত্ব কালত বিকাশ লাভ কৰা

হিন্দুস্থানী সংস্কৃতি মূলতঃ মোগল সাম্রাজ্যৰ লগত গ্ৰন্থিত আছিল, কিন্তু ইয়াৰ অৱক্ষয় সাম্রাজ্যৰ অৱক্ষয়তকৈ ধীৰ হৈছিল আৰু আনকি ৰাজনৈতিক ভাঙোনৰ কালতো ই বিভিন্ন অঞ্চল আৰু সাংস্কৃতিক গোষ্ঠীৰ মাজত সংযোগী সূত্ৰ হৈ ৰৈছিল। সন্দেহ নাই ইয়াৰ সজীৱতা হেৰাইছিল, ইয়াৰ ক্ষমতা আৰু প্ৰাণশক্তিত স্থবিৰতা বা বৰং অধঃপতনৰ লক্ষণ দেখা গৈছিল, কিন্তু ইয়াৰ প্ৰভাৱৰ ক্ষেত্ৰ বাঢ়িছিল। ই লক্ষ্ণৌ, হায়দৰাবাদ আৰু মুৰ্চিদাবাদৰ দৰে নতুন কেন্দ্ৰৰপৰা কাম কৰিব ধৰিলে আৰু জনসাধাৰণৰ অজস্ৰ অংশৰ মাজত উমৈহতীয়া সংস্কৃতিৰূপে চলিব ধৰিলে, পিছত 1857 চনৰ ভয়ংকৰ ৰাজনৈতিক সংঘৰ্ষই ইয়াক যি মৰণ-আঘাত হানিলে তাৰপৰা ই আৰু উঠিব নোৱাৰিলে।

এই সংস্কৃতিৰ প্ৰকাশৰ বাহন পাৰ্চী ভাষা এই যুগৰ ভিতৰত নতুন নতুন অঞ্চললৈ বিস্তৃত হয়। কম হৈ অহা মোগল সাম্রাজ্যতে নহয় দাক্ষিণাত্য, বংগ, আৰু অৱধ আদি প্ৰকৃতত স্বাধীন হৈ পৰা ৰাজ্যবিলাকতো যথেষ্টসংখ্যক হিন্দু চাকৰিয়াল থকা চৰকাৰত পাৰ্চী ভাষা ব্যৱহাৰ কৰা হৈছিল। বিশেষ সাহিত্যিক দক্ষতা থকা দাৰ-উল্ ইন্‌শা (সেচিবালয়) নামৰ বিভাগটোত বেছিভাগেই হিন্দু বিষয়া আছিল, ফলস্বৰূপে অষ্টাদশ শতিকাত 'মুন্সী' শব্দটো ভাল পাৰ্চী শিকিব জনা হিন্দুক বুজাবলৈ বিশেষ অৰ্থত ব্যৱহাৰ কৰা হৈছিল। মোগল সাম্রাজ্যৰ আৰ্হিত প্ৰশাসনক গঢ় দিয়া মাৰাঠা সাম্রাজ্যৰ দৰে হিন্দু ৰাষ্ট্ৰইও পাৰ্চীক চৰকাৰী ভাষা হিচাপে ব্যৱহাৰ কৰিছিল। ইষ্ট ইণ্ডিয়া কোম্পানীয়ে 1819 খৃষ্টাব্দলৈকে পাৰ্চীক চৰকাৰী ভাষা হিচাপে ব্যৱহাৰ কৰাৰ পাছতহে ইয়াৰ পৰিবৰ্তে ইংৰাজীৰ ব্যৱহাৰ ঘোষণা কৰা হয়, কিন্তু বাস্তৱত সেই তাৰিখৰ বহু পিছলৈ দপ্তৰৰ কাৰ্য্য পাৰ্চীতে চলি থাকে। সাহিত্য আৰু বিজ্ঞানৰ কামত শিক্ষিত হিন্দু আৰু মুছলমানে পাৰ্চী ভাষা ব্যৱহাৰ কৰিছিল আৰু আনকি সাধাৰণ যোগাযোগো সেই ভাষাতে চলোৱা হৈছিল।

সাহিত্যিক আৰু বৈজ্ঞানীক প্ৰগতিৰ দৃষ্টিভংগিৰপৰা এইটো এটা হতাশাজনক যুগ। কিতাপ ৰচনাৰ সংখ্যা যদিও পূৰ্ববৰ্তী যুগৰ তুলনাত কম নাছিল, সিহঁতৰ সাধাৰণ মান বৰ নিম্নখাপৰ আছিল। সৃষ্টিৰ প্ৰেৰণা আৰু অনুসন্ধিৎসা প্ৰায় উদং হৈ পৰিছিল। এতিয়াৰ পণ্ডিতসকলৰ সৰ্বোচ্চ লক্ষ্য আছিল পূৰ্বসূৰী-সকলৰ পদাংক অনুসৰণ কৰা আৰু তেওঁলোকে যি ৰোৱাখিনিকে সংৰক্ষণ কৰা। তেওঁলোকৰ প্ৰধান কাম আছিল অভিধান ৰচা বা কবিসকলৰ জীৱন আৰু কবিতাৰ

বৃহৎ বুক্ত সংকলন কৰা। সংকলনৰ কামত মুছলমানসকলতকৈ হিন্দু লেখকসকলৰ সমান ভাগ আৰু অভিধানৰ কামত বেছিভাগ আছিল। 'সংকলকসকলৰ ভিতৰত শ্ৰেষ্ঠ আছিল গুলাম আলি আজাদ আৰু লচ্‌মী নাৰায়ণ শফিক আৰু অভিধান ৰচোতাৰ ভিতৰত 'বাহাৰ্-ই-আজম'ৰ সংকলক টেক্‌চান্দ্ 'মিৰাত্-উল্ ইষ্টিলাহ'ৰ, আনন্দৰাম মুখলিচ্ আৰু 'চিৰাজ্-উল্-লুঘাত'ৰ চিৰাজুদ্দিন খান আৰ্জু শ্ৰেষ্ঠ আছিল।

এই যুগত পাৰ্চী ভাষাৰ সাহিত্যিক পত্ৰৰ অজস্ৰ সংকলনৰ প্ৰায় সকলোবোৰেই হিন্দু মুন্সীসকলে লিখা। এসময়ৰ বিদেশী ভাষাটোৰ ওপৰত তেওঁলোকৰ দখল অবিশ্বাস্য। ইৰাণীয় জতুৱা ঠাঁচৰপৰা যিকণ কাৰ্জৰি আৰ্জিছিল সি স্বাভাৱিক আৰু দোষৰ ভিতৰত নপৰা ধৰণৰ আছিল। কিন্তু প্ৰকৃততে দুৰ্ভাগ্যজনক কথা আছিল এয়ে যে তেওঁলোকে ব্ৰাহ্মণ বা আলমগীৰৰ সৰল, শুদ্ধ আৰু গতিময় শব্দ-চয়ন অনুসৰণ কৰাৰ পৰিবৰ্তে মাধোৰামৰ কৃত্ৰিম আৰু আন্তৰিকতাবিহীন ধ্বনিসৰ্বস্ব শৈলী অনুসৰণ কৰিছিল।

বুৰঞ্জী আৰু জীৱনীৰ ক্ষেত্ৰতো একেদৰেই সংখ্যাৰ বৃদ্ধি আৰু গুণৰ পতন দেখা গৈছিল। আনকি গুলাম আলি আজাদ আৰু লচ্‌মী নাৰায়ণ শফিকৰ ঐতিহাসিক ৰচনা আৰু গুলাম হুছেইনৰ 'চিয়াৰ্-উল্ মুতা-আখ্‌খিৰিন'ৰ দৰে কিছুমান সন্মানীয় ব্যতিক্ৰম দেখা গৈছিল। দৰ্শন, জ্যোতিষ, জ্যোতিৰ্বিদ্যা, গণিত আৰু আন আন বিজ্ঞানৰ কিছুমান কামত মাজে মাজে জ্ঞানগভীৰতাৰ পৰিচয় পোৱা গৈছিল, কিন্তু মৌলিকতা নাছিল। বহুতো ক্ষেত্ৰত হিন্দুসকলৰ অৰিহণা মুছলমানসকলৰ সমানেই গুৰুত্বপূৰ্ণ আছিল। সংস্কৃতৰপৰা পাৰ্চীলৈ অসংখ্য অনুবাদ সম্পূৰ্ণভাৱে হিন্দুৱে কৰিছিল।

বিশুদ্ধ সাহিত্যৰ ক্ষেত্ৰত আকবৰৰ সময়ৰ মহৎ গ্ৰন্থবোৰৰ ঠাইত সৃষ্টি হোৱা অদ্ভুত, যুক্তি বৰ্জিত ৰোমাঞ্চকৰ লেখনীৰ দ'মে ৰুচিৰ পতনৰ সাক্ষ্য দিয়ে। জীৱনৰ বাস্তৱতাৰপৰা পলায়নে উদ্‌গ্ৰীৱ মানুহৰ ইন্দ্ৰিয় প্ৰৱণ, আচম্বিত কল্পনাৰ বাৰী পূৰাণ-জনীয়া হৈছিল "বোস্তান-ই-খেয়াল'ৰ দৰে দক্ষতাপূৰ্ণ, ছন্দপূৰ্ণ অৰ্থহীনতাৰে। এনে অদ্ভুত ধাৰাৰ দ্বাৰা হিন্দুসকল কম পৰিমাণে সংক্ৰমিত হৈছিল, কাৰণ তেওঁলোকে তুলনামূলকভাৱে কম কাহিনী লিখিছিল আৰু লেখাবোৰৰো বেছিভাগেই ঐতিহাসিক বা লোক-কাহিনী আছিল। এই যুগৰ কবিতাও আমক হোৱা নৈতিক আৰু মানসিক অৱক্ষয়ৰ কৰুণ সাক্ষী। উক্তি আৰু আঙ্গিকৰ কলাত্মকতাত সৰলতা আৰু স্বাভাৱিকতা নাছিল, কিন্তু অন্ততঃ তাত আবেগৰ প্ৰাবল্য আৰু কল্পনাৰ সজীৱতা

আছিল। এই যুগত বেছিকৈ হাস্য-ব্যংগৰ সূক্ষ্মতা আৰু কল্পনাৰে বাহুল্য এনে আতিশয্যলৈ গ'ল যে কবিতা এক ধৰণৰ বৌদ্ধিক কছৰতলৈ পৰ্য্যবসিত হ'ল। কিন্তু এইটো স্বীকাৰ কৰিব লাগিব যে যদিও সাধাৰণতে বেছিভাগ হিন্দু আৰু মুছলমান কবিয়ে বেদিলক অনুসৰণ কৰিছিল, তেওঁৰ নিজৰে ছাত্ৰ আনন্দ ৰাম মুখ্‌লিদ্‌ খা আৰজু, সাৱ্‌জু আৰু ৰফিকৰ দৰে শ্ৰদ্ধেয় কিছু লেখক আছিল—যিসকলে প্ৰচলিত ঢৌত উটি যোৱা নাছিল।

এই যুগতে উৰ্দুৱে দ্ৰুত উন্নতি কৰে আৰু সাহিত্যিক ভাষা হিচাপে, অন্ততঃ উত্তৰ ভাৰতৰ বৃহত্তৰ অংশত আৰু দাক্ষিণাত্যত পাৰ্চীৰ প্ৰতিদ্বন্দ্বী হৈ পৰে। ইষ্ট্‌ ইণ্ডিয়া কোম্পানীয়ে ইয়াত চৰকাৰী চাকৰিয়ালৰ শিক্ষাৰ কাৰণে প্ৰতিষ্ঠা কৰা ফ'ৰ্ট উইলিয়াম কলেজৰ নিৰ্দিষ্ট পাঠ্যক্ৰমত ইংৰাজী আৰু পাশ্চাত্য বিজ্ঞানৰ লগতে উৰ্দুকো সামৰি ইয়াৰ জনপ্ৰিয়তাক স্বীকৃতি দিয়ে। হিন্দুস্থানী নামে এটা সৰল আৰু শুদ্ধ ভাষাত সংস্কৃত আৰু আৰবীৰপৰা কিতাপ অনুবাদ কৰিবলৈ আৰু সাধাৰণ বিষয়ৰ মৌলিক কিতাপ লিখিবলৈ উৰ্দু লিখকসকলক নিয়োগ কৰা হ'ল। এনে কিছুমান কিতাপ দেৱনাগৰী লিপিত কঠিনতৰ পাৰ্চী আৰু আৰবী কিছু শব্দৰ পৰিবৰ্তে সংস্কৃত শব্দ ব্যৱহাৰ কৰি লিখা হ'ল। ই হিন্দীৰ উন্নত মান প্ৰতিষ্ঠা কৰাত সহায় কৰিলে। ইষ্ট্‌ ইণ্ডিয়া কোম্পানীয়ে উৰ্দুৰ প্ৰতি দেখুওৱা আগ্ৰহ বেছিদিন স্থায়ী নহ'ল আৰু পাৰ্চীৰ ঠাইত ইংৰাজীক গ্ৰহণ নকৰালৈকে প্ৰশাসনৰ ভাষা পাৰ্চীয়েই হৈ থাকিল, কিন্তু উৰ্দুৱে লাভ কৰা উৎসাহে তাৰ নিজৰ শক্তিৰে ইয়াক আগবঢ়াই নিলে আৰু বৰ্ত্তমান উত্তৰ প্ৰদেশ, পঞ্জাবৰ এক অংশক লৈ গঠিত উত্তৰ-পশ্চিম প্ৰদেশ আৰু আন কিছুমান স্বয়ংশাসিত অঞ্চলত ই ইংৰাজীৰ সৈতে চৰকাৰী ভাষা ৰূপে গৃহীত হ'ল।

মোগল সাম্ৰাজ্যৰ অধঃপতনৰ ফলত ভাস্কৰ্য্য আৰু সুকুমাৰ কলাবো ক্ষতি হ'ল। ৰাজনৈতিক কাৰচাজি আৰু সংঘৰ্ষৰ বলি দিল্লীৰ ৰাজসভাৰ কলাৰ পৃষ্ঠপোষকতা কৰাৰ ইচ্ছা বা সামৰ্থ্য কোনোটোৱেই নাছিল। সৰু স্বাধীন ৰাজ্যবোৰে নিজৰ ক্ষুদ্ৰ ৰীতিৰে ইবোৰৰ পৃষ্ঠপোষকতা কৰিছিল, কিন্তু পুৰণি প্ৰতিষ্ঠিত শিল্পীৰ নকল কৰাৰ বাহিৰে আন কিবা কৰিবলৈ এইবোৰে শিল্পীসকলক অনুপ্ৰেৰণা যোগাব নোৱাৰিছিল।

এই কালছোৱাত কোনো মহান স্থাপত্য সৃষ্টি হোৱা নাছিল, সাধাৰণ ৰাজপ্ৰাসাদ, কবৰ, পূজা-ঘৰ আদি যিবিলাক সজা হৈছিল সেইবোৰত মোগল বা হিন্দুস্থানী শৈলীৰ

সাধাৰণ বৈশিষ্ট্য প্ৰকাশিত হৈছিল। জামনগৰৰ বা ও আৰু চটৰপুৰৰ ৰজাৰ ৰাজপ্ৰাসাদ লাহোৰত মহাৰজা ৰঞ্জিৎ সিংহৰ স্মৃতিসৌধ, কোটৰ মহাৰাজ উম্মিদ সিং, আলৱাৰৰ মহাৰাজ ভক্তাৱাৰ সিং, বানাৰসৰ বিশ্বেশ্বৰ মন্দিৰ আৰু অমৃতসৰৰ স্বৰ্ণমন্দিৰ আদি সকলোবোৰ ইয়াৰ উদাহৰণ। আনকি কালৰ ধুমুহাবপৰা সাৰি যোৱা হিন্দু আৰু মুছলমান ডা ডাঙৰীয়াসকলৰ ব্যক্তিগত আবাস গৃহসমূহতো শ্বাহজাহানৰ ৰাজত্ব কালত সজা ঘৰসমূহৰ সৈতে এক ধৰণৰ নক্সা আদি পোৱা যায়। চিত্ৰশিল্পত অবধ আৰু হায়দৰাবাদৰ ৰাজসভাত চলা প্ৰকৃত মোগল শৈলীৰ বাহিৰেও, জয়পুৰী শৈলী আৰু ই যথেষ্টভাৱে প্ৰভাবিত কৰা জম্মু আৰু পঞ্জাবৰ পাহাৰীয়া সৰু সৰু ৰাজ্যত চলি থকা শৈলীবোৰৰ প্ৰগতি অব্যাহত নাছিল। সংগীতৰ ক্ষেত্ৰত, ক্লাছিকেল হিন্দু শৈলী আৰু দিল্লীৰ চুলতানী আৰু মোগল ৰাজত্বৰ সময়ত বিকাশ লাভ কৰা মিশ্ৰ শৈলীবো হিন্দু আৰু মুছলমান ৰাজ্যবোৰত চৰ্চা হ'বলৈ ধৰিলে, আৰু এই কলা-মাধ্যমে বাহ্যিক বিসংগতিৰ সকলো লক্ষণ সত্বেও ভাৰতীয় মনৰ আন্তৰিক সম্প্ৰীতিৰ সোচ্চাৰ প্ৰমাণ দি থাকিল।

সামাজিক জীৱন, খাদ্য, পোছাক, ৰীতি আৰু আচাৰৰ ক্ষেত্ৰত উচ্চশ্ৰেণীৰ হিন্দু আৰু মুছলমানৰ মাজত হিন্দুস্থানী সংস্কৃতিয়ে যি সাধাৰণ ঐক্য সৃষ্টি কৰিছিল এই যুগটোৰ শেষলৈকে সি মোটামুটিভাৱে অপৰিবৰ্তিত হৈ থাকিল। ভাৰতীয় জীৱনৰ ওপৰত ব্ৰিটিছ বা আন য়ুৰোপীয়সকলে লিখা টোকাত আঞ্চলিক আৰু গোষ্ঠীগত সংস্কৃতিৰ লগত এক সাৰ্বজনীন হিন্দুস্থানী সংস্কৃতিৰ কথা উল্লেখ কৰে। আকবৰ আৰু তেওঁৰ নিকট উত্তৰসূৰীসকলৰ দিনত নিৰ্মিত হোৱা বিশাল উপৰি-সৌধ ধ্বংস হৈছিল, কিন্তু তাৰ ভিত্তি তেতিয়াও অভগ্ন অৱস্থাতে আছিল।

* * * *

এই যুগটোত ভাৰতীয় জীৱনৰ ওপৰত ব্ৰিটিছৰ বিকল সাংস্কৃতিক প্ৰভাৱ পৰিছিল সি আৰম্ভ হৈছিল 1773 খৃষ্টাব্দৰ পিছত, যেতিয়া ইষ্ট ইণ্ডিয়া কোম্পানীয়ে চলোৱা চৰকাৰী কাম-কাজ ব্ৰিটিছ পাৰ্লামেণ্টৰ সাধাৰণ নিয়ন্ত্ৰণৰ তললৈ আহিল আৰু কোম্পানীয়ে ক্ৰমে এটা সুসভ্য চৰকাৰৰ চৰিত্ৰ অৰ্জন কৰিব ধৰিলে। তাৰ আগলৈকে কোম্পানী সংস্কৃতিৰ বিষয়ে সম্পূৰ্ণ অজ্ঞ এদল নিষ্ঠুৰ বেপাৰী লুণ্ঠনকাৰীতকৈ অকণো উন্নত নাছিল। মহাত্মা গান্ধীয়ে তেওঁৰ প্ৰেমৰ বাণীৰে দ্ৰবীভূত নকৰালৈকে ভাৰতীয়সকলে তেওঁলোকৰ মনত ব্ৰিটিছৰ বিৰুদ্ধে পুহি ৰখা অন্ততঃ কিছু অন্যায় ঘৃণা সম্ভৱতঃ ইষ্ট ইণ্ডিয়া

কোম্পানীয়ে বৃহত্তাৰে অলহায় ভাৰতীয়ৰ তেজ শুহিবলৈ লোৱা ভয়ানক ৰাজনৈতিক অৰাজকতাৰ দিনৰ মনস্তাত্ত্বিক অৱশিষ্টৰপৰাই উদ্ভৱ হৈছিল।

প্ৰথম গৱৰ্ণৰ জেনেৰেল ৱাৰেন হেষ্টিংচৰ অধীনত কোম্পানীৰ প্ৰশাসন সম্পূৰ্ণ পৰিবৰ্তন কৰা হ'ল আৰু এনে উন্নত ধৰণৰ চৰকাৰী বিষয়া অহাত ভাৰতীয় আৰু ব্ৰিটিছৰ মাজত সাংস্কৃতিক যোগাযোগ সম্ভৱ হৈ উঠিল। ৱাৰেন হেষ্টিংচ্ নিজেই এজন শিক্ষিত, বহল মনৰ, সাংস্কৃতিবান মানুহ আছিল। তেওঁৱেই প্ৰথম ব্ৰিটিছ প্ৰশাসক আছিল যি অনুভৱ কৰিছিল যে ভাগ্যই তেওঁৰ দেশবাসীক বিথন দেশৰ শাসক কৰি তুলিছে, সেইদেশৰ সংস্কৃতিৰ বিষয়ে তেওঁলোকে কিছু জনা আৰু তাৰ সংৰক্ষণ আৰু উন্নয়নত সহায় কৰা উচিত। তেওঁৰ নিৰ্দেশতে গুলাম হুছেইনে অষ্টাদশ শতিকাত ভাৰতৰ শ্ৰেষ্ঠ প্ৰামাণ্য বুৰঞ্জী "চিয়াৰ উল্ মুতা আথ্খিৰিন্" লিখি উলিয়ায়। হেষ্টিংচৰ কেৱল ইংৰাজী আৰু য়ুৰোপীয় ক্লাছিকৰ বিষয়ৰে পৰিষ্কাৰ জ্ঞান আছিল এনে নহয়, তেওঁ সংস্কৃত আৰু পাৰ্চী জানিছিল। পাৰ্চী ভাষাৰ কোমলতা আৰু মধুৰতা তেওঁ ইমান বেছি উপভোগ কৰিছিল যে এবাৰ তেওঁ পাৰ্চী ভাষাক অক্সফ'ৰ্ড্ বিশ্ববিদ্যালয়ৰ পাঠ্যক্ৰমত সুমুৱাই ইংৰাজ ভদ্ৰলোকৰ শিক্ষাৰ অংগ কৰিবলৈ এজন বন্ধুলৈ পৰামৰ্শ দি চিঠি লিখিছিল। তেওঁ হিন্দু আৰু মুছলমানৰ ধৰ্মীয় বিধানবোৰ বিধিবদ্ধ কৰি মৌলবী আৰু পণ্ডিতৰ সহায়ত ইংৰাজীলৈ অনুবাদ কৰালে। তেওঁৰ পৃষ্ঠপোষকতাত 1781 চনত কলিকতা, মাদ্ৰাছা আৰু 1784 চনত চাৰ উইলিয়াম জনচৰ সভাপতিত্বত প্ৰাচ্য অধ্যয়নৰ বাবে ৰয়েল্ এচিয়াটিক্ ছ'চাইটি অব্ বেংগল প্ৰতিষ্ঠিত হয়।

কলিকতা, মাদ্ৰাছা আৰু বানাৰস সংস্কৃত কলেজ স্থাপন ইষ্ট্ ইণ্ডিয়া কোম্পানীয়ে ইয়াৰ প্ৰশাসনাধীন অঞ্চলত শিক্ষাত উৎসাহ দিবৰ কাৰণে লোৱা প্ৰথম পদক্ষেপ। তাৰ পিছত ই চৰকাৰী বিষয়াৰ প্ৰশিক্ষণৰ বাবে ফ'ৰ্ট উইলিয়াম কলেজ পাতে আৰু কিছুদিনলৈ ৰাজহুৱা শিক্ষা ব্যৱস্থাৰ কালে মনোযোগ দিবলৈ এৰে। 1813 চনত ব্ৰিটিছ পাৰ্লামেণ্টৰপৰা কোম্পানীয়ে গ্ৰহণ কৰা নতুন চনদ অনুসৰি ৰাজহুৱা শিক্ষাৰ বাবে কোম্পানীয়ে প্ৰতিবছৰে 1,00,000 টকা খৰচ কৰিবলৈ বাধ্য হয়, কিন্তু এই টকা প্ৰাচ্য অধ্যয়নত খৰচ হ'ব নে ইংৰাজী আৰু পশ্চিমীয়া বিজ্ঞানৰ ক্ষেত্ৰত খৰচ হ'ব সেই বিতৰ্কৰ সমাধান নোহোৱাত পিছৰ দহ বছৰ ধৰি কোনো কাম কৰা নহয়। 1823 চনত কোম্পানীৰ প্ৰশাসনে কেৱল প্ৰাচ্য শিক্ষাৰ বাবেহে চৰকাৰী ব্যৱস্থা কৰিবলৈ সিদ্ধান্ত কৰিলে। সেয়ে আৰবী, প্ৰাৰ্চী আৰু সংস্কৃত শিক্ষাৰ বাবে কলেজ প্ৰতিষ্ঠা কৰিবলৈ,

পাঠ্যপুথি প্ৰকাশ কৰিবলৈ আৰু আধুনিক বিজ্ঞানৰ ওপৰত ইংৰাজীৰপৰা প্ৰাচ্য ভাষালৈ কিতাপ অনুবাদ কৰিবলৈ চৰকাৰী শিক্ষাৰ ওপৰত এখন কমিটি প্ৰতিষ্ঠা কৰা হ'ল। এই আঁচনি মতে আগ্ৰা কলেজ আৰু দিল্লী কলেজ নামৰ দুখন নতুন শিক্ষা অনুষ্ঠান প্ৰতিষ্ঠা কৰা হ'ল।

কিন্তু এই আঁচনিয়ে সফলতা লাভ নকৰিলে। বহুতো গোড়া ভাৰতীয়ই তেওঁলোকৰ ল'ৰা-ছোৱালীৰ ধৰ্মীয় আদৰ্শৰ ওপৰত অশুভ প্ৰভাৱ পৰে বুলি ভয় কৰি সিহঁতক চৰকাৰী কলেজলৈ পঠাবলৈ সন্দেহ কৰিছে। যিসকলে নিজৰ পুতেকহঁতক শিক্ষা দিবলৈ প্ৰস্তুত আছিল, তেওঁলোক ল'ৰাহঁতৰ বাবে চৰকাৰী চাকৰি সংগ্ৰহ কৰাৰ উদ্দেশ্যৰেহে উৎসাহিত হৈছিল আৰু ভাবিছিল যে ইংৰাজী শিক্ষা নিদিয়া চৰকাৰী কলেজত তেওঁলোকৰ উদ্দেশ্য সিদ্ধি নহ'ব। তেওঁলোকে ইতিমধ্যেই ডেভিড্ হেয়াৰ্ নামৰ এজন মহৎ মনৰ ইংৰাজৰ সহায়ত 1817 চনত বঙালী আৰু পাৰ্চীৰ লগতে ইংৰাজী পঢ়ুওৱাবো ব্যৱস্থা থকা হিন্দু কলেজ প্ৰতিষ্ঠা কৰিছিল। এতিয়া বাবু গৌৰ মোহন আঢ্যেই অৰিয়েণ্টাল চেমিনাৰী নামে একেধৰণৰ আন এখন অনুষ্ঠান স্থাপন কৰিলে। প্ৰাচ্যবিদ্যাৰ কলেজলৈ অতি কম পৰিমাণৰ ছাত্ৰহে গৈছিল, আনহাতে এই দুখন অনুষ্ঠানত ছাত্ৰ ঠাই থাই পৰিছিল। 1829 চনত যেতিয়া ইংৰাজীক চৰকাৰী ভাষা বুলি ঘোষণা কৰা হ'ল প্ৰাচ্য কলেজকেইখন আৰু অসুবিধাত পৰিল। 1835 চনত পুৰণি বিতৰ্কটো পুনৰ তোলা হ'ল আৰু ৰাজহুৱা শিক্ষা কমিটিৰ চেয়াৰমেন্ লৰ্ড মেকলেই তেওঁৰ সেই বিখ্যাত টোকাটো লিখিলে, যি আছিল অতিশয় সংকীৰ্ণ-মনা, প্ৰাচ্য সংস্কৃতিৰ বিষয়ে চূড়ান্ত অজ্ঞতা, চমৎকাৰ অলংকাৰময় বাক্য-বিন্যাস আৰু সুন্দৰ ওকালতিৰ এক অপূৰ্ব নিদৰ্শন। যি কি নহওক, গৱৰ্ণৰ-জেনেৰেলে ভাৰতত ব্ৰিটিছৰ চিৰস্থায়ী শিক্ষা নীতি প্ৰবৰ্তন কৰিলে যে চৰকাৰে এতিয়াৰপৰা আধুনিক বিজ্ঞানৰ শিক্ষাত উৎসাহ দিব আৰু ইংৰাজী ভাষা স্কুল আৰু কলেজৰ বাধ্যতামূলক বিষয়েই কেৱল নহ'ব, ই শিক্ষাৰ মাধ্যম ৰূপেও গৃহীত হ'ব। ৰাজনৈতিক অশান্তি আৰু অৰ্থনৈতিক দুৰৱস্থাৰ সময়ত বহু পুৰণি 'মক্তব' বন্ধ কৰি দিবলগীয়া হৈছিল, তথাপিও কোম্পানীৰ প্ৰশাসনে প্ৰাথমিক শিক্ষাৰ সম্পৰ্কে কোনো আগ্ৰহ দেখুওৱা নাছিল। কলিকতাৰ চাৰিওকাষে খ্ৰীষ্টান মিছনাৰীসকলে আৰু কিছু সমাজ সচেতন ভাৰতীয়ই কিছুমান প্ৰাথমিক স্কুল খুলিছিল; কিন্তু এইবোৰে সাধাৰণ চাহিদাৰ এক ভগ্নাংশও পূৰাব পৰা নাছিল। ঔদ্যোগিক আৰু বৃত্তিগত শিক্ষা সম্পূৰ্ণভাৱে অৱহেলিত হৈছিল, সমসাময়িক

ইয়াৰ কাৰণ আছিল স্থানীয় উদ্যোগ আৰু হস্তশিল্পক দমন কৰা নীতি। চিকিৎসা বিদ্যাই অৱশ্যে কিছু মনোযোগ লাভ কৰিছিল আৰু হিন্দুস্থানী শিক্ষা মাধ্যমেৰে কলিকতাত থকা মেডিকেল স্কুল (1807)ৰ উপৰিও ইংৰাজীক শিক্ষাৰ মাধ্যম হিচাপে লৈ 1935 চনত কলিকতা মেডিকেল কলেজ আৰু 1945 চনত বম্বে গ্ৰাণ্ট মেডিকেল কলেজ প্ৰতিষ্ঠা কৰা হ'ল।

গতিকে, আমি দেখা পাওঁ যে এই কালছোৱাত ব্ৰিটিছৰ শিক্ষা সম্পৰ্কীয় কাম-কাজ ইমান সীমিত আৰু অসংগঠিত আছিল যে ভাৰতৰ সাংস্কৃতিক জীৱনত আন কোনো উল্লেখযোগ্য প্ৰভাৱ নাছিল।

এই কালছোৱাত শৈক্ষিক প্ৰভাৱৰ দিশৰপৰা কেইখনমান কলেজ স্থাপনতকৈ অধিক গুৰুত্বপূৰ্ণ আছিল ছপাশাল আৰু খাতৰি কাকতৰ সূচনা। ইংৰাজীত ছপা সম্ভৱত ব্ৰিটিছসকল অহাৰ পিছতে আৰম্ভ হৈছিল, কিন্তু প্ৰথম বাতৰি-কাকতখন ইংৰাজীত 'হিকচ্ গেজেটীয়াৰ' নামে 1760 চনত কলিকতাত ওলাইছিল। ভাৰতীয় ভাষাৰ ভিতৰত প্ৰথমে বঙালী ভাষাত 'দা বেংগল সমাচাৰ' নামৰ খাতৰি কাকত 1816 চনত ওলায়। এই কালছোৱাৰ শেষত ইংৰাজী আৰু প্ৰধান ভাৰতীয় ভাষাসমূহত কেইখনমান বাতৰি কাকত ওলাই ভাৰতীয় জনসাধাৰণৰ মাজত সংবাদৰ পৰিসৰ বঢ়াইছিল আৰু মাজে মাজে নতুন ধৰণৰ সূচনা কৰিছিল।

সুকুমাৰ কলাৰ ক্ষেত্ৰত সেইকালৰ কোম্পানীৰ চৰকাৰ আৰু ইংগ-ভাৰতীয় সমাজৰ অৰিহণা অতি সামান্য। এই সমাজৰ বৃহৎ অংশৰ ব্যৱসায়িক মনোবৃত্তিৰ বাবে বস্তুগত মুনাফা আৰু দৈহিক আনন্দৰ বাহিৰে আন প্ৰমূল্যৰ স্থান নাছিল। নান্দনিক বোধ উচ্চস্তৰৰ চৰকাৰী বিষয়াৰ এটা ক্ষুদ্ৰ বৃত্তৰ মাজত সীমাবদ্ধ আছিল আৰু এওঁলোকেও চাৰ জছুৱা ৰে'নল্ড বা নৰ্থ কোটৰ ছবিৰ নকলেৰে বা কাচিৎ একোখন মৌলিক ছবিৰে ড্ৰয়িং-ৰুম সজোৱাৰ বাহিৰে বিশেষ একো কৰিব পৰা নাছিল। কিছুমান ভাৰতীয় ৰাজকুমাৰে, বিশেষকৈ অৱধৰসকলে, মাজে মাজে য়ুৰোপীয় শিল্পীক তেওঁলোকৰ বাবে ছবি আঁকিবলৈ লগাইছিল, কিন্তু ভাৰতত কলাৰ প্ৰগতিৰ বাবে প্ৰয়োজনীয় উৎসাহ যোগাবলৈ ই যথেষ্ট নাছিল। ইংগ-ভাৰতীয় সমাজত চৌখিন সংগীত, নৃত্য আৰু নাটকৰ চৰ্চা হৈছিল, কিন্তু সেইবোৰ সম্ভৱতঃ বিশেষ উচ্চমানৰ নহৈছিল। অৱধৰ নবাব ৱাজিদ আলি শ্বাহৰ ৰাজসভাৰ নাট সম্ভৱ ইংৰাজী থিয়েটাৰৰ মঞ্চ-ৰীতিৰ অনুসৰণত কৰা হৈছিল।

স্থাপত্যত উনবিংশ শতিকাৰ আৰম্ভণিলৈকে ইষ্ট্ ইণ্ডিয়া কোম্পানীয়ে ভাৰতৰ য়ুৰোপীয় বসবাসৰ অঞ্চলত প্ৰচলিত পৰ্তুগীজ শৈলীকে অনুসৰণ কৰি চলিছিল। সেই শতিকাৰ দ্বিতীয়াৰ্ধত ভাৰতৰ বহুতো ৰাজহুৱা ঘৰ ইংৰাজ ইঞ্জিনিয়াৰসকলে সপ্তদশ আৰু অষ্টাদশ শতিকাৰ লণ্ডন আৰু আন ইংৰাজ নগৰত সজা ঘৰৰ আৰ্হিত সজাবলৈ লৈছিল। 1787 চনত সম্পূৰ্ণ হোৱা কলিকতা কেথেড্ৰেলৰ সম্মুখভাগ বিখ্যাত ইংৰাজ স্থপতি বেনে প'ৰিকল্পনা কৰা ৱালক্ৰুকৰ 'চেণ্ট ষ্টিফেনচ্ চাৰ্চ'ৰপৰা অনুসৰণ কৰা বুলি কোৱা হয়। সেইদৰে, 1802 চনত সম্পূৰ্ণ হোৱা 'গৱৰ্ণমেণ্ট্ হাউচ্' ডাৰ্বিশ্বায়াৰৰ 'কেড লষ্টন হল'ৰ আৰ্হিত সজা। উনবিংশ শতিকাৰ প্ৰথমাৰ্ধত বেছিভাগ ঘৰেই প্ৰাচীন ধৰণৰ সম্মুখভাগ, বহল বাৰান্দা, চাপৰ স্তম্ভৰ শাৰী আৰু বিৰাট প'টিকৰে বেনেছা নিৰ্মাণ শৈলীৰ দুৰ্বল অনুকৰণ আছিল। মাজে মাজে ভাৰতীয়সকলেও এনে ধৰণৰ ঘৰ নিৰ্মাণ কৰিছিল। কিন্তু ভাৰতীয় আৰু য়ুৰোপীয় শৈলীৰ সংমিশ্ৰণ তেতিয়াও হোৱা নাছিল। তথাপি, আচফ্ উদ দেঠলাৰ সময়ৰ লক্ষ্ণৌৰ ঘৰবোৰ বিশেষকৈ 'ইমাম্ বৰা' আৰু 'কমী দৰৱাজা'ৰ সৰল, সমানুপাতিক নিৰ্মাণ শৈলীত পাশ্চাত্য স্থাপত্যৰ প্ৰভাৱ পৰিছিল।

কিন্তু ভাৰতীয় জীৱনৰ ওপৰত প্ৰকৃত আৰু তাৎপৰ্য্যপূৰ্ণ প্ৰভাৱ পৰিছিল পাশ্চাত্য সভ্যতাৰ কাৰিকৰী দিশত। যি আধুনিক সমৰ-সজ্জা আৰু সৈন্য-সংগঠন পদ্ধতিৰ সহায়ত ব্ৰিটিছ ভাৰতত ৰাজনৈতিক প্ৰভুত্ব দখল কৰিলে সি এক গভীৰ ছাপ বহুৱালে আৰু প্ৰতিখন ভাৰতীয় ৰাজ্যই নিজৰ সম্পদে আটে মানে সেইবোৰ সংগ্ৰহ কৰিলে। 1823 বা 1824 চনত ভাপ জাহাজ আৰম্ভ হোৱাত সাগৰ-যাত্ৰা সহজ হৈ পৰিল আৰু ভাৰতীয়সকলক বিদেশ ভ্ৰমণত উৎসাহ যোগালে আৰু ই তেওঁলোকৰ দৃষ্টিভংগি বহল কৰিলে। এই কালছোৱাৰ শেষত গেছলাইট, ৰেল ব্যৱস্থা আৰু টেলিগ্ৰাফ ব্যৱস্থা এই দেশত আৰম্ভ হ'ল। প্ৰথমে 1853 চনত থানা আৰু বম্বেৰ মাজত আৰু 1855 চনত কলিকতা আৰু ৰাণীগঞ্জৰ মাজত ৰেল লাইন মুকলি কৰা হ'ল। কলিকতা আৰু বম্বে আৰু মাদ্ৰাজ আৰু এটকৰ মাজত 1854 চনত এটা টেলিগ্ৰাফ লাইনে কাম আৰম্ভ কৰিলে।

চমুকৈ, অষ্টাদশ শতিকাৰ শেষ চতুৰ্থাংশত পাশ্চাত্য সংস্কৃতিয়ে কিছু নিৰ্দিষ্ট অংশৰ ভাৰতীয়ৰ ওপৰত সীমিত ক্ষেত্ৰত কিছু প্ৰভাৱ বিস্তাৰ কৰিবলৈ আৰম্ভ কৰি'ল, কিন্তু দেশৰ সাধাৰণ সংস্কৃতিক জীৱনত বিশেষ লক্ষণীয় পৰিবৰ্তন আনিবলৈ ই যথেষ্ট নাছিল। ভাৰতৰ জনসাধাৰণে পাশ্চাত্য সংস্কৃতিৰ আত্মাৰ গভীৰলৈ দৃষ্টি নিক্ষেপ কৰিবলৈ এতিয়াও

কোনো সুযোগ পোৱা নাছিল। পাশ্চাত্য সংস্কৃতিৰ বিকশ তেওঁলোকে দেখিছিল সেয়া আহিছিল খৃষ্টান মিচনাৰী বা বেপাৰী শাসকে আৰু সেয়া তেওঁলোকৰ ধৰ্ম, তেওঁলোকৰ ৰাজনৈতিক স্বাধীনতা আৰু তেওঁলোকৰ অৰ্থনৈতিক কল্যাণৰ বাবে বিপদজনক আছিল। সেয়ে, পাশ্চাত্য সংস্কৃতিৰ প্ৰতি তেওঁলোকৰ মনোভাৱ ব্ৰিটিছৰ ৰাজনৈতিক আৰু অৰ্থনৈতিক দমনৰ প্ৰতি থকা মনোভাৱৰ লৈতে একে আছিল আৰু এই সংস্কৃতিৰ প্ৰতি থকা তেওঁলোকৰ গভীৰ বিতৃষ্ণাই 1857 চনৰ বিদ্ৰোহৰ এটা কাৰণ আছিল।

# ভাৰতৰ ওপৰত ইংৰাজ সংস্কৃতিৰ সংঘাত

( খৃঃ 1857—খৃঃ 1920 )

যদিও ভাৰতত ব্ৰিটিছৰ ৰাজনৈতিক প্ৰভুত্ব ঊনবিংশ শতিকাৰ প্ৰথমাৰ্ধতে প্ৰতিষ্ঠিত হৈছিল। নতুন শাসকসকলে লগত অনা ইংৰাজীবিধৰ পাশ্চাত্য সংস্কৃতিয়ে ভাৰতীয় মনত তেতিয়াই কোনো গভীৰ ৰেখাপাত কৰিব নোৱাৰিছিল। ভাৰতীয় জনসাধাৰণৰ মনত আশ্চৰ্য্য আৰু প্ৰশংসা সৃষ্টি কৰিব পৰা পাশ্চাত্য সভ্যতাৰ একমাত্ৰ কিশটো আছিল ৰেলৱে, টেলিগ্ৰাফ আদিৰ যোগেদি প্ৰকাশ পোৱা কাৰিকৰী প্ৰগতি। কলিকতা আৰু কেইখনমান ডাঙৰ মহানগৰৰ এমুঠি ভাৰতীয়ৰ বাহিৰে সমূহ ভাৰতীয়ৰ ওপৰত ইংৰাজ সংস্কৃতিয়ে প্ৰভাৱ পেলাব নোৱাৰাৰ কাৰণ তিনিটা বৰ্ণনীয়া : (ক) ভাৰতীয়সকল তেতিয়াও নিজৰ স স্কৃতিতে সন্তুষ্ট আছিল আৰু ইয়াৰ কোনো পৰিবৰ্ত্তনৰ প্ৰয়োজন নেদেখিছিল। তেওঁলোকে বুজিব পৰা নাছিল যে তেওঁলোকৰ ৰাজনৈতিক পতনৰ কাৰণ কিছুদূৰ বৌদ্ধিক আৰু নৈতিক অধঃপতন, যে তেওঁলোকৰ সাংস্কৃতিক জীৱন স্থবিৰতাৰে আক্ৰান্ত আৰু যে ইয়াক আন্দোলিত কৰিব পৰা যি কোনো বাহিৰৰ প্ৰেৰণাকে তেওঁলোকে আদৰণি জনোৱা উচিত। (খ) লৰ্ড মেকলেৰ মতে কিছুমানৰ বাহিৰে ভাৰতত থকা ইংৰাজসকল ইংলণ্ডত নতুনকৈ উদয় হোৱা উচ্চাকাঙ্ক্ষা ভাবৰ দ্বাৰা প্ৰভাৱিত হোৱা নাছিল। টকা আৰু ক্ষমতা তেওঁলোকে ভাল পাইছিল, কিন্তু তেওঁলোক বহুদূৰ জাতীয় আৰু সাম্প্ৰদায়িক অহংকাৰৰপৰা মুক্ত আছিল। তেওঁলোক বগা মানুহৰ দায়িত্বৰ বিষয়ে সচেতন নাছিল আৰু ক'লা মানুহক সভ্য কৰাৰ দায়িত্ব অনুভৱ কৰা নাছিল। বস্তুতঃ শ্ৰীমানৰ মতে পুৰণি ঠাচৰ ইংৰাজ প্ৰশাসকসকলে ভাৰতীয়সকলক ৰাজনৈতিকভাৱে কঠোৰতাৰে দমন কৰিব লাগে বুলি বিশ্বাস কৰিলেও, বিশুদ্ধ প্ৰাচ্য শিক্ষাৰে শিক্ষিত ভাৰতীয় ভদ্ৰলোকৰ, বিশেষকৈ মুছলমান ভদ্ৰলোকৰ, পাণ্ডিত্য, সংস্কৃতি আৰু সুৰুচিৰ প্ৰতি সন্মান দেখুৱাইছিল। খোদতে মেকলেই আৰম্ভ কৰা শিক্ষাৰ পাশ্চাত্যকৰণৰ চৰকাৰী নীতি সত্ত্বেও সাধাৰণতে ইংৰাজ ভদ্ৰলোকসকলৰ

যেছিভাগে সেইদিনত ভাৰতীয়সকলৰ ওপৰত তেওঁলোকৰ সংস্কৃতি জাপি দিব খোজা নাছিল, বৰং কিছুদূৰ নিজেহে ভাৰতীয় সংস্কৃতিৰ দ্বাৰা প্ৰভাৱিত হৈছিল।

1857 চনৰ পিছত দৃশ্যপট হঠাৎ সলনি হ'ল। নিজৰ ৰাজনৈতিক নিৰ্বীৰ্য্যতাৰ উপলব্ধিয়ে ভাৰতীয়সকলক এনে এটা আঘাত দিলে যে তেওঁলোকৰ নিজৰ সংস্কৃতিৰ ওপৰত বিশ্বাস ভাগি গ'ল। তেওঁলোকৰ শাসকসকলেও শাৰীৰিক আৰু নৈতিক দুৰ্বলতাৰ প্ৰতি তেওঁলোকৰ পৰম্পৰাগত ঘৃণাৰ কাৰণেই ভাৰতীয়সকলক আৰু তেওঁলোকৰ সংস্কৃতিক বিতৃষ্ণাৰে চাবলৈ আৰম্ভ কৰিলে। নিজৰ জাতীয় আৰু সাংস্কৃতিক শ্ৰেষ্ঠতা আৰু পবিত্ৰ সাম্ৰাজ্যবাদী সেৱাৰ ওপৰত বিশ্বাসী নতুন পুৰুষৰ ইংৰাজ চৰকাৰী বিষয়াসকলে যেতিয়া ভাৰতলৈ আহিল আৰু গোটেই দেশখনকে ত্ৰাসত জড়বৎ আৰু গলযন্ত্ৰ হৈ পৰা যেন দেখা পালে, তেতিয়া তেওঁলোকৰ মনত কোনো সন্দেহ নাথাকিল যে তেওঁলোকৰ পবিত্ৰ কৰ্তব্য হ'ল এটা ভগ্নমনোবল জাতিক পাশ্চাত্য শিক্ষা আৰু সংস্কৃতিৰ সহায়েৰে উদ্ধাৰ কৰা। তেওঁলোকে অনুভৱ কৰিলে যে ব্ৰিটিছৰ বাহিৰে আন কোনেও ভাৰতৰ ৰাজনৈতিক বিশৃংখলা দূৰ কৰি শান্তি আৰু শৃংখলা প্ৰতিষ্ঠা কৰিব নোৱাৰে, যে মধ্যযুগীয় ভাৰতীয় সংস্কৃতি আওপুৰণি হৈ আছে আৰু সি আধুনিক যুগৰ অৰ্থনৈতিক, ৰাজনৈতিক আৰু বৌদ্ধিক চাহিদা পূৰণ কৰিব নোৱাৰে আৰু যে ভাৰতৰ শাসকসকলৰ যি আধুনিক পাশ্চাত্য সংস্কৃতিয়ে তেওঁলোকৰ বৰ্তমান প্ৰগতি আৰু ক্ষমতা দিছে তাৰ কিছু উপাদান ভাৰতে গ্ৰহণ কৰিব লাগিব। বিদেশী বৌদ্ধিক আৰু ৰাজনৈতিক প্ৰভুত্বৰ বহু বিৰোধী লোক আছিল কিন্তু তেওঁলোকে এতিয়া মুকলিকৈ বিৰোধিতা কৰিবলৈ সাহ নকৰিলে। চৰকাৰৰ ক্ৰোধাগ্নিৰপৰা সাৰিবলৈ তেওঁলোকৰ একমাত্ৰ নিৰাপদ আশ্ৰয়স্থল আছিল ধৰ্ম। গতিকে তেওঁলোকে ধৰ্মীয় কুল বা ধৰ্ম বিহাৰত অৱসৰৰ জীৱন যাপন কৰিবলৈ ল'লে। কিন্তু সাধাৰণতে পুৰণি মধ্য আৰু উচ্চ শ্ৰেণীৰ যিসকল লোকে ৰাজনৈতিক তীব্ৰ ঘটনাস্ৰোতৰপৰা কোনোমতে সাৰিল তেওঁলোকে নতুন ৰাজনৈতিক আৰু সাংস্কৃতিক ব্যৱস্থাৰ ওচৰত আত্মসমৰ্পণ কৰিবলৈ ইচ্ছা কৰিলে। পৰিৱৰ্তিত পৰিস্থিতিৰ লগত সামঞ্জস্য ৰক্ষা কৰাত অধিক পাৰ্গত হিন্দুসকলে নতুন ইংৰাজী স্কুলত ভিৰ কৰিলে। আনহাতে মুছলমানসকলে প্ৰাজ্ঞ নেতা চাৰ চৈয়দ আহমদ খানে সময়ৰ লগত খোজ মিলোৱাৰ উপকাৰিতাৰ বিষয়ে তেওঁলোকক উপদেশ নিদিয়ালৈকে পাশ্চাত্য শিক্ষাৰপৰা নিজকে আঁতৰাই ৰাখিল। সেয়ে 1857 চনৰ বিদ্ৰোহৰ অন্যতম হেতু—ভাৰতৰ চৰকাৰৰ শিক্ষা আৰু সংস্কৃতি

নীতি পৰিবৰ্তন কৰাৰ কোনো কাৰণ চৰকাৰে নাপালে, বৰং বৃহৎ সংখ্যক ভাৰতীয়ৰ সহায়ত ইয়াক অধিক প্ৰণালীবদ্ধ আৰু ব্যাপকভাৱে ৰূপায়িত কৰিবলৈ সিদ্ধান্ত কৰিলে। আপাতদৃষ্টিত এই নীতি তাৰ লক্ষ্য পূৰণত সফল হ'ল, আৰু ইংৰাজী সংস্কৃতিৰ এক স্থানীয় অনুকৰণে লাহে লাহে হিন্দুস্থানী সংস্কৃতিক স্থানান্তৰ কৰিবলৈ আৰম্ভ কৰিলে।

নতুন শিক্ষা আৰু সংস্কৃতি নীতিৰ আকবৰৰ নীতিৰ লগত এটা বাহ্যিক সাদৃশ্য আছিল, যিহেতু ইংৰাজৰ প্ৰতি আনুগত্যৰ ওপৰত ভিত্তি কৰি এক একক সংস্কৃতিৰ যোগেদি ৰাজনৈতিক ঐক্য সাধন কৰাৰ আঁচনি লৈছিল। কিন্তু মূল পাৰ্থক্য আছিল যে আকবৰে যি ৰাষ্ট্ৰৰ বাবে অনুগত প্ৰজা লাভ কৰিব খুজিছিল তাত ৰজাৰ চূড়ান্ত সাৰ্বভৌমত্বৰ তলত ধৰ্ম সম্প্ৰদায় নিৰ্বিচাৰে সকলো প্ৰজাৰ সমান স্থান আৰু অধিকাৰ আছিল। সন্দেহ নাই যে শাসক পৰিয়ালটো বিদেশৰপৰা আহিছিল। কিন্তু ই ভাৰতত বসবাস কৰি ভাৰতকে ঘৰ বুলি লৈছিল। আকবৰ আৰু তেওঁৰ বেছিভাগ উত্তৰাধিকাৰীয়ে তেওঁলোকৰ প্ৰজাৰ লগত পোনপটীয়া সংযোগ স্থাপন কৰিবলৈ অত্যন্ত চেষ্টা কৰিছিল আৰু প্ৰজাৰ মাজত বিশ্বাস জন্মাইছিল যে ৰজা তেওঁলোকৰ আশা আৰু অনুভূতিৰ প্ৰতিভূ। কিন্তু যি ৰাষ্ট্ৰৰ নামত ব্ৰিটিছসকলে ভাৰতীয়সকলক প্ৰোৎসাহিত কৰিব খুজিছিল সি সচাকৈ ক'বলৈ গ'লে কোনো ৰাষ্ট্ৰ নাছিল, আছিল ব্ৰিটিছ ৰাজ্যৰ এখন ঘৰুৱা ৰাজ্য, যাক নামত ৰজা বা সম্ৰাটে শাসন কৰিব, কিন্তু প্ৰকৃততে শাসন কৰিব ব্ৰিটিছ পাৰ্লিয়ামেণ্টে, অৰ্থাৎ সম্ৰাট ব্ৰিটিছ জাতিয়ে। ইয়াৰ অৰ্থ হ'ল ভাৰতীয়সকল এতিয়া এজন ব্যক্তি বা এটা বংশৰ প্ৰতি অনুগত নহয় এটা সামান্য জাতিৰ প্ৰতি অনুগত—এনেকুৱা এটা জাতিৰ প্ৰতি যি তেওঁলোকৰ বুৰঞ্জী বা সংস্কৃতি, আশা-আকাংক্ষা বা আবেগ অনুভূতিৰ লগত পৰিচিত নহয়, যি তেওঁলোকৰপৰা কেইবা হাজাৰ মাইল দূৰত অৱস্থিত আৰু যাৰ ওচৰ চাপিব বা যাক প্ৰভাৱিত কৰিব তেওঁলোকে নোৱাৰে। ভাৰতত এই শাসক-জাতিৰ প্ৰতিনিধিসকলে ইতিমধ্যে প্ৰজা জাতিটোৰ লগত থকা তেওঁলোকৰ পূৰ্বৰ সকলো সামাজিক সম্পৰ্ক ভংগ কৰি নিজকে সমানেই দূৰলৈ অপসাৰিত কৰিলে। এই নীতিৰ স্বাভাৱিক ফলশ্ৰুতি হ'ল এয়ে যে সাংস্কৃতিক ক্ষেত্ৰতো ব্ৰিটিছসকলে সমিলমিলৰ পৰিবৰ্তে প্ৰভুত্ব বিস্তাৰ কৰিবলৈ বিচাৰিলে। আকবৰৰ দৰে তেওঁলোকে ভাৰতীয় সংস্কৃতিৰ লৈতে তেওঁলোকৰ সংস্কৃতিৰ সংমিশ্ৰণৰ বাবে, সমগ্ৰৰত সামাজিক সংযোগৰ বাবে চেষ্টা নকৰিলে, বৰং নিজকে সামাজিকভাৱে আঁতৰাই ৰাখি যি পৰিমাণে পাশ্চাত্য শিক্ষা আৰু সংস্কৃতি তেওঁলোকে ভাৰতীয়ৰ বাবে ভাল

বুলি ভাবে সেই পৰিমাণৰ ওপৰৰপৰা জাপি দিবলৈ চেষ্টা কৰিলে।

প্ৰজা-জাতিৰ বাবে শাসক-জাতিৰ প্ৰতিটো বস্তুৰ লগতে যি মোহ জড়িত থাকে তাৰ বাহিৰে, পাশ্চাত্য সংস্কৃতিৰ অন্তৰ্নিহিত গুণ আছিল প্ৰকৃতাৰ্থত ইয়াৰ আধুনিক বিজ্ঞানসম্মত মনোভংগি আৰু ব্যৱহাৰিক দক্ষতা। কিন্তু দুৰ্ভাগ্যবশতঃ এই আধুনিকতাৰ নতুন ৰক্ত যি ধৰণে ৰক্তাল্পতা দুষ্ট ভাৰতীয় সমাজ দেহলৈ স্থানান্তৰিত হ'ল, তাৰ দ্বাৰা তাৰ এই গুৰুত্বপূৰ্ণ উপাদান কেইবাটাৰপৰাই ভাৰতীয় সমাজক বঞ্চিত কৰা হ'ল আৰু সামগ্ৰিকভাৱে লাভতকৈ ক্ষতিৰ পৰিমাণ বেছি হ'ল।

প্ৰথমতঃ ভাৰতলৈ অহা আধুনিক পাশ্চাত্য সংস্কৃতি আচলতে প্ৰকৃত বিধৰ বস্তু নাছিল, বৰং ই আছিল এবিধ ৰপ্তানি-নমুনা যাৰ অংশবোৰ ইংলণ্ডৰপৰা আনি ভাৰতত সংযুক্ত কৰা হৈছিল, তাকো কৰিছিল এনে কিছুমান মধ্যমীয়া স্তৰৰ মানুহে যিসকলক, তেওঁলোকৰ বিদেশৰ বাবে ৰাজনৈতিক আৰু বৌদ্ধিক নেতাথিনি বাছি লোৱাৰ পাছত, ভাৰতৰ বাবে এৰি দিব পাৰি। অতিশয় তৰুণ অৱস্থাতে তেওঁলোকক নিজ সংস্কৃতিৰ কেন্দ্ৰৰপৰা হেজাৰ হেজাৰ মাইল দূৰলৈ বৌদ্ধিক স্বাধীনতাৰ পৰিবেশৰপৰা আঁতৰাই পঠাই দিয়া হৈছিল, তেওঁলোকক পঠোৱা হৈছিল কোটি কোটি মাত নোহোৱা, অভিযোগ নোহোৱা মানুহক তেওঁলোকৰ ভালৰ কাৰণেই শাসন কৰিবলৈ, ব্ৰিটিছ চৰকাৰৰ অনুগত প্ৰজা আৰু ব্ৰিটিছ বস্তু সামগ্ৰীৰ নিৰ্ভৰযোগ্য গ্ৰাহক কৰি তুলিবলৈ আৰু ঘটনাক্ৰমে তেওঁলোকৰ আহৰি সময়ত এক নতুন শিক্ষা ব্যৱস্থা গঢ়ি তুলিবলৈ আৰু এক নতুন সাংস্কৃতিক জগত তৈয়াৰ কৰিবলৈ।

এই কথা সংগতভাৱে ক'ব লাগিব যে প্ৰায় অৰ্দ্ধশতিকা জুৰি ব্ৰিটিছ সাম্ৰাজ্যৰ এই প্ৰতিষ্ঠাতাসকলে, বিশেষতঃ প্ৰশাসনীয় আৰু শিক্ষা বিভাগৰ বহু সদস্যই, কেৱল এক সুদক্ষ প্ৰশাসনকে গঢ়ি তুলিবলৈ নহয়, বৰং পাশ্চাত্য সংস্কৃতিৰ মানসিক আৰু পাৰ্থিৱ সম্পদৰ সহায়ত তেওঁলোকৰ দায়িত্বত থকা ৰাজ্যখনক মধ্যযুগীয় কৃষি-সমাজৰ সীমাবদ্ধতাৰ ভিতৰতো, সমৃদ্ধ কৰি তুলিবলৈ নিশ্চয়েবীৰ উৎসাহেৰে কাম কৰিছিল।

কিন্তু স্পষ্টতঃ, প্ৰতিকূল জলবায়ু আৰু অপ্ৰীতিকৰ সাংস্কৃতিক পৰিবেশৰ কাৰণে এক প্ৰকৃত পাশ্চাত্য সংস্কৃতি গঢ়ি তুলিবলৈ ইংলণ্ড বা আন পাশ্চাত্য দেশৰপৰা মহান পণ্ডিত বা শিল্পীক এই দেশে প্ৰলুব্ধ কৰি আনিব পাৰিব বুলি আশা কৰিব পৰা নগৈছিল। কল হৈছিল এয়ে যে এই কাম কৰিব লগাত পৰিছিল আৰেগবাদীসকলে অৰ্থাৎ যিসকল ধিবয়া বা ব্যৱসায়ীয়ে পোছাক, আচবাব, কলা খাপজা আৰু জীৱন ধৰণৰ বা চিন্তাৰ

সাধাৰণ ৰীতিত প্ৰচলন বহিৰ্ভূত ব্ৰিটিছ আদৰ্শ অনুকৰণ কৰাতকৈ বিশেষ একো কৰিব নোৱাৰিছিল, তেওঁলোকে। ইয়াৰ ফলত যি সংস্কৃতি সৃষ্টি হয় তাক ইংৰাজ বা পাশ্চাত্য সংস্কৃতি ক'ব নোৱাৰি, বৰং ভাৰতীয় বিধৰ ঔপনিবেশিক সংস্কৃতি বুলি ক'ব পাৰি, যিটো এচিয়া আৰু আফ্ৰিকাৰ পশ্চিমীয়া শক্তিবোৰৰ উপনিবেশ আৰু বহতীয়া ৰাজ্যত গঢ়ি উঠিছিল।

তদুপৰি এই বিকল্প ইংৰাজ সাংস্কৃতিক ভাৰতস্থ ব্ৰিটিছ, বিশেষতঃ ইংৰাজ, প্ৰতিনিধি-সকলৰ জাতীয় অহংকাৰ আৰু অসামাজিক আচৰণৰ কাৰণে ভাৰতীয়সকলৰ মাজত উপযুক্তভাৱে বিয়পাব পৰা নগৈছিল। এথন বহতীয়া দেশত বিদেশী শাসকসকলৰ শিক্ষক আৰু সংস্কাৰকৰ ভূমিকা পালন কৰাত অন্তৰ্নিহিত অসুবিধাবোৰ ভাৰতত অধিকতৰ তীব্ৰ হৈছিল এই কাৰণে যে শিক্ষকসকলে তেওঁলোকৰ ছাত্ৰসকলৰ লগত সামাজিক সম্পৰ্ক ৰক্ষা কৰাটো তেওঁলোকৰ সন্মান বহিৰ্ভূত বুলি গণ্য কৰিছিল। গতিকে ভাৰতীয়সকলে যেতিয়া সন্মানজনক দূৰত্বৰপৰা ভাৰতস্থ ইংৰাজসকলৰ জীৱনৰ মাজত ইংৰাজ সংস্কৃতিক চাবলৈ চেষ্টা কৰিছিল, তেতিয়া তেওঁলোকে ইংৰাজসকলৰ পোছাক, খাদ্য বহিৰ্জীৱনৰ ধৰণ কৰণ বা তেওঁলোকৰ অসামাজিক প্ৰকৃতি আদি বাহ্যিকতাবোৰ আৰু আপাতদৃষ্টিত তেওঁলোকৰ ধৰ্মীয় অবিশ্বাস আৰু পাৰ্থিৱতাহে দেখা পাইছিল। এই সকলোবোৰতে নিষ্ঠাবান সংস্কৃতিৰ ছাত্ৰসকলে তেওঁলোকৰ প্ৰভুসকলক বৎপৰোনাস্তি অনুকৰণ কৰিবলৈ চেষ্টা কৰিছিল। আত্মসন্মান, আত্মসংযম, মিলি যাব পৰা গুণৰ লগতে মনৰ শক্তি, নৈতিক সাহস 'খেলুৱৈ সুলভ' আৰু 'ভদ্ৰলোক সুলভ' মনোবৃত্তি আদি ইংৰাজ চৰিত্ৰৰ মৌলিক গুণসমূহ আৰু বিজ্ঞানসন্মত অনুসন্ধিৎসা, প্ৰকৃতিৰ শক্তিক মানৱীয় সুখৰ বাবে ব্যৱহাৰ কৰাৰ ইচ্ছা আদি পাশ্চাত্যৰ আন জাতিসমূহৰ লগত ইংৰাজসকলে অৰ্জন কৰা আধুনিকতাৰ বৈশিষ্ট্যসমূহ বেছিভাগ ভাৰতীয়ৰ চকুত নপৰিল আৰু তেওঁলোকৰ জীৱন সেইবোৰৰ দ্বাৰা প্ৰভাৱিত নহ'ল। লৰ্ড মেকলেই আশা কৰিছিল যে ইংৰাজী ভাষা আৰু আধুনিক বিজ্ঞানৰ অধ্যয়নে একশ্ৰেণীৰ মানুহ তৈয়াৰ কৰিব যাৰ তেজৰ ৰং ভাৰতীয়, কিন্তু অন্তৰাত্মা য়ুৰোপীয় হ'ব। প্ৰকৃততে হ'ল কি, বহুতো শিক্ষিত ভাৰতীয় বাহিৰত দেখাত সকল ইংৰাজ হৈ পৰিল, কিন্তু নৈতিক আৰু বৌদ্ধিক দিশত, হয় তেওঁলোক ইংৰাজ চৰিত্ৰৰ দ্বাৰা সম্পূৰ্ণ অপ্ৰভাৱিত হৈ ৰ'ল, নহয় তাৰ আটাইতকৈ বেয়া চৰিত্ৰবোৰ আহৰণ কৰি নীতিবিহীন, ভাৱসাম্যবিহীন, জাতীয়ত্ব বৰ্জিত ব্যক্তিলৈ পৰিণত হ'ল।

চমুকথাত, ঔপনিবেশিক ইংৰাজ সভ্যতাৰ প্ৰভাৱত এক সংখ্যক উচ্চ আৰু

মধ্যশ্ৰেণীৰ ভাৰতীয়ই যি নতুন সংস্কৃতিৰ সূচনা কৰিবলৈ চেষ্টা কৰিছিল সি সাৰ্বজনীন হ'লেও জাতীয় সংস্কৃতি নাছিল। শিক্ষিত ভাৰতীয়সকলৰ মাজত ই এক ঐক্যৰ মাত্ৰা তৈয়াৰ কৰিছিল, কিন্তু জীৱনৰ উচ্চতৰ প্ৰমূল্যৰ বিশ্বাসে এক সম্প্ৰদায় বা জাতিৰ মাজত জন্ম দিয়া আন্তৰিক ঐক্য সৃষ্টি কৰিব পৰা নাছিল। যি কি নহওক, যিহেতু ভাৰতীয় মনক তাৰ নি সাৰ টোপনিৰপৰা জোকাৰি দিয়াত ই সহায় কৰিছিল, গতিকে আমি ইয়াক কিছু পৰীক্ষা কৰা উচিত হ'ব।

কিন্তু ভুল বুজাবুজিৰ হাত সাৰিবলৈ আমি দুটা বস্তু পৰিষ্কাৰ কৰিব লাগিব। প্ৰথম আমি ইয়াত যি বৰ্ণনা কৰিব খুজিছো সি ভাৰতত ইংৰাজ বা য়ুৰোপীয়সকলৰ সাংস্কৃতিক জীৱন নহয়, তেওঁলোকক অনুকৰণ কৰিব খোজা ইংৰাজীকৃত বা পাশ্চাত্যকৃত ভাৰতীয়বহে সাংস্কৃতিক জীৱন আৰু দ্বিতীয়তে এই বৰ্ণনা পাশ্চাত্য শিক্ষাৰ সুবিধা পোৱা সকলো শিক্ষিত ভাৰতীয়ৰ ক্ষেত্ৰত নাখাটে, কিয়নো ইয়াৰ ভিতৰত বহুতো ভাল আৰু মহান লোকো পৰে যিসকলে দেশৰ ৰাজনৈতিক স্বাধীনতা আৰু সাংস্কৃতিক পুনৰ্জাগৰণৰ ক্ষেত্ৰত মহান বৰঙণি আগবঢ়াই আহিছে।

ভাৰতত ঔপনিবেশিক ইংৰাজ সংস্কৃতি ৰাষ্ট্ৰক কেন্দ্ৰ কৰি গঢ়ি তোলা হৈছিল, কিন্তু ই আছিল এখন আচৰিত ধৰণৰ ৰাষ্ট্ৰ যাক ভাৰতবৰ্ষই তাৰ দীৰ্ঘ ইতিহাসত কেতিয়াও জনা নাছিল। ভাৰতবৰ্ষই হিন্দু ধৰ্মীয় ৰাষ্ট্ৰ, বৌদ্ধ নৈতিক ৰাষ্ট্ৰ আৰু মোগল সাংস্কৃতিক ৰাষ্ট্ৰ দেখা পাইছে, এইবোৰৰ গঠন পদ্ধতি প্ৰায় একে ধৰণৰেই আছিল, যেনে—ৰজা বা সম্ৰাট হিচাপে এজন মানুহৰ হাতত সাৰ্বভৌমত্ব আৰু প্ৰজা হিচাপে সকলো মানুহৰেই এক নিৰ্বিশেষ ৰাজনৈতিক অৱস্থান। সামাজিক আৰু সাংস্কৃতিক জীৱনৰ চালক আছিল ৰাজসভা। প্ৰশাসনিক, ন্যায়িক আৰু সাংবিধানিক কৰ্তব্যৰ উপৰিও ৰজাই সমাজ সংস্কাৰ নৈতিক পৰীক্ষণ দাতব্য ব্যৱস্থা, শিল্প আৰু কলাৰ পৃষ্ঠপোষকতা আৰু আনকি পোছাক আৰু আচৰণৰ ৰীতি প্ৰৱৰ্তন কৰা আদি অজস্ৰ সাংস্কৃতিক কৰ্তব্য হাতত ল'ব লাগিছিল। আনকি মুছলমান ৰজাসকলৰ শাসনকাৰ্য্যত ৰাষ্ট্ৰৰ ভাৰকেন্দ্ৰ আছিল দেশৰ ভিতৰত, কিন্তু এতিয়া ব্ৰিটিছসকলে প্ৰতিষ্ঠা কৰা ৰাষ্ট্ৰখন পৰম্পৰাগত ভাৰতীয় ৰাষ্ট্ৰতকৈ সকলো ধৰণে বেলেগ আছিল। বস্তুতঃ ই ৰাষ্ট্ৰই নাছিল আছিল সাৰ্বভৌম ক্ষমতাবিহীন এক তৃতীয়া প্ৰশাসন। সাৰ্বভৌমত্ব নামত থাকে সম্ৰাটৰ ওপৰত; কিন্তু কামত ব্ৰিটিছ পাৰ্লামেণ্টৰ ওপৰত, পাৰ্লামেণ্ট ইয়াৰ ক্ষমতাৰ অধিকাংশ ভাইচৰয়লৈ স্থানান্তৰ কৰিছিল আৰু ভাইচৰয়ে অসামৰিক

বিষয় শ্ৰেণীৰ সহায়ত চৰকাৰৰ কামবোৰ সম্পন্ন কৰিছিল। এই সেৱা দীৰ্ঘকাল ধৰি বিদেশীৰে গঠিত হৈছিল, তেওঁলোকে নিজকে জাতিগত আৰু সংস্কৃতিগতভাৱে স্বদেশীয় লোকতকৈ শ্ৰেষ্ঠ বুলি ভাবিছিল আৰু এই শ্ৰেষ্ঠতাৰ মনোভাৱ বিভিন্ন ধৰণে এনেভাৱে প্ৰকাশ কৰিছিল যে স্বদেশীয় বা native শব্দটো ঘৃণাৰ শব্দৰূপে ব্যৱহাৰ হ'বলৈ ধৰিছিল। স্পষ্টতঃ এনে পৰিস্থিতিত ভাল প্ৰশাসনৰ বাবে অপৰিহাৰ্য্য শাসক আৰু শাসিতৰ মাজত বুজাবুজিৰ কোনো সম্ভাৱনাই নাছিল। আমি ইতিমধ্যে উল্লেখ কৰিছো যে 1857 চনৰ পিছত ভাৰতলৈ এটা ব্ৰিটিছ সামৰিক সেৱাৰ বিষয়াসকলে সামগ্ৰিকভাৱে শান্তি শৃংখলা স্থাপন কৰিব'ল প্ৰশাসন আৰু ন্যায়িক প্ৰক্ৰিয়া দক্ষতা আৰু সততাৰে চলাবলৈ আৰু মানুহৰ অৱস্থাৰ উন্নতি কৰিবলৈ আন্তৰিক আৰু কিছু ক্ষেত্ৰত বীৰোচিত প্ৰচেষ্টা চলাইছিল। কিন্তু তেওঁলোকৰ প্ৰচেষ্টাই উৎকৃষ্ট সফলতা লাভ কৰিব নোৱাৰিছিল ইয়াৰ বাবে দায়ী আংশিকভাৱে তেওঁলোক আৰু জনসাধাৰণৰ মাজত থকা পাৰস্পৰিক সন্দেহ আৰু বিচ্ছিন্নতাৰ পৰিবেশ আৰু আংশিকভাৱে প্ৰকৃত সুখ আৰু প্ৰগতিৰ বাবে অন্তৰ্নিহিতভাৱে অক্ষম তেওঁলোকৰ চৰকাৰৰ অৰ্থনৈতিক নীতি (যাৰ বিষয়ে আমি পিছত উল্লেখ কৰিম)। সাংস্কৃতিক দায়িত্বৰ সন্দৰ্ভত, খুব সীমিত সংখ্যক মানুহক এটা বিদেশী ভাষাৰে শিক্ষা দান কৰাৰ বাহিৰে চৰকাৰে সাংস্কৃতিক কাম-কাজত কোনো চকুত পৰা আগ্ৰহ দেখুওৱা নাছিল। শাসকসকলৰ নিজৰে সাংস্কৃতিক আৰু সামাজিক জীৱন প্ৰজাসকলৰ বাবে নিষিদ্ধ অঞ্চল আছিল পথপ্ৰদৰ্শন কৰা আলোক স্তম্ভ'টা নাছিলেই। অজ্ঞানতাৰ আন্ধাৰত থকা জনসাধাৰণলৈ পাশ্চাত্যৰ পোহৰ আৰু শিক্ষা কঢ়িয়াই নিয়াৰ দায়িত্ব সম্পৰ্কে শাসকসকল সচেতন আছিল, কিন্তু তেওঁলোকে ভাবিছিল যে ইংৰাজী সাহিত্য, আধুনিক দৰ্শন আৰু বিজ্ঞানৰ শিক্ষা দি তেওঁলোকে জনসাধাৰণক পাশ্চাত্য সংস্কৃতিৰ পথত আগুৱাই নিব পাৰিব। মোগল ৰাজসভাৰ দৰে এক সংস্কৃতিক বিনিময়-কক্ষ (clearing house) ব্ৰিটিছসকলে প্ৰতিষ্ঠা কৰিব নোৱাৰিছিল, কিয়নো ইয়াৰ বাবে যি কল্পনা শক্তি আৰু সামাজিকবোধ কৰিছিল, সেয়া তেওঁলোকৰ নাছিল।

এই নৈৰ্ব্যক্তিক অ-সাংস্কৃতিক, অ-সাৰ্বভৌম ৰাষ্ট্ৰই ভাৰতীয় সংস্কৃতিৰ প্ৰতি কোনো প্ৰত্যক্ষ অৱিহণা আগবঢ়াব নোৱাৰিলে। কিন্তু ই ভাৰতক শান্তি আৰু শৃংখলা দিলে আৰু আমাৰ ভৱিষ্যৎ ৰাজনৈতিক আৰু সাংস্কৃতিক বিকাশৰ বাবে তাতকৈও মূল্যবান আৰু তাৎপৰ্য্যপূৰ্ণ ব্যক্তিগত আৰু জাতীয় মুক্তিৰ এক নতুন ধাৰণা আৰু

-ৰাজহুৱা জীৱনৰ গণতান্ত্ৰিক ক'লা বোৰসকলৰ এক প্ৰাৰম্ভিক প্ৰশিক্ষণ দিলে। লৰ্ড ৰিপন আছিল প্ৰথম ভাইচৰয় ( 1880 1884 ) যি মিউনিচিপাল ব'ৰ্ড আৰু জিলা ব'ৰ্ডত প্ৰতিনিধিমূলক শাসনৰ নীতি সূচনা কৰি ভাৰতীয়সকলক আধুনিক গণতন্ত্ৰৰ মূল সম্পৰ্কে জানিবলৈ এটা সুবিধা দিলে। তদুপৰি তেওঁ বহু বিতৰ্কিত ইলবাৰ্ট বিধেয়কৰ যোগেদি ভাৰতীয়সকলক য়ুৰোপীয়সকলৰ সৈতে আইনগত সমতা দান কৰি তেওঁলোকৰ মনত ৰাজনৈতিক সমতাৰ আকাংক্ষা জগাই তুলিলে। এই বিধেয়কখনৰ সন্দৰ্ভত হোৱা তীব্ৰ বিতৰ্কই সৃষ্টি কৰিলে গিয়েই ১৮৮৫ চনত ভাৰতীয় জাতীয় কংগ্ৰেছৰ জন্ম দিলে। লৰ্ড ৰিপনৰ উদাৰনীতি তেওঁৰ পৰৱৰ্তীসকলে অব্যাহত ৰখা হ'লে সম্ভৱত ব্ৰিটিছৰ সহযোগ আৰু নিৰ্দেশত ভাৰতত ৰাজনৈতিক আৰু সাংস্কৃতিক বুজাবুজিৰ এটি পথ তৈয়াৰ হ'লহেঁতেন। যেতিয়া ৰাজনৈতিক স্বাধীনতাৰ বাবে ক্ৰুতভাৱে বাঢ়ি অহা আন্দোলনে ব্ৰিটিছৰপৰা ভাৰতীয়ৰ হাতলৈ যথেষ্ট পৰিমাণে ক্ষমতাৰ হস্তান্তৰ দাবী কৰিলে তেতিয়া এই উদাৰনীতি হঠাৎ সলনি কৰা হ'ল। ইয়াৰ পিছৰ সকলোবোৰ বেহাই বা সুবিধা ব্ৰিটিছ চৰকাৰৰপৰা ব্যাপক জাতীয় আন্দোলনৰ জৰিয়তে বহুত কৰ আদায় কৰিব লগা হৈছিল, এনে আন্দোলনে পিছলৈ নিষ্ক্ৰিয় প্ৰতিৰোধৰ ৰূপ দি গৈছিল আৰু বেহাইবোৰো সদায় পলমকৈ কোৱাৰ বাবে জনসাধাৰণ অসন্তুষ্ট হৈছিল। ব্ৰিটিছসকলে তেওঁলোকৰ ৰাজনৈতিক স্বাধীনতা প্ৰিয়তাৰ ঐতিহ্য সত্বেও ভাৰতীয়সকলক সেই স্বাধীনতা দিব নোখোজাৰ কাৰণ আছিল এয়ে যে অৰ্থনৈতিক স্বাৰ্থই ভাৰতৰ ওপৰত তেওঁলোকৰ মুঠি যিমান দিনলৈ পাৰি এৰি নিদিবলৈ তেওঁলোকক বাধ্য কৰিছিল। ভাৰতৰ ব্ৰিটিছ চৰকাৰৰ যি অৰ্থনৈতিক নীতিয়ে ইয়াৰ ৰাজনৈতিক নীতিক থীৰগতি কৰি তুলিছিল তাক বুজিবলৈ হ'লে এই কথা মনত ৰাখিব লাগিব যে এই চৰকাৰ ইষ্ট ইণ্ডিয়া কোম্পানীৰ উত্তৰাধিকাৰী আৰু ইয়াৰ প্ৰধানতম লক্ষ্য হ'ল ব্ৰিটিছ বস্তুৰ বাবে এখন সুনিশ্চিত বজাৰ আৰু ব্ৰিটিছ মূলধনৰ বাবে এখন নিৰাপদ ক্ষেত্ৰ বিচাৰি উলিওৱা ব্ৰিটিছ জনমতে ইষ্ট ইণ্ডিয়া কোম্পানীক সমালোচনা কৰা আৰু ইয়াক ক্ৰমে অধিকতৰ নিয়ন্ত্ৰণৰ অধীনলৈ আনিবলৈ চৰকাৰক বাধ্য কৰাৰ অন্যতম কাৰণ হ'ল যে কোম্পানীৰ অংশীদাৰসকলে প্ৰচুৰ লাভজনক ভাৰতীয় বাণিজ্যক একচেটিয়াভাৱে ভোগ কৰিছিল। যেতিয়া শিল্প বিপ্লৱৰ বৃটেইনত উৎপাদিত বস্তু বিৰাট পৰিমাণে বঢ়াই তুলিলে আৰু তাৰ বাবে নতুন বজাৰৰ প্ৰয়োজন হ'ল, তেতিয়া সকলো ব্ৰিটিছ পুঁজিপতিয়ে, আৰু পৰোক্ষভাৱে, গোটেই জাতিটোৱে ভাৰতীয় বজাৰ শোষণ কৰিব পৰাকৈ ইষ্ট ইণ্ডিয়া

কোম্পানীক ভংগ কৰি দিয়া হ'ল। ভাৰতৰ ব্ৰিটিছ চৰকাৰে সেয়ে এনে এক অৰ্থনীতি অনুসৰণ কৰিবলগীয়া হ'ল যিটোৱে ভাৰতক ব্ৰিটিছ উদ্যোগ ব্যৱস্থাৰ লগত জড়িত কৰি তোলে : ব্ৰিটিছ কাৰখানাৰ বাবে কেঁচা সামগ্ৰী যোগাবলৈ আৰু সেই কাৰখানাই উৎপাদন কৰা বস্তুবোৰ কিনিবলৈ ভাৰতক এখন বিশুদ্ধ কৃষিপ্ৰধান দেশ কৰি ৰখা এই নীতি কাৰ্য্যকৰী কৰিবলৈ ইষ্ট ইণ্ডিয়া কোম্পানীয়ে প্ৰয়োগ কৰা স্থূল পন্থাবোৰ ব্যৱহাৰ কৰাৰ ইচ্ছা বা আৱশ্যক চৰকাৰ নাছিল। ব্ৰিটিছৰ সেইদিনত তৈয়াৰী বস্তুৰ আমদানিত উৎসাহ দিয়াত আৰু ভাৰতীয় হাতে-সজা বস্তুৰ উৎপাদনবোৰ কিছুমান আছিল অতি শিল্পমূল্যসম্পন্ন নিৰুৎসাহ কৰাৰ এই দ্বৈত উদ্দেশ্য সফল কৰিবলৈ চৰকাৰে কৰৰ কৌশলপূৰ্ণ ইফাল-সিফাল কৰাৰ দৰে চতুৰ আৰু ভদ্ৰ ব্যৱস্থা গ্ৰহণ কৰিব পাৰিছিল।

সঁচা কথা, ভাৰতত কাৰখানা স্থাপন হৈছিল, বেংক খোলা হৈছিল, ৰেল কোম্পানীবোৰে উপৰুৱা নিৰীক্ষকক অৰ্থনৈতিক প্ৰগতিৰ আভাস দিছিল। কিন্তু প্ৰথম কথা, ভাৰতৰ বিশাল অঞ্চল আৰু জনসংখ্যাৰ দেশৰপৰা এইবোৰ এটা অতি সীমিত অনুপাতত হৈছিল আৰু দ্বিতীয় কথা, এইবোৰৰ গৰাকীস্বত্ব আৰু পৰিচালনাও প্ৰায় সম্পূৰ্ণভাৱে ব্ৰিটিছসকলৰ আছিল। ভাৰতীয়সকল শ্ৰমিক বা কেৰাণী হিচাপে বা গ্ৰাহক হিচাপে ব্যক্তিগতভাৱে তেওঁলোকে কিছু সুবিধা লাভ কৰিছিল, কিন্তু সামূহিকভাৱে তেওঁলোকৰ পইচা বিদেশলৈ উলিয়াই পঠাই দিয়া হৈ পৰিছিল; আৰু শ্ৰমিক হিচাপে, দীৰ্ঘদিন ধৰি শ্ৰমিক আইনৰ আশ্ৰয় বা শ্ৰমিক সংঘ গঠনৰপৰা হোৱা শক্তিৰ অবিহনে তেওঁলোকে তেওঁলোকৰ বিদেশী প্ৰভুৰ দয়াৰ ওপৰত নিৰ্ভৰ কৰি আছিল। চমু কথাত ক'বলৈ গ'লে, আংশিকভাৱে চৰকাৰৰ ইচ্ছাপূৰ্বক নীতিৰ কাৰণে আৰু আংশিকভাৱে চৰকাৰৰ অনীহাৰ কাৰণে। কিন্তু প্ৰধানতঃ ভাৰতীয়সকলৰ অজ্ঞতা আৰু অমনোযোগিতাৰ কাৰণেই আধুনিক ঔদ্যোগিক প্ৰক্ৰিয়া ভাৰতলৈ আচৰিত পৰিস্থিতিৰ মাজেদি আহিল, কাৰণ ইয়াৰ পৰিচালনা সম্পূৰ্ণভাৱে বিদেশী উদ্যোগপতিৰ হাতত আছিল আৰু ইয়াৰ কুফলসমূহক অন্ততঃ কিছুৰে বাধা দিবলৈ ইউৰোপত গ্ৰহণ কৰা নিৰাপদ ব্যৱস্থাসমূহো গ্ৰহণ কৰা নহ'ল। ফল হ'ল এয়ে যে ইয়াৰ প্ৰায় সকলো সুবিধা ব্ৰিটিছে উপভোগ কৰিলে আৰু অসুবিধাবোৰ ভাৰতীয়সকলে ভোগ কৰিলে। সামগ্ৰিকভাৱে ভাৰতৰ মধ্যযুগীয় কৃষি অৰ্থনীতিৰ চৰিত্ৰ অপৰিবৰ্তিত থাকি গ'ল। বস্তুতঃ দেশজ হস্ত-উদ্যোগবোৰ শক্তি-উদ্যোগৰ লোহ চেপাত মৃত হৈ পৰিলত অৱস্থা আৰু বেয়ালৈ গ'ল। আধুনিক কাৰখানাত প্ৰৱেশ কৰিব পৰা কমসংখ্যক শ্ৰমিকৰ বাহিৰে

বাকী সকলো শ্ৰমিক কৃষিৰফালে ঘূৰিল, আৰু কৃষি ভূমিৰ ওপৰত ইতিমধ্যেই থকা হেঁচা বাঢ়ি গ'ল। কিন্তু অধিকতৰ বিপৰ্যয়গ্ৰস্ত হ'ল ভাৰতীয় কৃষকৰ অৱস্থা। প্ৰাচীন কৃষি ব্যৱস্থাযুক্ত ভাৰতীয় কৃষিক এতিয়া বিশ্ব অৰ্থনীতিৰ সৈতে সংলগ্ন কৰি দিয়া হ'ল আৰু ই অতি উন্নত দেশৰ লগত প্ৰতিযোগিতা কৰিবলগীয়া হ'ল। সেইবোৰ দেশত কৃষকৰ সাহায্যৰ বাবে আছিল সমবায় বেংক ব্যৱস্থা, বিজ্ঞানসম্মত উৎপাদন পদ্ধতি আৰু সুসংগঠিত বজাৰ ভাৰতত কৃষকৰ ওপৰত বোজা আছিল অজ্ঞতাৰ, মহাজনৰ আৰু মেলেৰিয়াৰ। গতিকে প্ৰত্যেক পৰ্য্যায়তো তেওঁ পৰাজিত হৈছিল। তেওঁৰ কপাহ আৰু গম নিম্নধাপৰ বুলি চিহ্নিত হৈছিল আৰু অতি কম দামত বিক্ৰী হৈছিল। তেওঁৰ নীলে ৰাসায়নিক ৰঙৰ লগত প্ৰতিযোগিতা কৰিব নোৱাৰিছিল আৰু ইয়াৰ খেতি উঠি গৈছিল। চৰকাৰে তেওঁক সহায় কৰিবলৈ বহু আঁচনি ল'লে। কৃষি বিজ্ঞান আৰু সমবায়-বিভাগ খোলা হ'ল, গৱেষণা প্ৰতিষ্ঠান এটা আৰম্ভ কৰা হ'ল আদৰ্শ কৃষি আৰু পশুপালন পাম মুকলি কৰা হ'ল, কৃষি উৎপাদন, কৃষি সঁজুলি আৰু পশুৰ প্ৰদৰ্শনী পতা হ'ল, কিন্তু উচ্চ বিষয়াৰ উদাসীনতা আৰু নিম্ন বিষয়াৰ অক্ষমতা আৰু অসততাৰ বাবে দুখীয়া কৃষকজনৰ ইয়াৰপৰা বিশেষ একো লাভ নহ'ল। এই নতুন পদ্ধতিবোৰ দূৰ গাঁৱলৈ লৈ গৈ অশিক্ষিত প্ৰাচীন পদ্ধতিত আসক্ত কৃষকক সেইবোৰ গ্ৰহণ কৰিবলৈ অনুপ্ৰাণিত কৰাৰ বাবে যি মিছনেৰীৰ উৎসাহ আৰু নিস্বাৰ্থ সেৱাৰ মনোভাৱ লাগিছিল, সি বিদেশী চৰকাৰ বা তাৰ বিষয়াসকলৰ ক্ষমতাৰ বাহিৰত আছিল। আকৌ ধিকসল ভূস্বামী বা মাটিগিৰীয়ে বহুতো প্ৰদেশত চৰকাৰ আৰু কৃষকৰ মাজত এটা সংযোগ-সূত্ৰ সৃষ্টি কৰিছিল শ্ৰেণী হিচাপে তেওঁলোকেও তেওঁলোকৰ অধীনৰ কৃষকসকলৰ সহায়ৰ বাবে আঙুলি এটিও নলৰাইছিল। গতিকে গৰীব কৃষক নতুন পৰিৱেশত বিবুদ্ধি হৈ মাটিগিৰী আৰু মহাজনৰ জাঁতৰ মাজত চেপা পাই ভয়াবহ দাৰিদ্ৰ্যত পতিত হৈছিল। কৃষিৰ মন্দাৰ প্ৰত্যেক আৰু পৰোক্ষফ'ল দেশৰ সাধাৰণ অৰ্থনৈতিক স্তৰ নিম্নগামী কৰিলে আৰু ৰাজনৈতিক অশান্তি বঢ়াই তুলিলে।

ঔপনিবেশিক ইংৰাজ সংস্কৃতিয়ে ৰাজনৈতিক আৰু অৰ্থনৈতিক ক্ষেত্ৰত ভাৰতীয়-সকলক আধুনিক ধ্যান-ধাৰণা সম্পৰ্কে সচেতন কৰি অথচ সেইবোৰ অনুসৰণ কৰাৰ কোনো সুযোগ নিদি বিৰবে বিসংগতিৰ সৃষ্টি কৰিছিল, সেইদৰেই সাংস্কৃতিক ক্ষেত্ৰতো ইয়াৰ ভূমিকা আছিল নেতিবাচক আৰু অস্বস্তিকৰ। সন্দেহ নাই যে ই জনসাধাৰণৰ

এক গুৰুত্বপূৰ্ণ অংশৰ মাজত জীৱনৰ স্থবিৰ জলাশয়লৈ গতি আনি দিছিল। কিন্তু এক আকৃতিবিহীন উদ্দেশ্যবিহীন বৰ্তমানৰ মাজত বন্দী হৈ পৰাত ভৱিষ্যৎ সম্পৰ্কে তেওঁলোকৰ ধাৰণাক কোনো নিৰ্দিষ্ট আকাৰ দিব নোৱাৰিলে। জড়াগ্ৰস্ত ঐতিহ্যৰ ঘূঁৰণী দলিয়াই পেলাবলৈ কৰা চেষ্টাত তেওঁলোক কিছু সফল হৈছিল, কিন্তু কৰ্তৃপক্ষৰ প্ৰতি আনুগত্য তেওঁলোকৰ স্বভাৱত এনেভাৱে অন্তৰ্নিহিত হৈ পৰিছিল যে ঔপনিবেশিক ইংৰাজসকলৰ জীৱন পদ্ধতি অনুকৰণ কৰাটোকে তেওঁলোকৰ আদৰ্শৰূপে লৈ তেওঁলোকে এক নিকৃষ্ট ধৰণৰ মানসিক দাসত্বৰ বলি হৈছিল।

এতিয়া চোৱা যাওক ঔপনিবেশিক ইংৰাজ সংস্কৃতিৰ কু-প্ৰভাৱ কেনেকৈ স্কুলীয়া আৰু বিদ্যালয়ৰ শিক্ষাৰ মাধ্যমেৰে বিস্তাৰিত হৈছিল, একমাত্ৰ এই মাধ্যমেৰেই ভাৰতৰ ব্ৰিটিছ চৰকাৰে এই সংস্কৃতিৰ প্ৰসাৰ ঘটোৱাৰ চেষ্টা কৰিছিল।

প্ৰাথমিক শিক্ষাৰ সন্দৰ্ভত, চৰকাৰৰ আগ্ৰহ এই বিষয়ত ইমানেই কম আছিল যে ইয়াৰ প্ৰশাসনিক দায়িত্ব পৌৰ সমিতি আৰু জিলা পৰিষদলৈ ঠেলি দিয়া হৈছিল, চৰকাৰৰ শিক্ষা বিভাগে কেৱল অধ্যয়নৰ পাঠ্যক্ৰম নিৰ্ধাৰণ কৰিছিল আৰু মাজে মাজে পৰিদৰ্শনৰ বাবে বিষয়া পঠাইছিল। পূৰণি পদ্ধতিৰ মৌলিক পৰিবৰ্তন ঘটিছিল ইমানেই যে পাঠ্যক্ৰমৰপৰা ধৰ্মীয় শিক্ষা বাদ দিয়া হৈছিল, ভূগোল, বুৰঞ্জী আৰু আন কিছু দৰ্কাৰী বিষয় যোগ দিয়া হৈছিল আৰু অতি অসন্তোষজনক হ'লেও শিক্ষক প্ৰশিক্ষণৰ বাবে কিছু ব্যৱস্থা কৰা হৈছিল। সন্দেহ নাই যে এই পৰিবৰ্তনৰ ফলত শিক্ষাৰ ঔপনিবেশিকতাৰ কিছু উন্নতি ঘটিছিল, কিন্তু যিহেতু চৰকাৰে প্ৰাথমিক স্কুলৰ বাবে নিৰ্দিষ্ট কৰি দিয়া চৰ্তবোৰৰ ফলত লোকেল ব'ৰ্ড বা বেচৰকাৰী অনুষ্ঠানে বহন কৰিব নোৱাৰা ধৰণে স্কুল পৰিচালনাৰ খৰচ বাঢ়ি গ'ল, এতেকে স্কুলৰ সংখ্যা যথেষ্ট পৰিমাণে কমি গ'ল। তদুপৰি, এই সীমিত প্ৰচেষ্টাও পাঠদানৰ সময় কম হোৱা বাবে শিক্ষাদান পদ্ধতি আৰু প্ৰশাসন বেয়া হোৱা বাবে প্ৰায় সম্পূৰ্ণভাৱে অথলে গ'ল।

মাধ্যমিক স্কুলবোৰে দুটা অসুবিধা ভুগিলে। ব্যক্তিগত মানসিক আগ্ৰহৰ কথা উপেক্ষা কৰি সম্পূৰ্ণ সাহিত্যধৰ্মী মাত্ৰ এক ধৰণৰ পাঠ্যক্ৰম প্ৰচলন কৰা হ'ল আৰু তাতোকৈও বিপদৰ কথা, ইংৰাজীক শিক্ষাৰ মাধ্যম কৰা হ'ল। সকলো বিষয় ইংৰাজী মাধ্যমত শিকিব পৰাকৈ সাত বা আঠ বছৰ বয়সত যাতে ল'ৰা-ছোৱালীয়ে ইংৰাজী ভাষাটো যথেষ্ট পৰিমাণে আয়ত্ত কৰিব পাৰে, তাৰ বাবে আন বিষয়বোৰ কমাইও পাঠ্যক্ৰমত এক প্ৰধান অংশ ইংৰাজীক দিয়া হৈছিল, ইয়াৰ ফলত সাধাৰণ মৌলিক

মানদণ্ড আৰু শৈক্ষিক মূল্য হ্রাস পাইছিল। বিশ্ববিদ্যালয়ৰ শিক্ষাও অৱশ্যেই ইংৰাজী মাধ্যমতে দিয়া হৈছিল, কিন্তু এই ক্ষেত্রত অধ্যয়নৰ বিষয়সমূহ নির্বাচন কৰাৰ কিছু সুবিধা আছিল। বিদেশী ভাষাৰ মাধ্যমত শিক্ষাদানৰ বহুতো বেয়া ফলৰ ভিতৰত আটাইতকৈ বেয়া ফলটো আছিল এয়ে যে ছাত্রই লিখিত বা কথিত শব্দক তাৰ অর্থৰ কোনো পৰিষ্কাৰ ধাৰণাৰ লগত সংযুক্ত কৰাৰ অভ্যাস হেৰুৱাই পেলাইছিল। অর্থ নুবুজাকৈ মুখস্থৰ দ্বাৰা শিক্ষা বহু শতাব্দী ধৰি ভাৰতীয় বা প্রকৃততঃ সকলো প্রাচ্য শিক্ষাৰ ব্যর্থতাৰ কাৰণ। ভাৰতত 'আধুনিক শিক্ষা'ই আনকি সম্পূর্ণ অপৰিচিত ধ্বনিৰ শব্দৰ জৰিয়তে ছাত্রৰ স্মৃতিশক্তিক ভাৰাক্রান্ত কৰি অৱস্থা আৰু গুৰুতৰ কৰি তুলিলে। সাহিত্যধর্মী শিক্ষাতকৈ যথেষ্ট কম পৰিমাণত আগবঢ়োৱা প্রাকৃতিক বিজ্ঞানৰ ক্ষেত্রত এই ত্রুটি অধিক প্রকট হৈ দেখা দিছিল। সূত্র মুখস্থ কৰা ভাটো পদ্য মুখস্থ কৰা ভাটোতকৈও অধিক অশিক্ষিত আছিল।

এই সকলোবোৰ সত্ত্বেও যদি ইংৰাজী শিক্ষা ব্যৱস্থাৰ ফলত বহুতো সক্ষম, আনকি তীক্ষ্ণ চোকা মানুহ ওলাইছিল, তেন্তে তাৰ কৃতিত্ব শিক্ষা ব্যৱস্থাৰ নহয়, ব্রিটিছ আৰু ভাৰতীয় শিক্ষকসকলৰ ব্যক্তিগত তীব্র প্রতিভাৰহে। ইয়াৰ বাহিৰে, সাধাৰণতে আধুনিক পশ্চিমীয়া শিক্ষানুষ্ঠানত শিক্ষিতসকল পুৰণি ধৰণৰ প্রাচ্য শিক্ষানুষ্ঠানত শিক্ষিতসকলৰ লৈতে একে আছিল। দুয়ো বিধেই অজীর্ণ তথ্যৰে পৰিপূর্ণ আছিল। এটাই মাত্র মানসিক গুণৰ অনুশীলন কৰা হৈছিল, সি হ'ল নিষ্ক্রিয় স্মৃতিশক্তি। মানসিক প্রতিফলন, যুক্তিচর্চা, অনুসন্ধিৎসা, সমালোচনা আৰু জীৱন যাপনত অর্জিত জ্ঞানৰ ব্যৱহাৰিক প্রয়োগ আদি বাদ পৰিছিল।

কেৱল দুটা ক্ষেত্রত পশ্চিমীয়া ধৰণৰ বিশ্ববিদ্যালয়ৰ স্নাতকসকল প্রাচ্য শিক্ষানুষ্ঠানৰ স্নাতকতকৈ উন্নত আছিল। প্রাকৃতিক আৰু সামাজিক জগত সম্পর্কে তেওঁলোকে সঠিক আধুনিক তথ্যাদি জানিছিল আৰু তেওঁলোকৰপৰা আশা কৰা কাম কৰিবলৈ তেওঁলোক অধিক সক্ষম আছিল। তেওঁলোকে কোনো প্রশ্ন নকৰাকৈ আদেশ পালন কৰিব পাৰিছিল আৰু উর্ধতন ব্রিটিছ বিষয়াসকলৰ নির্দেশ বিশ্বস্তভাৱে অনুসৰণ কৰিছিল আৰু বিচাৰ-ক্ষমতা, ইচ্ছাশক্তি বা উদ্যমৰ প্রয়োজন নোহোৱা সকলো যান্ত্রিক কাম কৰি যাব পাৰিছিল। চাকৰিৰ বজাৰত তেওঁলোকৰ চাহিদা আছিল আৰু ভাৰতীয় মানদণ্ড অনুসৰি তেওঁলোক উচ্চদামত বিক্রি হৈছিল। চৰকাৰী চাকৰিত সোমাব নোৱাৰাসকল আইন ব্যৱসায়ত নামিছিল আৰু কিছু ক্ষেত্রত আন স্বাধীন বৃত্তি গ্রহণ কৰিছিল।

বিশ্ববিদ্যালয়ৰ স্নাতকৰ সংখ্যা বঢ়াৰ লগে লগে এই বৃত্তিবোৰত বিশেষকৈ আইন-বৃত্তিত প্ৰতিযোগিতা ক্ৰমান্বয়ে বাঢ়িবলৈ ধৰিলে আৰু ক্ৰমে বৰ্ধিত অনুপাতত তেওঁলোক নিবনুৱা সমস্যাৰ বলি হ বলৈ ধৰিলে।

এনেকুৱাই আছিল আধুনিক যুগৰ গুৰি ধৰোঁতাসকল আৰু পশ্চিমৰ নতুন পোহৰেৰে আনৰ মন পোহৰাই তুলিব খোজা ঔপনিবেশিক ইংৰাজ সংস্কৃতি। অৱশ্যে ন্যায় বিচাৰত ক'ব লাগিব যে ইংৰাজ জীৱন পদ্ধতি বুলি যিটো তেওঁলোকে ভাবিছিল তাক অনুকৰণ কৰিবলৈ তেওঁলোকে আন্তৰিক চেষ্টা কৰিছিল। তেওঁলোকৰ দোষত নহয়, তেওঁলোকৰ শিক্ষাৰ দোষত মূলক শুদ্ধৰূপে বুজি তাৰ চতুৰ অনুকৰণ কৰিবলৈ তেওঁলোক সক্ষম নহৈছিল আৰু ইংৰাজ চৰিত্ৰৰ মৌলিক বৈশিষ্ট্যসমূহ সম্পৰ্কে তেওঁলোকে এক যুক্তিবিৰুদ্ধ ধাৰণা তৈয়াৰ কৰি লৈছিল। তেওঁলোকে জানিছিল যে ইংৰাজসকলে ধৰ্মীয় প্ৰমূল্যৰ বাহ্যিক ৰূপতকৈ পাৰ্থিব প্ৰমূল্যৰ ওপৰত অধিক গুৰুত্ব আৰোপ কৰে, গতিকে ইংৰাজসকলৰ ধৰ্মীয় উদাসীনতা আৰু আপাত-পাৰ্থিৱতা সে এক নতুন ধৰণৰ তীব্ৰ ধৰ্মীয় আৰু নৈতিক বিশুদ্ধবাদিতাহে তাক উপলব্ধি নকৰি তেওঁলোকে বস্তুবাদী আৰু মুক্ত-চিন্তাবাদীৰ ভাও লৈ ইংৰাজ আদৰ্শক অনুসৰণ কৰিবলৈ ল'লে। একেদৰেই ইংৰাজসকলৰ সুস্থ ব্যক্তিবাদীতাক তেওঁলোকে অহমিকা বুলি আৰু যুক্তি-নিষ্ঠ উপযোগিতাবাদক অৰ্থ-প্ৰীতি বুলি ভুল ধাৰণা ল'লে। তেওঁলোকৰ ইংৰাজ আদৰ্শ ব্যক্তিসকলে যদি খৃষ্ট ধৰ্মৰ উত্তোলনকাৰী নৈতিক প্ৰভাৱৰ পৰা আঁতৰি আহিছিলে, সেই ক্ষতি তেওঁলোকৰ জাতিৰ প্ৰতি থকা, শিল্পকলা, কবিতা আৰু সাহিত্যৰ প্ৰতি থকা প্ৰেমৰ নৈতিক আৰু নান্দনিক প্ৰভাৱৰ দ্বাৰা আংশিকভাৱে পূৰণ হৈছিল। কিন্তু বেচেৰা অন্ধ অনুকৰণকাৰীসকলে উঠি-ভাহ যোৱাৰ লগে লগে কেৱল তেওঁলোকৰ পৰম্পৰাগত ধৰ্ম আৰু নৈতিকতাৰপৰাই নহয়, তেওঁলোকৰ শিল্প, সাহিত্য মাতৃভূমি আৰু আপোনজনৰপৰাও বিচ্ছিন্ন হৈ পৰিল।

পাশ্চাত্য শিল্পকলাৰ বিষয়ে আনকি ইংলণ্ডত শিক্ষিত ভাৰতীয়ইও অতি সামান্যই বুজি পাইছিল আৰু ভাৰতত শিক্ষিতসকলে একেবাৰেই ধৰিব পৰা নাছিল। কলাগত ৰুচি কেৱল শিল্পী আৰু শিল্প-বোদ্ধাসকলৰ লগত ঘনিষ্ঠ সম্বন্ধৰ যোগেদিহে আয়ত্ত কৰা সম্ভৱ। ভাৰতবৰ্ষত তেনে শিল্পী সংঘৰ অস্তিত্ব নাছিল। ইংলণ্ডৰ সেইবোৰ ভাৰতীয় ছাত্ৰৰ স্পৰ্শৰ উৰ্দ্ধত আছিল।

ইংৰাজী সাহিত্যৰ সম্পৰ্কত সন্দেহ নাই যে তেওঁলোকে স্কুলীয়া আৰু বিশ্ববিদ্যালয়ৰ

জীৱনৰ ডাঙৰ ভাগ এটা ইয়াৰ কিছুমান নিৰ্বাচিত অংশ পঢ়ি কটাইছিল, কিন্তু পঢ়া-শুনা শেষ কৰাৰ পিছত তেওঁলোকৰ বেছিভাগেই কোনো সাহিত্যিক মূল্য থকা আন কিতাপো হাতত লৈ চোৱা নাছিল। তেওঁলোকৰ পঢ়া কেৱল সামাজিক উপন্যাস বা ডিটেক্টিভ কাহিনীতে সীমাবদ্ধ আছিল। আমাৰ আলোচ্য বিধৰ ব্যক্তিৰ কোনো জনে কাচিৎহে ইংৰাজী সাহিত্যৰ, বিশেষকৈ কাব্যৰ, আত্মাৰ গভীৰলৈ প্ৰৱেশ কৰিব পাৰিছিল মানুহৰ সুখ আৰু দুখত সাহিত্যিকৰ অন্তৰংগ হৈ আনন্দৰ পুলক বা বেদনাৰ আঘাত অনুভৱ কৰিব পাৰিছিল। চমুতে ভাৰতীয় মান সাধাৰণভাৱে ইংৰাজ চিন্তা বা অনুভূতিৰ উপৰিভাগ মাত্ৰ স্পৰ্শ কৰিব পাৰিছিল আৰু তাৰপৰা বৰ্ণহীন, ৰসহীন, আনন্দহীন অহমিকাৰ বাহিৰে একোৱেই কোৱা নাছিল।

স্পষ্টত ইংৰাজী ভাষাই আগবঢ়োৱা নান্দনিক আৰু বৌদ্ধিক সম্পদৰপৰা আনন্দ বা উপকাৰিতা উপভোগ কৰিব নোৱাৰা ঔপনিবেশিক ইংৰাজী সংস্কৃতিৰ এই বাহকসকলে ইয়াৰ প্ৰতি নিজৰ কোনো অৱদান আগবঢ়োৱাৰ বাবে অসমৰ্থ আছিল। ইংৰাজী ভাষাত একমাত্ৰ মূল্যবান লেখা আগবঢ়াইছিল কেৱল সেইসকল ভাৰতীয়ই যাৰ মন প্ৰথমতঃ পৰম্পৰাগত প্ৰাচ্য শিক্ষাৰ দ্বাৰা পৰিশীলিত হৈছিল আৰু বিসকলে পাছত ইংৰাজী শিক্ষা আয়ত্ত কৰিছিল। তেওঁলোক ইংৰাজীত আৰু নিজৰ ভাষাতো ভাৰতীয় দৰ্শন, ধৰ্ম, আইন, বুৰঞ্জী আৰু পুৰাতত্ত্বৰ বিষয়ে গ্ৰন্থ ৰচনা কৰিছিল। নিজৰ সাহিত্য আৰু কলাকো তেওঁলোকে নতুন পৰিবেশৰ লগত খাপ খুৱাই ল'বলৈ আৰু নতুন গঢ় দিবলৈ চেষ্টা কৰিছিল।

তেওঁলোকৰ তত্বাৱধানত দেশীয় সাহিত্যসমূহক বিশুদ্ধ কল্পনা ৰাজ্যৰপৰা আঁতৰাই বাস্তৱ জীৱনৰ পৰীক্ষণ আৰু বিশ্লেষণৰ কামত লগোৱা হয়। ক্লাছিকেল যুগত ভাৰতীয় মনে জীৱন সম্পৰ্কে তেওঁলোকৰ প্ৰত্যয় ময়ূৰ আৰু তন্ময় বাস্তৱৰ এক জটিল মিশ্ৰণ ৰূপে অনুভৱ কৰিছিল আৰু মানুহে তেওঁৰ প্ৰাকৃতিক আৰু সামাজিক বাতাৱৰণৰ পটভূমিত বাস্তৱসন্মত অনুপাত আৰু প্ৰকৃত বৰণত অংকিত কৰাৰ কলা আয়ত্ত কৰিছিল, কিন্তু মধ্যযুগত এইবোৰ লোপ পাইছিল। নাটকৰ পুনৰুত্থান আৰু উপন্যাসৰ আৱিৰ্ভাৱে এই দুত প্ৰত্যয়ক আৰু কলাক ভাৰতীয় মনত ব্যাপকতৰ আৰু সমৃদ্ধতৰ ৰূপত পুনঃ প্ৰতিষ্ঠিত কৰে। ভাৰতীয় স্থাপত্য কলাত পাশ্চাত্য প্ৰভাৱে, বিশেষতঃ সৰল ৰেখাৰ ব্যৱহাৰৰ যোগেদি, শূন্যস্থানৰ (space) পৰিমিত প্ৰয়োগ আৰু আধুনিক স্বাস্থ্যবিধি সম্পৰ্কীয় চিন্তাৰ সূচনা কৰে। সংগীতত সুৰ আৰু সমন্বয়ৰ সংযুক্তিয়ে

আৰু চিত্ৰকলাত পটভূমিৰ পূৰ্ণ অৱয়ৱ আৰু অনুপাতৰ ওপৰত দিয়া গুৰুত্বই সুস্পষ্ট পাশ্চাত্য প্ৰভাৱৰ প্ৰমাণ দিয়ে। তদুপৰি পাশ্চাত্য প্ৰভাৱৰ ফলত খাদ্য, পোছাক, চকী মেজ, আচবাব আদি দৈনন্দিন ব্যৱহাৰৰ বস্তবো বহুতো পৰিবৰ্তন ঘটিছিল, জীৱনৰ সৌন্দৰ্য্য বা আকৰ্ষণীয়তা বৃদ্ধি নকৰিলেও এই প্ৰভাৱে দক্ষতা বৃদ্ধি কৰিছিল আৰু মোটামুটিভাৱে স্বাস্থ্যপ্ৰদ আছিল।

এইবোৰৰ বেছিভাগেই আমি উল্লেখ কৰা মতে আছিল তেওঁলোকৰ কীৰ্ত্তি, যাৰ শিক্ষাৰ দিশটোৰ এক প্ৰাচ্য ভিত্তি আছিল। এই কালছোৱাত যিসকলৰ শিক্ষা সম্পূৰ্ণভাৱে ইংৰাজী স্কুল আৰু কলেজৰ মাধ্যমত হৈছিল, জ্ঞানৰ বিস্তৰণত, জীৱনৰ ব্যাখ্যাত বা সৌন্দৰ্য্য সৃষ্টিত তেওঁলোকৰ অৱদান আছিল অতি সামান্য। তেওঁলোকৰ ভাব চিন্তাৰ বহিঃপ্ৰকাশ কিবা যদি হৈছিলো সেয়া আছিল ভাৰতীয় পৰিচালনাত প্ৰকাশ পোৱা ইংৰাজী আলোচনীৰ প্ৰবন্ধৰ মাজতে সীমাবদ্ধ; খুব কম লেখকেহে ইংগ-ভাৰতীয় বাতৰি কাকতত লিখাৰ বিৰল সন্মান লাভ কৰিব পাৰিছিল। তেওঁলোকৰ শব্দ বহুলতা, বিশৃংখল চিন্তা, জটিলতাপূৰ্ণ ৰচনা, ত্ৰুটিপূৰ্ণ ব্যাকৰণ আৰু ঠাচ ইংৰাজসকলৰ বাবে হাঁহিৰ খোৰাক হৈছিল। তেওঁলোক আৰু তেওঁলোকৰ 'বাবু ইংৰাজী'ক ব্যংগ কৰি লিখা ৰচনা বাবু জব্বৰজী বি এ বা বাবু পিচেলাল এম এ আদি ছদ্ম নামত প্ৰায়েই ইংগ-ভাৰতীয় আলোচনীত প্ৰকাশিত হৈছিল।

চমুতে, ঔপনিবেশিক ইংৰাজী সংস্কৃতিৰ বৌদ্ধিক আৰু আধ্যাত্মিক ভেটি আছিল দুৰ্বল আৰু ফোপোলা। তথাপি ইয়াৰ ওপৰত নিৰ্মিত হোৱা সামাজিক সৌধ প্ৰথম দৃষ্টিত চকুত লগা আছিল আৰু প্ৰকৃত ইংৰাজী সংস্কৃতিৰ বিশাল সৌধৰ লগত ইয়াৰ এক ভ্ৰান্ত সামঞ্জস্য আছিল। ভাৰতীয় চাহাবসকলে দেখাত ইংৰাজ যেন লগা পোছাক পিন্ধিছিল, নিজৰ মাজত ইংৰাজীত কথা-বতৰা হৈছিল আৰু তেওঁলোকৰ চাকৰ বা আন 'নেটিভ'সকলৰ লগত ভঙা ইংৰাজীত কথা কৈছিল। চহকীসকলে ইংৰাজী কায়দাত সজোৱা ঘৰত বাস কৰিছিল আৰু অসুবিধাজনক চকীত বহি অনভ্যস্ত হাতেৰে কাটা-চামুচ লৈ টেবুলত বহি 'ইংৰাজী খানা' খাইছিল। প্ৰকৃত চাহাবসকলৰ ক্লাবলৈ সকৃৎ চাবনি দি তেওঁলোকে তেওঁলোকৰ ক্লাবতে বিলিয়াৰ্ড, টেনিচ আৰু তাচ খেলি সান্ত্বনা লৈছিল। অধিক 'মুক্ত'সকলে ইউৰোপীয় ধৰণ লোৱাৰ লৈছিল আৰু সৰ্বাধিক 'মুক্ত' সংগিনী পালে ইউৰোপীয় নাচতো যোগ দিছিল। ব্যৱহাৰ, চাল-চলন, আৱ-ভাৱ-ভংগিত তেওঁলোকে কঠোৰভাৱে 'ইংৰাজ আচৰণ' অনুকৰণ কৰিবলৈ চেষ্টা কৰিছিল;

দেশীয় চাহাবসকলৰ কথিত ইংৰাজী তেওঁলোকৰ লিখিত ইংৰাজীতকৈ কমতো নহয়েই, বৰং সম্ভৱ বেছিহে হাস্যকৰ আছিল। লেখাত তেওঁলোকৰ ভুলবোৰ আছিল ব্যাকৰণ আৰু ষ্টাইলৰ। কিন্তু কোৱাত উচ্চাৰণভংগি আৰু স্বৰাঘাতৰ অতিৰিক্ত ত্ৰুটিয়ে হাঁহিৰ সমল যটাইছিল। বিশেষকৈ যেতিয়া সঠিক ইংৰাজী সুৰটো উলিয়াবৰ বৃথা চেষ্টাত তেওঁলোকৰ দেশীয় বাক্ ইন্দ্ৰিয়সমূহক কষ্ট দিছিল, তেতিয়া এনে কিছুমান অদ্ভুত শব্দ বাহিৰ হৈছিল, যিবোৰে শ্ৰোতাৰ বোধশক্তিক বিমূঢ় কৰিছিল। তেওঁলোকৰ ইংৰাজী পোছাক প্ৰায়ে অতি নিম্নৰুচিৰ কাপোৰেৰে কৰা হৈছিল, ডিজাইন আৰু ফিটিং একেবাৰে বেয়া আছিল আৰু সুন্দৰকৈ কটা আৰু ফিট্ হোৱা বিখ্যাত ইংৰাজ পোছাকৰ লগত এইবোৰৰ একোতেই মিল নাছিল। কাপোৰৰ ৰং, ডিজাইন, ভাৰসাম্য সম্পৰ্কে বা বিশেষ উপলক্ষৰ লগত পোছাকৰ সামঞ্জস্য সম্পৰ্কে তেওঁলোকৰ সামান্যতম ধাৰণাও নাছিল, কিয়নো তেওঁলোকৰ একমাত্ৰ দিক্‌দৰ্শক আছিল দেশীয় 'বেয়াৰাৰ'— ইংৰাজৰ লগুৱাৰ এক ভাৰতীয় সংস্কৰণ। তেওঁলোকৰ বঙলাবোৰ আছিল চৌদিশে বাৰান্দাই ঘেৰা, সৈন্য থকা ঘৰৰ দৰে কিছুমান ডাঙৰ ডাঙৰ কোঠা। এই ষ্টাইলটো ব্ৰিটিছ ভাৰত চৰকাৰৰ পাব্‌লিক ৱৰ্ক্‌চ্ ডিপাৰ্টমেণ্ট্ নামৰ ঘৰসজা বিভাগটোৰ আৱিষ্কাৰ। ইয়াৰ মূলত সচেতন উদ্দেশ্য আছিল আৰাম যোগোৱা আৰু অৱচেতন উদ্দেশ্য আছিল স্থাপত্য সৌন্দৰ্য্য পৰিহাৰ কৰা আৰু ইয়াক তাৰ নামৰপৰাই ওলোৱা 'P.D W ষ্টাইল' বুলি জনা গৈছিল। কিন্তু ইয়াৰ অৱচেতন উদ্দেশ্যহে অধিকতৰ সফল হৈছিল। নিৰ্মাণ পদ্ধতিৰ লগত সামঞ্জস্য থকাকৈ এই বঙলাবোৰৰ আচবাব পাতিও একেদৰেই অতি সাধাৰণ আৰু গোমোঠা ধৰণৰ আছিল। ঔপনিবেশিক ইংৰাজী সংস্কৃতিৰ একমাত্ৰ সহনীয় উপাদানটি আছিল ইয়াৰ আহাৰ, ই আছিল ইংৰাজ আৰু ভাৰতীয় সোৱাদৰ এক মনোমোহা মিশ্ৰণ, কিন্তু ইংৰাজ 'টেবুল আচৰণ' ৰক্ষা কৰাৰ কষ্টকৰ চেষ্টাত সেই সোৱাদ বহুখিনি কমি গৈছিল।

'টেবুলৰ আচৰণ'ত কেৱল নহয়, সমস্ত সামাজিক আচৰণতে দেশীয় চাহাবসকলে ইংৰাজ চাহাবসকলক অনুকৰণ কৰিছিল। কিন্তু যিহেতু আচৰণ হ'ল চৰিত্ৰৰ বহিঃপ্ৰকাশ আৰু চৰিত্ৰৰ ক্ষেত্ৰত তেওঁলোক যিহেতু ইংৰাজসকলৰপৰা মূলগতভাৱে পৃথক, তাতকৈ তেওঁলোকে ইংৰাজসকলক অনুকৰণ কৰাৰ চেষ্টা খুব বেছি পুতলাৰ চাল চলন যেন লাগিছিল। তাতকৈও বেছি নিন্দনীয় আছিল এয়ে যে, কিছুমান ক্ষেত্ৰত ইংৰাজ আচৰণৰ এই বাহ্যিক অনুকৰণে তেওঁলোকৰ নৈতিকতা নষ্ট কৰিছিল। তেওঁলোকে

ইংৰাজলকলবপৰা মিতবাক আক গম্ভীৰ হ'বলৈ শিকিছিল, কিন্তু এই অপ্ৰীতিকৰ গুণবোৰ ইংৰাজজনোচিত সৌজন্য আক সংযমৰ দ্বাৰা নমনীত নোহোৱা বাবে প্ৰায়ে এইবোৰ নগুৰ ঔদ্ধত্য আক অসূয়ালৈ অধঃপতিত হৈছিল। এইদৰেই ইংৰাজসকলৰ অনুপাত-জ্ঞান নোহোৱাকৈ তেওঁলোকৰ আত্ম বিশ্বাস আক আত্ম-প্ৰতিষ্ঠা অনুকৰণ কৰিবলৈ গৈ তেওঁলোক উগ্ৰ আক আত্মগুৰি হৈ পৰিছিল। সৌভাগ্যবশতঃ এই ভুৱা ইংৰাজী সংস্কৃতি কেৱল পুৰুষৰ মাজতে সীমাবদ্ধ আছিল। তিৰোতাসকল কাচিৎহে ইয়াৰ দ্বাৰা প্ৰভাৱিত হৈছিল। কিন্তু যি কেইগৰাকীয়ে ইয়াক গ্ৰহণ কৰিছিল তেওঁলোকে অধিক মাৰাত্মক ফল ভুগিবলগীয়া হৈছিল। সামাজিক অৱক্ষয়ৰ যুগত ভাৰতীয় নাৰী অজ্ঞতা, দুঃস্বাস্থ্য আক সমাজ-আৰোপিত কঠোৰ নিয়ন্ত্ৰণৰ দ্বাৰা এক অৱদমিত, স্নায়ু-পীড়িত জীৱনলৈ পতিত হৈছিল। এতিয়া তেওঁক হঠাৎ তেওঁৰ শাসকৰ অথচ নিৰাপদ আশ্ৰয়ৰ-পৰা টানি উলিয়াই আনি তেওঁৰ ভাবলাক্ষ্য বজাই ৰাখিব পৰা নিয়ন্ত্ৰণসমূহ নোহোৱাকৈ জীৱনৰ প্ৰলোভন আক জটিলতাৰ মাজলৈ আগবঢ়াই দিয়া হ'ল। এই নতুন সংস্কৃতিয়ে তেওঁৰ নিঃসংগ অৱস্থাৰে কেৱল পৰিসমাপ্তি নঘটালে (এই নিঃসঙ্গতা তুলনামূলকভাৱে নতুন ব্যৱস্থা আছিল) সৌৰৱণিৰ অতীতকালৰপৰা ভাৰতবৰ্ষত চলি অহা পুৰুষ আক নাৰীৰ মাজত পৰম্পৰাগত দূৰত্বও কমাই আনিলে, ই কেৱল নাৰীক 'সমাজ'ৰ মাজলৈকে আনিয়েই ক্ষান্ত নাথাকিল, তেওঁক অচিনাকি মানুহৰ লগত নাচিবৰ বাবে ক্লাবলৈও লৈ গ'ল। এই 'মুক্তি'ৰ অতি অশুভ ফল দেখা দিলে, পাশ্চাত্য প্ৰভাৱিত নাৰীৰ উদাহৰণে সাধাৰণভাৱে সন্ত্ৰস্ত কৰি তোলা ভাৰতীয়সকলে নাৰীৰ স্বাধীনতা আক আনকি নাৰীৰ শিক্ষণৰ বাবে চলা প্ৰকৃত সংস্কাৰ আন্দোলনসমূহৰ বিৰোধী হৈ পৰিল।

ব্ৰিটিছ শাসকসকলে এই শিক্ষিত শ্ৰেণীটোৰ ওপৰত ভৰসা কৰিয়েই নতুন পোহৰ বিলাবলৈ আশা কৰিছিল। উচ্চ আক মধ্যশ্ৰেণীৰ মুষ্টিমেয় লোকৰ শিক্ষাৰ ওপৰতে গুৰুত্ব দিয়া তেওঁলোকৰ শিক্ষা-নীতি তেওঁলোকে এই যুক্তিৰে প্ৰতিপন্ন কৰিছিল যে এই নতুন শিক্ষা ওপৰৰপৰা ক্ৰমে তললৈ পৰিস্ৰুত হৈ যাব। কিন্তু এই আশাবোৰ পৰিপূৰ্ণ নহ'ল। ওপৰৰবোৰৰ তলৰবোৰলৈ দিবলৈ একো নাছিল আক যদি আছিলো, যি স্নেহ আক ভাতৃত্ববোধৰপৰা দিয়াৰ ইচ্ছা জন্ম হয়, তাৰ অভাৱ ঘটিছিল। কেৱল অশিক্ষিত জনসাধাৰণৰপৰাই নহয়, সম্পূৰ্ণ প্ৰাচ্য-পন্থাৰে শিক্ষিত পুৰণি ধৰণৰ মানুহখিনিৰপৰাও তেওঁলোক বিচ্ছিন্ন হৈ পৰিছিল। নিজৰ মানুহৰ মাজতে তেওঁলোক অচিনাকিৰ দৰে

বাস কৰিছিল আৰু তাৰ বাবে গৌৰৱ বোধ কৰিছিল। প্ৰাচ্য আৰু প্ৰাশ্চাত্যৰ মাজৰ জনবিহীন অঞ্চলত (no man's land) দেশাত্মবোধ বা জাতীয় বন্ধনৰ দ্বাৰা তেওঁলোক আলোড়িত নহৈছিল। একমাত্ৰ যিটো কথাই তেওঁলোকক অশান্তি দিছিল সি হ'ল এয়ে যে ইংৰাজ সমাজৰ দুৱাৰ তেওঁলোকৰ বাবে বন্ধ আছিল। চমু কথাত, নিজদেশৰ লোকৰ প্ৰতি নিজৰ কৰ্তব্য পালন কৰাৰ বাবে আগ্ৰহান্বিত হোৱা দূৰতে থাকক, নিজ কৰ্তব্যৰ প্ৰতি তেওঁলোক আনকি সচেতনেই নাছিল। তেওঁলোকে বিদেশী শাসকৰ সেৱাতে মাত্ৰ নিজকে নিবেদন কৰিছিল। জাতীয় সেৱা, শিক্ষা আৰু সংস্কাৰ আদি কাম তেওঁলোকে আগবলৈ পেলাই থৈছিল।

যদিও, শাসক শক্তিৰ সহায়ত, ঔপনিবেশিক ইংৰাজী সংস্কৃতিয়ে দেশৰ সাৰ্বজনীন সংস্কৃতি হিচাপে হিন্দুস্থানী সংস্কৃতিক ৰূপান্তৰিত কৰিছিল, তথাপি ইয়াৰ প্ৰভাৱৰ পৰিসৰ খুব সীমিত আছিল। ইয়াৰ সমৰ্থকসকল প্ৰধানতঃ আছিল সেই-সকল যিসকলে ব্ৰিটিছ চৰকাৰৰ পৃষ্ঠপোষকতাৰ কাৰণেই সমাজৰ শীৰ্ষস্তৰলৈ উঠিব পাৰিছিল। যিসকলৰ চৰকাৰৰ লগত পোনপটীয়া সম্পৰ্ক নাছিল, তেওঁলোকৰ কিছুমানে আধুনিক চিন্তাৰ সংস্পৰ্শত জীৱনৰ প্ৰতি এটা বহল দৃষ্টিভংগি গ্ৰহণ কৰালৈকেহে এই নতুন সংস্কৃতিৰ দ্বাৰা প্ৰভাৱিত হৈছিল, আন কিছুমান ইমান বেছি ইয়াৰ বিৰুদ্ধ মতবাদী আছিল যে তেওঁলোকে ইয়াক বিপদ সংক্ৰামক জীৱৰ দৰে দূৰতে বিদূৰ কৰিছিল। পিছৰ দলটিত আছিল প্ৰধানতঃ গোড়া ধৰ্মীয় নেতা আৰু তেওঁলোকৰ একান্ত অনুগামীসকল।

ধৰ্মীয় নেতাসকল—বিশেষকৈ মুছলমান সম্প্ৰদায়ৰ—প্ৰথমে কিছুকাল নতুন ধৰণৰ শিক্ষা ব্যৱস্থাৰ বিৰোধী আছিল আৰু ইয়াৰ ওপৰত নিষেধাজ্ঞা জাৰী কৰিছিল, কিন্তু পিছলৈ ইংৰাজী আৰু পাশ্চাত্য বিজ্ঞান শিক্ষাৰ অনুমতি দিলে আৰু একে সময়তে পশ্চিমৰ সামাজিক আৰু সাংস্কৃতিক প্ৰভাৱৰ বিৰুদ্ধে জনসাধাৰণক সতৰ্ক কৰি দিলে। বস্তুতঃ হিন্দু আৰু মুছলমান ধৰ্মীয় নেতাসকলে আকবৰৰ কালত প্ৰবৰ্তিত হিন্দুস্থানী সাংস্কৃতিকো অনুমোদন কৰা নাছিল, কিয়নো ই ধৰ্মভিত্তিক নাছিল। ভাৰতত ব্ৰিটিছ শাসন প্ৰবৰ্তন হোৱাৰ পিছত ধৰ্মীয় গোষ্ঠীবোৰ আপাতদৃষ্টিত নিষ্ক্ৰিয় হৈ পৰিছিল, কিন্তু তলে তলে অসন্তুষ্টিৰ সুযোগ লৈ জনসাধাৰণৰ ওপৰত তেওঁলোকৰ প্ৰভাৱ বৃদ্ধি কৰিবলৈ তেওঁলোক অতিশয় সক্ৰিয় হৈ আছিল। যিহেতু ইংৰাজী আৰু ধৰ্ম নিৰপেক্ষ হিন্দুস্থানী সংস্কৃতি উভয়ৰে প্ৰতি তেওঁলোকে সমানেই অসন্তুষ্ট আছিল, সেয়ে তেওঁলোক

ইতিহাসৰ এহেজাৰ বছৰ ওঁপিয়াই পাৰ হৈ জনসাধাৰণক তেওঁলোকৰ নিজৰ নিজৰ ধৰ্ম-কেন্দ্ৰীক পুৰণি সংস্কৃতিলৈ ঘূৰাই লৈ যাব খুজিছিল। পৰৱৰ্তী অধ্যায়ত আমি দেখা পাম কেনেকৈ এই প্ৰচেষ্টাই হিন্দু আৰু মুছলমানৰ মাজত এক সাংস্কৃতিক আৰু ৰাজনৈতিক বিভাজন ঘটালে।

# ইংৰাজী সংস্কৃতিৰ বিৰুদ্ধে প্ৰতিক্ৰিয়া ঃ ৰাজনৈতিক আৰু সাংস্কৃতিক বিচ্ছিন্নতাবাদ

## I

প্ৰথম মহাযুদ্ধৰপৰা ৰাজনৈতিক পৰিবেশে শিক্ষিত শ্ৰেণীসমূহৰ মনোভংগিত একধৰণৰ বিপ্লৱৰ সূচনা কৰিলে। ব্ৰিটিছ চৰকাৰে প্ৰতিশ্ৰুতি দিয়া স্বায়ত্ত-শাসন পোৱাৰ আশা ব্যৰ্থ হোৱাত তেওঁলোকে এতিয়া তেওঁলোকৰ শাৰীৰিক আৰু বৌদ্ধিক পৰাধীনতা সম্পৰ্কে সচেতন হৈ পৰিল। সেয়ে যি ধৰ্মীয় গোষ্ঠী আৰু জনসাধাৰণৰপৰা তেওঁলোকে নিজক বিচ্ছিন্ন কৰি পেলাইছিল, সেইসকলৰফালেই এতিয়া তেওঁলোক ঘূৰিল আৰু বিদেশী শাসকৰ বিৰুদ্ধে তেওঁলোকৰ লগত একেলগে থিয় হ'ল।

তেওঁলোকৰ আচৰণৰ এই হঠাৎ পৰিবৰ্তন কেৱল আংশিকভাৱেহে 1919 চনত ৰিফৰ্ম আইনে সৃষ্টি কৰা আশাভংগ আৰু তিক্ততাৰ পৰিণতি। তাতকৈ অধিক শক্তিশালী আনটো কাৰণ হ'ল যুদ্ধকালীন সমৃদ্ধিৰ পিছতে অহা অৰ্থনৈতিক মন্দা, যিটোৱে পোন প্ৰথমবাৰৰ বাবে ভাৰতীয় চকুৰ সন্মুখত সাম্ৰাজ্যবাদী পুঁজিবাদৰ কুৎসিত মুখৰপৰা মুখাখন খুলি দিলে। যদিও এই মন্দাই প্ৰায় সকলো শ্ৰেণীৰ লোকক কষ্ট দিছিল, তথাপি আটাইতকৈ বেছি ক্ষতিগ্ৰস্তসকল আছিল নিবনুৱা সমস্যাৰ বলি হোৱা নিম্ন, মধ্য আৰু শ্ৰমিক শ্ৰেণীৰ লোকসকল আৰু অত্যন্ত নিম্ন দৰত শস্য বেচিবলগীয়া হোৱা খেতিয়ক শ্ৰেণীৰ লোকসকল। যুদ্ধৰ সময়ত বহুতো ঔদ্যোগিক কাৰখানা গঢ়ি উঠিছিল তাৰ বেছিভাগেই ব্ৰিটিছ মূলধনপুষ্ট। শ্ৰমিক আন্দোলন আৰু শ্ৰমিক আইন সেই সময়ত একেবাৰে প্ৰাথমিক অৱস্থাত থকা হেতুকে শ্ৰমিকৰ ওপৰত চলি থকা নিষ্ঠুৰ শোষণৰ বিৰুদ্ধে কোনো ৰক্ষা-কৱচ নাছিল আৰু যেতিয়া যুদ্ধৰ শেষত লাখ লাখ শ্ৰমিক চাকৰিৰপৰা বহিষ্কৃত হ'ল, তেতিয়া তেওঁলোকৰ ক্ষতিপূৰণৰ বাবে কোনো ব্যৱস্থা নহ'ল। একেদৰেই এক বৃহৎসংখ্যক শিক্ষিত নিবনুৱাও সংস্থানৰ অপেক্ষাত আছিল। কৃষকসকলৰ দুৰ্দশাৰ সীমাসংখ্যা নাছিল, কাৰণ তিনিটা শক্তিয়ে তেওঁলোকক মৰিমুৰ কৰিবলৈ লাগিছিল—বিদেশী প্ৰতিযোগিতা, ভূ-স্বামী আৰু মহাজন, মাজে মাজে

প্ৰকৃতিয়েও প্ৰয়োজনীয় ৰবষুণ বোধ কৰি বা কালান্তক বানপানীৰ সৃষ্টি কৰি প্ৰচণ্ড আঘাত হানিছিল।

যদিও বহু শতাব্দী ধৰি ভাৰতীয় জনসাধাৰণে দেশৰ চৰকাৰৰ ওচৰত নিজকে অনুগতভাৱে সমৰ্পণ কৰি অহাত অভ্যস্ত হৈ পৰিছিল, তেওঁলোকৰ, আনহাতে, সকলো ধৰণৰ অসুবিধাৰ বাবে চৰকাৰকে দায়ী কৰাৰ মনোবৃত্তিও আছিল। সেইকাৰণে, শ্ৰমিক আৰু কৃষকসকলক ক্ষতিগ্ৰস্ত কৰা অৰ্থনৈতিক মন্দাৰ বাবে তেওঁলোকে সম্পূৰ্ণ দোষ বিদেশী চৰকাৰৰ ওপৰত জাপি দিলে আৰু ইতিমধ্যেই শিক্ষিত শ্ৰেণীসমূহৰ মাজৰ ব্ৰিটিছ-বিৰোধী শক্তিবোৰক আকৰ্ষণ কৰিব পৰা জাতীয় কংগ্ৰেছৰ পক্ষে এই অৰ্থনৈতিক দুৰৱস্থাক ৰাজনৈতিক আন্দোলনলৈ পৰিবৰ্তন কৰাটো বিশেষ অসুবিধা নহ'ল। এই ক্ষেত্ৰত তেওঁলোকক হিন্দু আৰু মুছলমান ধৰ্মীয় আৰু সাংস্কৃতিক আন্দোলনৰ নেতাসকলে সহায় কৰিলে।

ব্ৰিটিছ চৰকাৰৰ বিৰুদ্ধে এই কম-বেছি পৰিমাণে পৃথক ধৰণৰ শক্তিবোৰক এক সংযুক্ত মৰ্চাত সন্মিলিত কৰিবৰ বাবে কংগ্ৰেছক এনে এজন নেতাৰ প্ৰয়োজন হ'ল যি জনসাধাৰণ আৰু শিক্ষিত শ্ৰেণী উভয়ৰে প্ৰয়োজনসমূহ ভালদৰে বুজি পায়, যি অৰ্থনৈতিক আৰু ধৰ্মীয়-নৈতিক শক্তিবোৰৰ মূল্য অনুভৱ কৰিব পাৰে আৰু যি হিন্দুৰ লৈতে সমান গভীৰভাৱে মুছলমানসকলৰ বৈধ আশা-আকাংক্ষাসমূহ অনুভৱ কৰিব পাৰে। সৌভাগ্যবশতঃ ঠিক সেই সময়তেই এই সকলো চৰ্ত্ত পূৰণ কৰিব পৰা ব্যক্তি মহাত্মা গান্ধীৰ ভাৰতবৰ্ষৰ ৰাজনৈতিক দিগন্তত অভ্যুদয় ঘটিল। তেওঁৰ ব্যক্তিগত আকৰ্ষণী শক্তিয়ে সকলো শ্ৰেণী আৰু সম্প্ৰদায়ক কংগ্ৰেছলৈ টানি আনিলে আৰু তেওঁৰ নৈতিক আৰু আধ্যাত্মিক প্ৰভাৱে বিদেশী শাসকৰ কবলৰপৰা মুক্তিৰ একমাত্ৰ উদ্দৈশ্যতীয়া লক্ষ্যৰ বাবে সকলোকে অনুপ্ৰাণিত কৰি তুলিলে।

ব্ৰিটিছ শাসনৰ বিৰুদ্ধে মহাত্মা গান্ধীৰ নেতৃত্বত জাতীয় কংগ্ৰেছে আৰম্ভ কৰা ৰাজনৈতিক সংগ্ৰামত প্ৰথম কাম আছিল 1919 চনৰ ৰাওলাট আইন বন্ধ কৰাৰ বাবে আন্দোলন। এই আইনে যুদ্ধ শেষ হোৱাৰ দীৰ্ঘকালৰ পাছতো যুদ্ধৰ সময়ত ব্ৰিটিছ ভাৰতীয় চৰকাৰে গ্ৰহণ কৰা দমনমূলক যুদ্ধকালীন নীতিসমূহ কেৱল প্ৰচলিত ৰখাৰে নহয়, বৰং অধিকতৰ কঠোৰভাৱে প্ৰয়োগ কৰাৰ ব্যৱস্থা কৰিছিল আৰু ইয়াৰ লক্ষ্য আছিল স্বাধীনতা আন্দোলন দমন কৰা। মহাত্মা গান্ধীয়ে ৰাওলাট আইন প্ৰতিৰোধ কাৰ্য্যসূচীৰে সত্যাগ্ৰহ সভা প্ৰতিষ্ঠা কৰি এই প্ৰত্যাহ্বান গ্ৰহণ কৰিলে। চৰকাৰে

প্ৰথমে অমৃতসৰৰ জালিয়ানৱালাবাগত এক শান্তিপূৰ্ণ প্ৰতিবাদ সভাৰ ওপৰত গুলীবৰ্ষণ কৰি আৰু পাছত সমগ্ৰ পঞ্জাব প্ৰদেশত সামৰিক আইন ঘোষণা কৰি আন্দোলনৰ ওপৰত আঘাত হানিলে। অমৃতসৰৰ গুলীচালনাত নিহত হিন্দু মুছলমান আৰু শিখ-সকলৰ তেজে তিনিটা সম্প্ৰদায়কে ভাৰতীয় জাতীয় কংগ্ৰেছৰ পতাকাৰ তলত এক পৱিত্ৰ বান্ধোনৰে সংযুক্ত কৰিলে। ভাৰতীয় মুছলমানসকলে মধ্যপ্ৰাচ্যত ব্ৰিটিছ চৰকাৰৰ নীতিত চৰম তিক্ততা প্ৰকাশ কৰিছিল, তাত তুৰ্কী সাম্ৰাজ্যক ডোখৰ ডোখৰ কৰি তাৰ ফলত হোৱা নতুন ৰাজ্যবোৰক আৰু পুৰণি মুছলমান ৰাজ্যবোৰক ৰাজনৈতিক ডবাখেলৰ গুটি হিচাপে ব্যৱহাৰ কৰা হৈছিল। সেয়ে তেওঁলোকে খিলাফৎ কমিটি নামে এক অৰ্ধ-ধৰ্মীয় অনুষ্ঠান গঢ়ি গোড়া ধৰ্মীয় গোষ্ঠী আৰু মুছলমানৰ নতুন শিক্ষিত শ্ৰেণীক একেলগ কৰিছিল। খিলাফৎ কমিটিয়ে এতিয়া স্বাধীনতা সংগ্ৰামত জাতীয় কংগ্ৰেছৰ সহযোগী হ'বলৈ সিদ্ধান্ত কৰিলে আৰু মহাত্মা গান্ধীৰ অহিংস অসহযোগ কাৰ্য্যসূচী গ্ৰহণ কৰিলে, এই কাৰ্য্যসূচী এই তত্বৰ ওপৰত ভিত্তি কৰি ৰচিত হৈছিল যে এটা বিদেশী চৰকাৰৰ শাসন শাসিতৰ সহযোগতহে মাত্ৰ বৰ্তি থাকে আৰু সহযোগ বন্ধ কৰিলেই তাৰ পতন ঘটে।

ভাৰতীয়সকলে বিবেকসন্মতভাৱে অন্যায় বুলি ভবা আইনৰ বিৰুদ্ধে সংগঠিত প্ৰতিৰোধৰে কথা আৰু কামত মোটামুটিভাৱে অহিংসভাৱে চলোৱা এই মহত্বপূৰ্ণ সংগ্ৰামেৰে ভাৰতীয় মনক হতাশ আৰু পৰাভৱৰপৰা মুক্ত কৰিলে আৰু এই বিশ্বাস সৃষ্টি কৰিলে যে এটা নিৰস্ত্ৰ পৰাধীন জাতিয়েও নিজৰ আত্মবিশ্বাস আৰু আত্ম-সন্মান ৰক্ষা কৰিব আৰু স্বাধীনতাৰ স্বপ্ন দেখিব পাৰে। এই সংগ্ৰামৰ উত্থান পতন সম্বলিত প্ৰথম পৰ্ব সাত বছৰ কাল চলিল। মহাত্মা গান্ধী আৰু আন কংগ্ৰেছ নেতাসকলক কেইবাবছৰো জেলত ৰখা হ'ল, কিন্তু চৰকাৰে ইয়াৰ কৌশল সলনি কৰি এক আপোচৰ নীতি গ্ৰহণ নকৰালৈকে আন্দোলন চলি থাকিল।

1927 চনত ব্ৰিটিছ চৰকাৰে ঘোষণা কৰিলে যে দেশখন পৰৱৰ্তী ৰাজনৈতিক সংস্কাৰৰ বাবে প্ৰস্তুত হৈছেনে নাই তাৰ অনুসন্ধান কৰিবলৈ চাৰ জন চাইমনৰ নেতৃত্বত এক আয়োগ ভাৰতলৈ আহিব। এই ধৰণৰ বিলম্বকৰণ-কৌশলৰ উত্তৰত কংগ্ৰেছে 1927 চনৰ মাদ্ৰাজ অধিবেশনত গৃহীত প্ৰস্তাৱযোগে জনালে যে 'সম্ভৱ হ'লে ব্ৰিটিছ সাম্ৰাজ্যৰ ভিতৰত আৰু প্ৰয়োজন হ'লে ইয়াৰ সম্পূৰ্ণ স্বাধীনতা'ই হ'ব কংগ্ৰেছৰ লক্ষ্য। স্বাধীন ভাৰতৰ এখন সংবিধান ৰচনা কৰিবলৈ আৰু সকলো ভাৰতীয় ৰাজনৈতিক

দলবোৰে তাক অনুমোদিত কৰাবলৈ কংগ্ৰেছে পণ্ডিত মতিলাল নেহৰুৰ সভাপতিত্বত এখন কমিটি গঠন কৰি দিলে।

1928 চনত যেতিয়া চাইমন আয়োগ ভাৰতলৈ আহিল সকলো নিয়মিত ৰাজনৈতিক দলে ইয়াক বৰ্জন কৰিলে আৰু ই কেৱল ব্যক্তিগত আৰু কোনো গোষ্ঠীগত স্বাৰ্থৰ প্ৰতিনিধিত্ব কৰা গোটী কিছুমানৰ সাক্ষ্যহে লিপিবদ্ধ কৰিব পাৰিলে। আনহাতে, নেহৰু কমিটিয়ে ভাৰতক ব্ৰিটিছ কমনৱেলথৰ এক স্বাধীন ডমিনিয়ন ৰাজ্য হিচাপে দৰ্শাই প্ৰস্তুত কৰা প্ৰতিবেদন সকলো ৰাজনৈতিক দলে গ্ৰহণ কৰিলে, একমাত্ৰ আলি ভাতৃদ্বয়ৰ নেতৃত্বত মুছলমানসকলৰ এক ডাঙৰ অংশই ইয়াৰ সাম্প্ৰদায়িক প্ৰতিনিধিত্বৰ ব্যৱস্থা-বিধিৰ বিৰোধিতা কৰিলে। বহবছৰ পূৰ্বে অৰ্জন কৰা সাম্প্ৰদায়িক সমন্বয়ৰ এইখিনিতে সমাপ্তি ঘটিল, আৰু যদিও বহুতো মুছলমানে কংগ্ৰেছক সমৰ্থন দিয়াবলৈ ধৰিলে, তেওঁলোকৰ এক বৃহৎ অংশই বিভাজনমুখী চিন্তাধাৰা প্ৰভাৱিত হ'ল। যি হওক কংগ্ৰেছে নেহৰু প্ৰতিবেদন 1928 চনৰ কলিকতা অধিবেশনত এই চৰ্ত-সাপেক্ষে গ্ৰহণ কৰিলে যে যদি এবছৰৰ ভিতৰত ডমিনিয়ন পৰ্য্যায়ৰ স্বীকৃতি দিয়া নহয়, তেন্তে নেহৰু প্ৰতিবেদন বদ হ'ব আৰু কংগ্ৰেছে পুনৰ পূৰ্ণস্বাধীনতাৰ নীতি লৈ ঘূৰি যাব। ব্ৰিটিছ চৰকাৰে কংগ্ৰেছৰ এই দাবী উপেক্ষা কৰাৰ ফলত 1929 চনৰ 31 ডিচেম্বৰ তাৰিখে মাজৰাতি কংগ্ৰেছে পূৰ্ণস্বৰাজৰ বাবে সংগ্ৰাম কৰিবলৈ এক অপৰিবৰ্তনীয় সিদ্ধান্ত গ্ৰহণ কৰিলে। 1930 চনৰ 26 জানুৱাৰী তাৰিখে সমগ্ৰ ভাৰতবৰ্ষত অনুষ্ঠিত ৰাজহুৱা সভাত কোটি কোটি ভাৰতীয়ই ঐতিহাসিক স্বাধীনতাৰ শপত গ্ৰহণ কৰিলে।

1930 চনৰ মাৰ্চ মাহত চৰকাৰৰ লাইচেন্স নোহোৱাকৈ সামান্য পৰিমাণৰো লোণ উৎপাদন নিষেধ কৰা আইনখন ভংগ কৰি ভাৰতৰ স্বাধীনতা সংগ্ৰামৰ দ্বিতীয় পৰ্ব আৰম্ভ কৰা হয়। লোণৰ ওপৰত বহুওৱা গধুৰ কৰৰ ফলত লোণৰ দাম বাঢ়ি গৈ দুখীয়া লোকসকলৰ কষ্ট হোৱাৰ বাবেই এই বিশেষ আইনখনক নাগৰিক প্ৰতিৰোধ আন্দোলনৰ লক্ষ্য কৰা হৈছিল। সাগৰৰ পানীবোৰৰ লোণ তৈয়াৰ কৰাৰ ঘোষিত উদ্দেশ্যৰে মহাত্মা গান্ধীয়ে কাথিৱাৰ উপকূলৰ ডাণ্ডীলৈ কৰা প্ৰখ্যাত পদযাত্ৰাই দেখাদেখিকৈয়ে অন্যায় আইনবোৰ অমান্য কৰিবলৈ আৰু প্ৰধানতঃ ব্ৰিটিছ কাৰখানাবোৰৰ আৰু বিদেশী বস্ত্ৰ বৰ্জন কৰিবলৈ গোটেই দেশখনকে জাগ্ৰত কৰি তুলিছিল। এইবাৰ আন্দোলনটো সম্পূৰ্ণৰূপে সু-সংগঠিত আৰু শৃংখলাবদ্ধ আছিল। সকলো ধৰ্ম আৰু

জাতিৰে প্ৰায় 1,00,000 মানুহে জেলবৰণ কৰিছিল, বহুতেই প্ৰত্যাঘাত কৰাৰ কোনো চেষ্টা নকৰি পুলিচৰ হাতত শাৰীৰিক পীড়ন গ্ৰহণ কৰিছিল। পুলিচৰ গুলীচালনাত বহুতৰে মৃত্যু হৈছিল।

1931 চনৰ আদিভাগত কিছুমান মধ্যমপন্থী নেতাই গান্ধী-আৰ্উইন্ চুক্তি নামেৰে জনাজাত এখন চুক্তিৰ যোগেদি কংগ্ৰেছ আৰু চৰকাৰৰ মাজত সংগ্ৰামৰ বিৰতিৰ ব্যৱস্থা কৰিলে। ব্ৰিটিছ চৰকাৰৰ লগত এক সম্মানজনক শান্তিৰ আলোচনা কৰিবলৈ মহাত্মা গান্ধীয়ে ইংলণ্ডত এক ঘূৰণীয়া মেজমেলত যোগদান কৰিলে। কিন্তু কোনো মীমাংসাত উপনীত হ'ব পৰা নগ'ল আৰু মহাত্মা গান্ধী ভাৰতলৈ ঘূৰি অহাৰ পিছতে অসহযোগ আন্দোলন পুনৰ আৰম্ভ হ'ল। এইবাৰ চৰকাৰ আগতকৈও বেছি নিষ্ঠুৰ হৈ পৰিল। মহাত্মা গান্ধীকে ধৰি কংগ্ৰেছৰ সকলো নেতাকে জেলত ভৰোৱাই নহয়, সমগ্ৰ ভাৰততে কংগ্ৰেছ কমিটিৰ সৰ্বমুঠ পুঁজি আৰু কংগ্ৰেছ নেতাসকলৰ ব্যক্তিগত পুঁজি আৰু সম্পত্তিও বাজেয়াপ্ত কৰা গ'ল। নিজৰ সকলো সা-সম্পত্তি হেৰুৱা আৰু পৰিয়ালবৰ্গক উপবাসলৈ ঠেলি দিয়াৰ ভয় স্বাধীনতাৰ বহু সেনানীৰ বাবে জেলবৰণ বা মৃত্যুতকৈও ভয়ংকৰ যেন হ'ল আৰু সময়ৰ মূৰত আন্দোলন অচল হৈ পৰিল।

কংগ্ৰেছ আন্দোলনৰ সাময়িক ব্যৰ্থতাৰ সুবিধা লৈ ব্ৰিটিছ চৰকাৰে কেইজনমান নিৰাপদ লোকক লৈ আকৌ এখন ঘূৰণীয়া মেজমেল পাতিলে আৰু ৰাজনৈতিক সংস্কাৰৰ আঁচনি প্ৰস্তুত কৰিলে, এই আঁচনি গভৰ্ণমেণ্ট অব্ ইণ্ডিয়া এক্ট্ নামে ব্ৰিটিছ পাৰ্লামেণ্টত 1935 চনত গৃহীত হ'ল। এই আইনমতে ৰাজ্যসমূহৰ সকলো বিভাগ আৰু কেন্দ্ৰীয় চৰকাৰত উদ্যোগ, বাণিজ্য, ৰেলৱে আদি কিছুমান বিভাগ নিৰ্বাচিত মন্ত্ৰীৰ হাতলৈ স্থানান্তৰ কৰাৰ ব্যৱস্থা কৰা হ'ল, যদিও ভাইচৰয় আৰু ৰাজ্যিক গভৰ্ণৰসকলৰ হাতত চূড়ান্ত বাধাদান সুৰক্ষিত ৰখা হ'ল। কেন্দ্ৰীয় প্ৰশাসনক ব্ৰিটিছ ভাৰত আৰু ভাৰতীয় স্বৈৰতান্ত্ৰিক ৰাজ্যসমূহৰ সংযুক্ত শাসন ব্যৱস্থা (Federation) বুলি গণ্য কৰা হ'ল, এই ৰাজ্যসমূহে কেন্দ্ৰীয় সদনৰ উচ্চ কক্ষলৈ শতকৰা চল্লিছ ভাগ আৰু নিম্ন কক্ষলৈ শতকৰা ত্ৰিছ ভাগ শাসক দলৰদ্বাৰা মনোনীত সদস্য পঠাব পৰাৰ ব্যৱস্থা ৰখা হ'ল।

নতুন আইন অনুসৰি 1937 চনত সাধাৰণ নিৰ্বাচন পতাৰ আগেয়ে কংগ্ৰেছে আনুষ্ঠানিকভাৱে নাগৰিক প্ৰতিৰোধ আন্দোলন স্থগিত কৰিলে আৰু চৰকাৰে কংগ্ৰেছ

নেতাসকলক জেলৰপৰা মুক্তি দিলে। নিৰ্বাচনত কংগ্ৰেছে বিৰাট সাফল্য লাভ কৰিলে। পাঁচখন প্ৰদেশত কংগ্ৰেছ দলে একক সংখ্যাগৰিষ্ঠতা লাভ কৰিলে আৰু বাকীবোৰত ই বৃহৎ বা দ্বিতীয় বৃহৎ একক দল হৈ পৰিল। কেইমাহমান বোৰোৱা-বোৰোৰ কৰি থকাৰ পিছত ই প্ৰাদেশিকভাৱত সংস্থাৰৰ পক্ষে কাম কৰিবলৈ ঠিক কৰিলে আৰু কেন্দ্ৰীয় চৰকাৰৰ বাবে কৰা প্ৰতিক্ৰিয়াশীল আঁচনিখন বিৰোধিতা কৰিলে। পাঁচখন প্ৰদেশত ই নিজৰ চৰকাৰ আৰু দুখনত সংখ্যাগৰিষ্ঠ দল হিচাপে সংযুক্ত চৰকাৰ গঠন কৰিলে।

জাতীয় কংগ্ৰেছৰ ইতিহাসত সীমিত ক্ষমতাৰে চৰকাৰৰ দায়িত্ব লোৱাৰ এই গুৰুত্বপূৰ্ণ ঘটনাৰ মিশ্ৰিত ফলাফল দেখা গ'ল। এফালে, ই কংগ্ৰেছ নেতাসকলক তেওঁলোকৰ প্ৰশাসনীয় ক্ষমতা প্ৰমাণ কৰাৰ সুযোগ দিলে, যাৰ তেওঁলোকে অতি সুব্যৱহাৰ কৰিলে আৰু বহুগুণ সদস্য সংখ্যা বঢ়াই দলৰ প্ৰভাৱ বিস্তৃত কৰিলে। আনহাতে, ই কিছুদূৰ কংগ্ৰেছক তাৰ পূৰ্ণস্বাধীনতা আৰু সাম্প্ৰদায়িক সম্প্ৰীতিৰ লক্ষ্যৰপৰা আঁতৰাই আনিলে, তাৰ ফলত সংখ্যালঘু, বিশেষকৈ, মুছলমানসকল কংগ্ৰেছৰপৰা কিছু বিচ্ছিন্ন হৈ পৰিল। স্পষ্টতঃ ইয়াৰ কাৰণ আছিল এয়ে যে প্ৰবলভাৱে বাঢ়ি অহা নতুন সদস্যসকলৰ বেছিভাগেই কংগ্ৰেছৰ মূলনীতিৰ লগত সম্পূৰ্ণ একমত নাছিল, কিন্তু মাত্ৰ ক্ষমতাৰ চিক্‌মিকনিৰদ্বাৰা আকৰ্ষিত হৈছিল আৰু এওঁলোকে কংগ্ৰেছৰ পুৰণি চৰিত্ৰ ভঙ্গ পেলাই এক সংৰক্ষণশীল আৰু সাম্প্ৰদায়িক প্ৰভাৱেৰে দলৰ বৰণ যথেষ্ট পৰিমাণে সলনি কৰি তুলিলে। পুৰণ সদস্যসকলৰ অনেক সংখ্যকেই দল ত্যাগ কৰিলে, কিছুমানে বাওপন্থী দলবোৰত যোগ দিলে আৰু বেছিভাগ মুছলমানেই মুছলিম লীগলৈ গ'ল।

বহু বছৰ ধৰি ছেড' পাৰ্টি (Shadow Party) হিচাপেই থাকি থকা মুছলিম লীগৰ একমাত্ৰ গুৰুত্বপূৰ্ণ উপাদান আছিল ইয়াৰ আজীৱন সভাপতি মহম্মদ আলী জিন্না, কিন্তু কংগ্ৰেছৰ প্ৰতি হোৱা বিৰূপ প্ৰতিক্ৰিয়াৰ সুযোগ এতিয়া লীগে গ্ৰহণ কৰিলে। কংগ্ৰেছৰ প্ৰতি হোৱা এনে প্ৰতিক্ৰিয়াৰ কাৰণ অংশতঃ আছিল এই দলৰ নতুন সাম্প্ৰদায়িক মনোভাৱ; কিন্তু প্ৰধানতঃ আছিল জমিদাৰীৰ কুপ্ৰথা নিৰ্মূল কৰিবলৈ দলে লোৱা আঁচনি। কিয়নো কিছুমান প্ৰদেশত মুছলমান মধ্যবিত্ত শ্ৰেণীয়ে এই প্ৰথাৰ ওপৰত জীৱন নিৰ্বাহৰ বাবে নিৰ্ভৰ কৰিছিল। লীগেই এটা পূৰ্ণপৰ্য্যায়ৰ সু-সংগঠিত ৰাজনৈতিক দললৈ উন্নীত হৈ আৰু ব্ৰিটিছ চৰকাৰৰ আৰু দেশৰ প্ৰতিক্ৰিয়া-

শীল শক্তিবোৰৰ সমৰ্থন লাভ কৰি মুছলিম লীগে বৃহৎসংখ্যক মুছলমানৰ মাজত বিভাজনমুখী মনোভাব প্ৰচাৰ কৰিব ধৰিলে আৰু শেষত লেগেই মুছলমান সংখ্যাগৰিষ্ঠ প্ৰদেশ কেইখনক লৈ এখন পৃথক সাৰ্বভৌম ৰাষ্ট্ৰ হিচাপে পাকিস্তান গঠনৰ দাবী লৈ পৰ্য্যবসিত হ'ল। পিছত আমি দেখুৱাম যে যি সাংস্কৃতিক বিভাজনবাদে বহুকাল ধৰি কাম কৰি আছিল আৰু মাত্ৰ সাময়িকভাৱেহে জাতীয় মুক্তি আন্দোলনৰ উৎসাহত তল পৰি গৈছিল এই দাবী তাৰ ৰাজনৈতিক ফলশ্ৰুতি আছিল।

1939 চনত কংগ্ৰেছ দল আৰু ইয়াৰ প্ৰাদেশিক চৰকাৰসমূহে দ্বিতীয় বিশ্ব যুদ্ধ সম্পৰ্কে এক স্পষ্ট মনোভংগি গ্ৰহণ কৰাৰ সমস্যাৰ সন্মুখীন হ'ল। সকলো কংগ্ৰেছ সদস্যই একমতে স্বৈৰাচাৰবাদক গৰিহণা দিলে আৰু গণতান্ত্ৰিক স্বাৰ্থৰ প্ৰতি সহমত প্ৰকাশ কৰিলে। কিন্তু ব্ৰিটিছ চৰকাৰৰ যুদ্ধ প্ৰচেষ্টাৰ লগত সহযোগিতাৰ প্ৰশ্ন আৰু সহযোগিতাৰ চৰ্ত সম্পৰ্কে মতভেদে দেখা দিলে। মহাত্মা গান্ধীৰ মত আছিল যে কংগ্ৰেছে ইয়াৰ ৰাজনৈতিক দাবীসমূহ স্থগিত ৰাখিব লাগে আৰু ব্ৰিটেইন আৰু ইয়াৰ মিত্ৰপক্ষক সম্পূৰ্ণ নৈতিক সমৰ্থন দিব লাগে, কিন্তু যুদ্ধ প্ৰচেষ্টাত কোনো ব্যৱহাৰিক অৰ্থত অংশ গ্ৰহণ কৰিব নালাগে, কিয়নো ই অহিংস চেতনাৰ বিৰুদ্ধে। কিছুমানে ভাবিলে যে কংগ্ৰেছে নিজৰ দাবী হেঁচা দি ধৰিবলৈ এই সুযোগ গ্ৰহণ কৰা উচিত আৰু যদি দাবীসমূহ পূৰণ হয়, তেন্তে কেৱল নৈতিক নহয়, সম্পূৰ্ণ ব্যৱহাৰিক সমৰ্থন মিত্ৰপক্ষক দিব লাগে, কিয়নো কংগ্ৰেছে অহিংসাক কেৱল আভ্যন্তৰীণ ৰাজনৈতিক সংগ্ৰামৰ নীতি হিচাপেহে গ্ৰহণ কৰিছে, বহিঃআক্ৰমণৰ সন্মুখতো মানি চলিবলগীয়া কোনো বিশ্বাস হিচাপে নহয়। বেছিভাগ সদস্যই দুই মতৰ মাজত আৱৰ্তিত হৈ আছিল।

এই অসুবিধাজনক পৰিস্থিতিৰ পৰিসমাপ্তি ঘটাবলৈ সকলোবোৰ প্ৰদেশতে কংগ্ৰেছ মন্ত্ৰীসভাবোৰে পদত্যাগ কৰিলে, কিন্তু চৰকাৰৰ বাবে অস্বস্তি সৃষ্টি কৰিব পৰা বা ইয়াৰ যুদ্ধ প্ৰচেষ্টাত ব্যাঘাত জন্মাব পৰা কোনো পদক্ষেপ গ্ৰহণ কৰাৰপৰা কংগ্ৰেছ দল আঁতৰি থাকিল। পিছত, মহাত্মা গান্ধীয়ে দিয়া উপদেশৰ বিপৰীতে অবিলম্বে এটা সাময়িক জাতীয় চৰকাৰ গঠন কৰাৰ আৰু যুদ্ধৰ পিছত ভাৰতবৰ্ষক সম্পূৰ্ণ স্বাধীনতা দিয়াৰ চৰ্তত দলে ব্ৰিটিছ চৰকাৰৰ লগত সহযোগিতা কৰাৰ প্ৰস্তাৱ আগবঢ়ালে। এই প্ৰস্তাৱ চৰকাৰে উপেক্ষা কৰিলে আৰু একেসময়তেই যুদ্ধৰ সময়ত নাগৰিক স্বাধীনতা খৰ্ব কৰাৰ প্ৰতিবাদত মহাত্মা গান্ধীয়ে পূৰৰ আৰম্ভ কৰা ব্যক্তিগত প্ৰতীক নাগৰিক প্ৰতিৰোধো

উপেক্ষিত হ'ল।

1942 চনৰ আৰম্ভণিতে যেতিয়া জাপানে ব্ৰহ্মদেশ আৰু মালয় দখল কৰিলে আৰু ভাৰতবৰ্ষ আক্ৰমণ কৰাৰ ভাবুকি দিলে, তেতিয়া আমেৰিকাৰ ৰাষ্ট্ৰপতি ৰুজভেল্টৰ পৌন পুনিক উপদেশ অনুসৰি ব্ৰিটিছ চৰকাৰে চাৰ ষ্টাফ'ৰ্ড ক্ৰিপ্‌ছক ভাৰতলৈ পঠালে; উদ্দেশ্য, প্ৰধান ৰাজনৈতিক দল কেইটাৰপৰা লোৱা ভাৰতীয় মন্ত্ৰীৰ হাতলৈ প্ৰতিৰক্ষাৰ বাহিৰে বাকী সকলো বিভাগ হস্তান্তৰ কৰা সম্পৰ্কে ৰাজনৈতিক দলবোৰৰ লগত আলোচনা কৰা। যুদ্ধৰ পিছত ভাৰতৰ বাবে ডমিনিয়ন পৰ্য্যায়ৰো প্ৰতিশ্ৰুতি দিয়া হ'ল। এই প্ৰস্তাৱে কংগ্ৰেছ আৰু মুছলিম লীগৰ সঁহাৰি লাভ কৰিছিল যদিও প্ৰথমে মহাত্মা গান্ধীয়ে আৰু অৱশেষত সকলো ইয়াক প্ৰত্যাখান কৰিলে।

মহাত্মা গান্ধীয়ে বিশ্বাস কৰিছিল যে ব্ৰিটিছে নিজে জাপানী আক্ৰমণৰ বিৰুদ্ধে ভাৰতক ৰক্ষা কৰিব পাৰিব বুলি নাভাবে, তেওঁ যুক্তি দিছিল যে ব্ৰিটিছে এৰি দিলে জাপানে ভাৰতক আক্ৰমণ নকৰে। আৰু যদি কৰেও, স্বাধীনতাৰ প্ৰেৰণাৰে উদ্দীপ্ত ভাৰতীয়সকলে তেওঁলোকৰ লগত অসহযোগিতা কৰি তেওঁলোকক বাধাদান কৰিব।

1942 চনৰ আগষ্টত তেওঁ কংগ্ৰেছৰদ্বাৰাই ব্ৰিটিছ চৰকাৰক 'ভাৰত ত্যাগ' কৰিবলৈ আৰু নকৰিলে সমগ্ৰ দেশ ব্যাপী অসহযোগ আন্দোলন আৰম্ভ কৰিবলৈ এটা প্ৰস্তাৱ লোৱালে। মহাত্মাই ভাইচৰয়ক দেখা কৰি তেওঁৰ লগত কথা পাতিবলৈ নৌ-পাওঁতেই তেওঁকে ধৰি মুখ্য কংগ্ৰেছ নেতাসকলক বন্দী কৰি জেললৈ পঠোৱা হ'ল। দায়িত্বশীল নেতাসকলৰ নেতৃত্বৰপৰা বঞ্চিত হোৱাত আৰু একনিষ্ঠ, দেশপ্ৰেমিক অথচ তৰুণ আৰু অসতৰ্ক বাঁওপন্থী নেতৃত্ব-প্ৰত্যাশীসকলৰ তীব্ৰ আহ্বানত দেশৰ ইমূৰৰপৰা সিমূৰলৈ জ্বলি উঠিল। উন্মত্ত জনতাৰ নিন্দনীয় আইন বিৰোধী অপ্ৰীতিকৰ ঘটনাৱলী তাতোকৈও নিন্দনীয় কঠোৰভাৱে চৰকাৰে দমন কৰিলে আৰু সমগ্ৰ ভাৰতত শ্মশানৰ শান্তি বিয়পি পৰিল।

দ্বিতীয় বিশ্বযুদ্ধ শেষ হোৱাৰ পিছত শ্ৰমিক-পাৰ্টি চৰকাৰৰ নেতৃত্বত বৃটিছ পাৰ্লামেণ্টে ভাৰত সমস্যাৰ এটা ন্যায়সঙ্গত আৰু যুক্তিসংগত সমাধান উলিওৱাৰ আন্তৰিক চেষ্টাত এক উদাৰ আৰু ৰাষ্ট্ৰনায়কোচিত নীতি গ্ৰহণ কৰিলে। ভাৰত-বিষয়ক ৰাষ্ট্ৰসচিব লৰ্ড পেথিক্‌ লৰ্‌ঞ্চ, চাৰ ষ্টাফ'ৰ্ড্‌ ক্ৰিপ্‌ছ আৰু মিঃ আলেক্‌জেণ্ডাৰক লৈ গঠিত এক ব্ৰিটিছ কেবিনেট আয়োগক ভাৰতৰ প্ৰধান ৰাজনৈতিক দলসমূহৰ লগত আলোচনাক্ৰমে ক্ষমতা হস্তান্তৰৰ এক সৰ্বসন্মত আঁচনি স্থিৰ কৰিবলৈ ভাৰতলৈ পঠোৱা

হ'ল। শীঘ্ৰেই দেখা গ'ল যে সমস্যা সমাধানৰ পথত একমাত্ৰ বাধা হ'ল পৃথক ৰাষ্ট্ৰৰ বাবে মুছলিম লীগৰ দাবী, কংগ্ৰেছৰ অবিভক্ত স্বাধীন ভাৰতৰ দাবীৰ লগত ইয়াক মিলাব-লগীয়া হৈছিল। ভাৰতীয় নেতাসকলৰ আগত কেবিনেট্ আয়োগে দাঙি ধৰা আপোচ-মূলক প্ৰস্তাৱটো হ'ল যে মুছলমান আৰু হিন্দু সংখ্যাগৰিষ্ঠ প্ৰদেশসমূহৰ স্বায়ত্ত-শাসিত গোষ্ঠী দুটাক এখন শিথিল যুক্তৰাষ্ট্ৰ হিচাপে গঠন কৰি তাক মূল ৰাষ্ট্ৰৰপৰা ওলাই অহাৰ অন্তৰ্নিহিত অধিকাৰ সহ অবিলম্বে ব্ৰিটিছ ডমিনিয়ন পৰ্য্যায় দিয়া হওক। প্ৰথমে প্ৰস্তাৱটোক স্বাগতম জনোৱা হ'ল আৰু আপোচৰ সম্ভাৱনা দেখা গ'ল। কিন্তু পূৰ্ববৰ্তী দহবছৰ ধৰি ব্ৰিটিছ চৰকাৰে আসৈ দি অহা বিভাজনকামী মনোভাৱ আৰু দেশৰ ভিতৰতে গুপ্ত স্বাৰ্থ ই ছেওঁলোকৰ বিৰতিহীন ঘৃণাৰ প্ৰচাৰেৰে এক নিৰন্তৰ ৰক্তাক্ত সংঘৰ্ষ আৰম্ভ কৰিলে আৰু তিক্ততা আৰু বিশ্বাসহীনতাৰ পৰিবেশ তৈয়াৰ কৰিলে তাৰ ফলত যুক্তিসংগত চিন্তা অসম্ভৱ হৈ পৰিল। ভাৰতৰ বিভিন্ন ঠাইত চলি থকা হিংসাত্মক সংঘৰ্ষৰ মাজতো শান্তিৰ বাবে চলোৱা আলোচনা স্বাভাৱিকতে ব্যৰ্থ হৈ গ'ল। ঘটনা তৰংগ শীৰ্ষবিন্দুলৈ যাবলৈ ধৰাত আৰু শান্তি ৰক্ষাৰ বাবে ব্ৰিটিছ চৰকাৰ থাকি যোৱাৰ যুক্তিসম্মত অজুহাত এৰোৱাৰ সম্ভাৱনাত দেশ-বিভাজনৰ চিন্তা ঢোকটো গিলিবলগীয়াত পৰিল আৰু ভাৰতবৰ্ষক দুভাগত ভাগ কৰাৰ সিদ্ধান্ত লোৱা হ'ল—পূৰ্ববংগ, সিন্ধুপ্ৰদেশ, বেলুচিস্তান, উত্তৰ-পশ্চিম সীমান্ত প্ৰদেশ আৰু পশ্চিম পঞ্জাবক লৈ পাকিস্তান নামেৰে এটা ভাগ আৰু দেশৰ বাকী অংশৰে আনটো ভাগ। এই দুই ভাগক যথাক্ৰমে 1947 চনৰ চৌদ্ধ আৰু পোন্ধৰ আগষ্টত স্বাধীন ব্ৰিটিছ ডমিনিয়ন হিচাপে ঘোষণা কৰাৰ সিদ্ধান্ত হ'ল। এনেকৈয়ে ভাৰতবৰ্ষই দীৰ্ঘকাল ধৰি দেখা স্বাধীনতাৰ স্বপ্ন অৱশেষত বাস্তৱত ৰূপায়িত হ'ল। ভাৰতবৰ্ষই প্ৰাণ লৈ দাসত্বৰপৰা মুক্তি পালে যদিও ইয়াৰ শৰীৰৰ দুটা অংগ হেৰুৱাবলগীয়া হ'ল। এখন সংবিধান ৰচনা কৰি 1948 চনৰ শেষত সাংবিধানিক সভাত গ্ৰহণ কৰা হয় আৰু ই 1950 চনৰ ছাব্বিছ জানুৱাৰী তাৰিখৰপৰা বলবৎ হয়। ভাৰতবৰ্ষ এখন সাৰ্বভৌম গণতান্ত্ৰিক গণৰাজ্য হ'ল, কিন্তু ই তেতিয়াৰপৰাই কমনৱেল্থৰ যোগেদি ব্ৰিটিছৰ লগত এক আনুষ্ঠানিক সম্পৰ্ক ৰক্ষা কৰি আছিছে।

## II

ভাৰতৰ স্বাধীনতা সংগ্ৰামৰ শেষ পৰ্য্যায়ৰ এই চমু পৰ্য্যালোচনাত আমি দেখিছো যে সংখ্যাগৰিষ্ঠ আৰু বৃহত্তম সংখ্যালঘিষ্ঠ সম্প্ৰদায়ৰ মাজৰ সম্পৰ্ক তিনিটা বিভিন্ন স্তৰ

মাজেৰি পাৰ হৈছিল 1918 চনৰ আৰু 1928 চনৰ মাজৰ প্ৰথম স্তৰটো আছিল প্ৰায় সম্পূৰ্ণ ৰাজনৈতিক ঐক্যৰ, 1928 আৰু 1937 চনৰ মাজৰ দ্বিতীয় স্তৰটো আছিল ক্ৰমবৰ্ধিত দ্বন্দ্বৰ আৰু কংগ্ৰেছে সাতখন প্ৰদেশত ক্ষমতা দখল কৰাৰ সময়ছোৱা। আৰু হোৱা তৃতীয় স্তৰটো হ'ল প্ৰধানকৈ উচ্চ আৰু মধ্য শ্ৰেণীৰ মুছলমানক প্ৰতিনিধিত্ব কৰা মুছলিম লীগ আৰু তেওঁলোকে অযৌক্তিকভাৱে হিন্দু সংগঠন বুলি অভিযোগ কৰা কংগ্ৰেছ দলৰ মাজত প্ৰকাশ্য শত্ৰুতা।

আমি ইতিমধ্যে স্বীকাৰ কৰিছো যে মুছলিম লীগ আৰু কংগ্ৰেছৰ মাজত বিচ্ছেদ ঘটাৰ প্ৰধান কাৰণ হ'ল কংগ্ৰেছৰ ভূমি নীতিয়ে কেইখনো প্ৰধান প্ৰদেশত উচ্চ আৰু মধ্য শ্ৰেণীৰ মুছলমানৰ স্বত্ব স্বাৰ্থৰ প্ৰতি লক্ষ্য কৰা আঘাত। কিন্তু বিশেষ ধনীয়া শ্ৰেণীৰ মুছলমানৰ অৰ্থনৈতিক স্বাৰ্থ এই বিভাজনমুখী নীতিয়ে হানি কৰে, তেনে স্বল্প-সংখ্যক মুছলমানকো লীগে নিজৰ ফালে নৈ যোৱা ঘটনাটো এই অৰ্থনৈতিক তত্ত্বৰ সহায়ত ব্যাখ্যা কৰিব নোৱাৰি। ধৰ্মীয় মতান্ধতা অৱশ্যেই ইয়াত উপস্থিত আছিল, কিন্তু মধ্য প্ৰাচ্যৰ মুছলমান ৰাষ্ট্ৰৰ লগত কৰা তুলনাই দেখুৱাইছে যে কেৱল ধৰ্মীয় মতান্ধতাই মুছলমানক অমুছলমানৰ লগত সম্প্ৰীতিৰে বাস কৰা বা কাম কৰাত বাধা দিয়াৰ বাবে উপযুক্ত কাৰণ নহয়।

হিন্দু আৰু মুছলমানৰ মাজৰ যি অসূয়াৰ মাৰাত্মক ফলস্বৰূপে ভাৰতৰ বিভাজন হ'ল তাৰ বীজ হিন্দু আৰু মুছলমান সম্প্ৰদায়ৰ ভিতৰৰে সংস্কাৰ আন্দোলনৰ সংস্কৃতিৰ বিভাজনবাদী মনোভংগিৰ মাজত নিহিত আছিল। এই আন্দোলনবোৰ মোগল সাম্ৰাজ্যৰ অধঃপতনৰ যুগত আৰম্ভ হৈছিল, ইয়াৰ লক্ষ্য আছিল ৰাজনৈতিক বিশৃংখলাৰ অংশত কাৰণ আৰু অংশতঃ ফলৰূপে দেখা দিয়া নৈতিক অৱক্ষয়ৰপৰা জনসাধাৰণক উদ্ধাৰ কৰা পিছত বাণিজ্যিক অভিযানৰ যোগেদি ভাৰতলৈ অহা পাশ্চাত্য সংস্কৃতিৰ বিৰুদ্ধে প্ৰতিক্ৰিয়াদ্বাৰা এই আন্দোলনবোৰ অধিক শক্তিশালী হৈ উঠিল। ঊনৈশ শতিকাৰ দ্বিতীয় চতুৰ্থাংশত ঔপনিৱেশিক ইংৰাজী সংস্কৃতিৰ বৰ্ধিত প্ৰভাৱে [illegible] হিন্দু আৰু মুছলমানক সচকিত কৰি তুলিলে। তেওঁলোকৰ কিছুমানে বিশেষকৈ মুছলমান ধৰ্মনেতাই যুক্তিসম্মতভাৱে ভাবিছিল যে ইংৰাজী সংস্কৃতিৰ আগ্ৰাসনে [illegible] তেওঁলোকৰ নৈতিক আৰু আধ্যাত্মিক প্ৰতিৰোধ শক্তিক পঙ্গু, দুৰ্বল কৰি তুলিছে। তেওঁলোকে তেওঁলোকৰ ধৰ্মীয় আৰু সাংস্কৃতিক চেতনাৰ মূল উৎসসমূহলৈ ঘূৰি চাই আছিল আৰু তাৰপৰাই নতুন শক্তি আৰু প্ৰেৰণা আহৰণ কৰিব বিচাৰিছিল। এই

কামত তেওঁলোক সফল হ'ল। কিন্তু দূৰ অতীতলৈ তেওঁলোকৰ মনটোক ঘূৰাই পঠোৱাৰ অশুভ ফল হ'ল এয়ে যে নিকট অতীত আৰু তাৰ যথেষ্ট মূল্যবান ঐতিহ্য হিন্দুস্থানী সংস্কৃতিয়ে তেওঁলোকৰ চকুত তাৎপৰ্য্য হেৰুৱালে। সময়ৰ মূৰত মোগল সাম্ৰাজ্যৰ উত্থানৰ কালত হিন্দু আৰু মুছলমান উপাদানৰ মিশ্ৰণৰ ফলত যি এক উমৈহতীয়া সংস্কৃতিৰ বিবৰ্তন হৈছিল তাক মাত্ৰ এমুঠিমান হিন্দু আৰু মুছলমানৰ বাহিৰে সকলোৱে পৰিত্যাগ কৰি পেলালে। আমি এইবোৰ সংস্কাৰ আৰু পুনৰুত্থান আন্দোলনৰ এটা চমু পৰ্য্যালোচনা কৰিম যাতে তাৰদ্বাৰা ভাৰতৰ বৰ্তমান সংস্কৃতিৰ অৱস্থা বুজাত সহায় হয়।

আমি দেখিলো যে যেতিয়া মুছলমানসকল ভাৰতলৈ আহিছিল, তেওঁলোকৰ সাধাৰণ, সাংস্কৃতিক আৰু ধৰ্মীয় জীৱন ইছলামে নিৰ্দ্দেশ কৰা পথৰপৰা তেতিয়াই যথেষ্ট পৰিমাণে আঁতৰি গৈছিল। প্ৰধানতঃ মুছলমান ধৰ্মনেতাসকলৰ অধঃপতনৰ কাৰণে এই দূৰত্ব ক্ৰমে বাঢ়ি যাবলৈ ধৰিলে, এই নেতাসকলৰ বেছিভাগেই ৰাজসভাৰ সদস্য হৈ ক্ষমতা আৰু অৰ্থৰ লোভত গোপন আঁচনি আৰু ষড়যন্ত্ৰ আদিত লিপ্ত হৈছিল আৰু ধৰ্মগুৰু বা আধ্যাত্মিক নেতা হিচাপে তেওঁলোকৰ কৰ্তব্য সম্পূৰ্ণ আওহেলা কৰিছিল।

মুছলমান সমাজৰ ধৰ্মীয় আৰু নৈতিক সচেতনতা পুনৰ জাগ্ৰত কৰিবৰ বাবে প্ৰথম প্ৰচেষ্টা চলায় ৰাজসভাৰ প্ৰভাৱমুক্ত দুজন মুছলমান ধৰ্মনেতাই, সপ্তদশ শতিকাৰ আৰম্ভণিত চাৰহিন্দৰ মৌলানা শেখ্ আহমেদে (1564-1624) অলসতা অকৰ্ম্মণ্যতা আৰু অপ্ৰথাগত বিশ্বাসৰ সৃষ্টি কৰা একবাদী (Monistic) পথৰপৰা মুছলমান ৰহস্যবাদক অধিক গোড়া পথৰকাললৈ নিবলৈ চেষ্টা কৰিছিল। তেওঁ সাধাৰণ মানুহ আৰু ৰাজসভাৰ ডাঙৰীয়াসকলক ইছলামিক ধৰিয়া অনুসৰি এক গঠিত আৰু বাহুল্যবৰ্জিত জীৱন-যাপন কৰিবলৈ আহ্বান জনালে। সম্ৰাট জাহাংগীৰৰ আগত আঁঠুলৈ সেৱা জনাবলগীয়া ৰাজসভাৰ বিধি উপেক্ষা কৰি তেওঁ তেওঁৰ স্বাতন্ত্ৰ্য প্ৰমাণ কৰিছিল, যদিও তাৰ বাবে তেওঁ জেল বৰণ কৰিব লগা হয়। দিল্লীৰ মৌলানা শাহ আব্দুল হকে (1551-1642) ধৰ্মগুৰুৰ ঐতিহ্যৰ অধ্যয়ন জনপ্ৰিয় কৰি ভাৰতীয় মুছলমানসকলক ইছলামী শিক্ষাৰ উৎসৰ ওচৰলৈ আনিছিল।

কিন্তু চুন্নী মুছলমানসকলৰ মাজত ধৰ্মীয় সংস্কাৰৰ আন্দোলনৰ প্ৰতি আটাইতকৈ ডাঙৰ অৱদান আছিল শাহ্ ৱালি উল্লাহ্ আৰু তেওঁৰ পৰিয়ালৰ। শাহ্ ৱালি উল্লাহ নিজে কোৰাণ শুদ্ধ পাৰ্চী ভাষালৈ অনুবাদ কৰি আৰু কোৰাণ সম্পৰ্কীয় অধ্যয়নৰ ওপৰত

কেইবাখনো কিতাপ লিখি মুছলমানসকলক পুনৰ ইছলামৰ উৎসাভিমুখে লৈ গৈছিল। তেওঁৰ সাহিত্যিক কৃতি তেওঁৰ বিখ্যাত পুত্ৰসকলে, বিশেষকৈ শাহ্ আব্দুল আজিজে অব্যাহত ৰাখিছিল। শাহ্ আব্দুল আজিজে প্ৰস্তাৱ কৰা সংস্কাৰসমূহৰ বাস্তৱায়নৰ বাবে তেওঁৰ উপযুক্ত শিষ্য বেৰিলীৰ মৌলানা চৈয়দ আহমেদ, তেওঁৰ দোঁৱাৰেক মৌলানা আব্দুল হাই আৰু তেওঁৰ ভতিজাক মৌলবী মহম্মদ ইছমাইলে চেষ্টা কৰিছিল। এই তিনিজন বিপ্লবী-সংস্কাৰকে এদল সশস্ত্ৰ স্বেচ্ছাসেৱক বাহিনীৰ সহায়ত শিখ ৰাজশক্তিৰ হাতৰপৰা পশ্চিম-পঞ্জাব আৰু উত্তৰ পশ্চিম সীমান্ত অঞ্চল এক আদৰ্শ ইছলামী ৰাষ্ট্ৰ তৈয়াৰ কৰাৰ উদ্দেশ্যে কাঢ়ি লৈছিল। কিন্তু পাঠানসকলৰ লগত মতবিৰোধ হোৱাত এওঁলোকৰ শক্তি কমি গ'ল আৰু কেইবছৰমান পাছত বালাকোটত শিখসকলৰ হাতত তেওঁলোক পৰাস্ত হ'ল। মৌলানা চৈয়দ আহমেদ আৰু মৌলবী মহম্মদৰ যুদ্ধ ক্ষেত্ৰতে পতন ঘটিল আৰু ইছলামী ৰাষ্ট্ৰটো পৰিসমাপ্তি হ'ল।

কিন্তু শাহ্ ৱালি উল্লাহ আৰু তেওঁৰ পুতেকসকলে আৰম্ভ কৰা শুদ্ধ সামাজিক আৰু ধৰ্মীয় সংস্কাৰৰ আন্দোলনে অধিক সাফল্য লাভ কৰিছিল। একসংখ্যক মুছলমানে তেওঁলোকৰ কুসংস্কাৰাচ্ছন্ন বিশ্বাস আৰু বিলাসী অভ্যাস পৰিত্যাগ কৰি ইছলামৰ আদি স্তৰৰ মুছলমানৰ দৰে পৱিত্ৰ আৰু সৰল জীৱন-যাপন কৰিবলৈ লৈছিল।

1857 চনৰ পিছত পাশ্চাত্য সংস্কৃতিৰ ক্ৰমবৰ্দ্ধমান প্ৰভাৱে প্ৰথাগত ধৰ্মৰ প্ৰতি কঢ়িয়াই অনা বিপদৰ সম্ভাৱনাত এই নৈতিক আন্দোলন আৰু বেছি তীব্ৰতৰ কৰা হ'ল। 1868 চনত প্ৰতিষ্ঠিত দেওবন্দৰ বিদ্যালয়ত শিক্ষা লাভ কৰা ধৰ্মভাৱাপন্ন মুছলমান তৰুণ পুৰুষৰ মনত ইংৰাজী সংস্কৃতি আৰু চৰকাৰৰ প্ৰতি তীব্ৰ বিৰুদ্ধতা সুমুৱাই দিয়া হ'ল। নানোটাৰ মৌলানা মহম্মদ কাছিম আৰু শাহ্ ৱালি উল্লাহৰ পন্থাৰ কিছুমান ধৰ্মনেতাই স্বাধীনতা আৰু শিক্ষাৰ কেন্দ্ৰ হিচাপে দেওবন্দৰ স্কুলৰ প্ৰতিষ্ঠা কৰিলে। আৰম্ভণিৰেপৰা দেওবন্দৰ শিক্ষক আৰু ছাত্ৰসকলৰ মনত থকা ৰাজনৈতিক স্বাধীনতাৰ অনুভূতি মৌলানা মহম্মদ উল্-হাছানৰ গতিশীল ব্যক্তিত্বই এক তীব্ৰ আবেগলৈ ৰূপান্তৰিত কৰিলে, এওঁক ব্ৰিটিছ চৰকাৰে দেশৰপৰা বহিষ্কাৰ কৰি বহুবছৰ ধৰি মাল্টাত বন্দী কৰি ৰাখিছিল। স্বাধীনতা আন্দোলনৰ আন এজন বিখ্যাত গুৰি ধৰোঁতা আছিল মৌলানা শিব্লি। কিন্তু মুছলমান ধৰ্মীয় শ্ৰেণীটোৰ অস্পষ্ট অথচ তীব্ৰ ৰাজনৈতিক চেতনাক এটা নিৰ্দিষ্ট ৰূপ আৰু গতি দিয়ে মৌলানা আবুল কালাম আজাদৰ নেতৃত্বই, এওঁ কংগ্ৰেছৰ লগতে কৰা মুছলমান শ্ৰেণীটোৰ

মিত্ৰতা মুছলিম লীগ সৃষ্ট সাম্প্ৰদায়িক হিংস্ৰ উত্তেজনাৰ উত্তাল দিনবোৰতো তিষ্ঠি আছিল আৰু লীগৰ প্ৰচণ্ড আক্ৰমণ সহ্য কৰিব পাৰিছিল।

দেওবন্দৰ জন্মৰ কেইবছৰমান পিছত আন এজন মহান মুছলমান সংস্কাৰক চাৰ চৈয়দ আহমদ খানে আধুনিক পাশ্চাত্য শিক্ষাৰ বাবে আলিগড় কলেজ স্থাপন কৰিলে। দুয়োটা অনুষ্ঠানৰেই লক্ষ্য আছিল মুছলমান সম্প্ৰদায়ৰ সংস্কাৰ, কিন্তু দুয়োটাৰে সংস্কাৰৰ ধাৰণা পৃথক আছিল। দেওবন্দৰ আছিল ইছলামৰ আদি কাললৈ ঘূৰি যোৱাৰ অস্পষ্ট, অনিশ্চিত আদৰ্শবাদী লক্ষ্য, কিন্তু আলিগড়ৰ লক্ষ্য আছিল বৰ্তমানৰ বস্তুগত পৰিবেশৰ লগত আপোচ কৰাৰ স্পষ্ট, বাস্তৱবাদী, সীমিত লক্ষ্য।

কিন্তু আমি যেতিয়া আলিগড় আৰু ইয়াৰ লগত জড়িত আন্দোলনৰ কথা কওঁ তেতিয়া আমি অৱশ্যেই চৈয়দ আহমদ খান আৰু তেওঁৰ সংযোগী নিঃস্বাৰ্থ আৰু একনিষ্ঠ সংস্কাৰকৰ সৰু দলটো আৰু তেওঁলোকৰ লগত আৰু যাৰ হৈ কাম কৰিছিল সেই বৃহৎসংখ্যক উচ্চ আৰু উচ্চ মধ্যবিত্ত মুছলমানসকলৰ মাজত পাৰ্থক্য ৰাখিব লাগিব। চৈয়দ আহমদ খান এজন উচ্চ মনৰ, সুশিক্ষিত সংস্কাৰক আৰু ৰাষ্ট্ৰনেতা আছিল যাৰ লক্ষ্য আছিল বিশাল আৰু উচ্চ, পাশ্চাত্য শিক্ষাৰ জৰিয়তে আধুনিক ভাৰতীয় মনক তেওঁ মধ্যযুগীয় পশ্চাৎমুখীতাৰপৰা আধুনিক যুগৰ নতুন পোহৰলৈ লৈ যাব খুজিছিল আৰু পাশ্চাত্য আৰু হিন্দুস্থানী সংস্কৃতিৰ শ্ৰেষ্ঠ উপাদান-সমূহৰ মিশ্ৰণেৰে এক নতুন সংস্কৃতি নিৰ্মাণ কৰিব খুজিছিল। ৰাজনীতিৰ ক্ষেত্ৰত তেওঁৰ নীতি আছিল চৰকাৰৰ সৈতে চৰ্ত্ত-সাপেক্ষ, সহযোগিতা, যি হ'ব ভাৰতীয়ৰ জাতীয় আত্ম সন্মানৰ সৈতে সামঞ্জস্যপূৰ্ণ।

গাজীপুৰত তেওঁৰ ইংৰাজী স্কুল (1864) মোৰাদাবাদত পাৰ্চী স্কুল (1869) আৰু বিজ্ঞান-সমিতি (1868) হিন্দু আৰু মুছলমান উভয়ৰে বাবে আৰু উভয় সম্প্ৰদায়ৰ পূৰ্ণ সহযোগিতাৰে প্ৰতিষ্ঠা কৰা হৈছিল। কিন্তু বানাৰসত ন্যায় বিভাগৰ বিষয়া হিচাপে কাম কৰোঁতে তেওঁ অনুভৱ কৰিলে যে সম্প্ৰদায় হিচাপে হিন্দুসকল পুনৰুত্থানবাদী আবেগেৰে পূৰ্ণ হৈ উঠিছে আৰু সাৰ্বজনীন হিন্দুস্থানী সংস্কৃতিৰ ঠাইত হিন্দু সংস্কৃতি গ্ৰহণ কৰিবলৈ লৈছে। এই মনোভংগিৰ প্ৰতীকী প্ৰকাশ হ'ল 1867 চনত চৰকাৰী দপ্তৰ আৰু কাছাৰীবিলাকৰ উৰ্দু উঠাই দিয়াৰ সিদ্ধান্ত আৰু দেৱনাগৰী লিপিত সাহিত্যিক হিন্দী গ্ৰহণ কৰাৰ বাবে আৰম্ভ হোৱা আন্দোলন। তেওঁৰ হিন্দু বন্ধু-বৰ্গৰ লগত এই বিভাজনমুখী মনোভংগিৰ বিৰুদ্ধে ব্যৰ্থ তৰ্ক চলোৱাৰ পাছত তেওঁ

নিশ্চিত হ'ল যে সাংস্কৃতিক ক্ষেত্ৰত হিন্দু আৰু মুছলমানৰ ভিতৰত কোনো সহযোগিতা সম্ভৱ নহ'ব, তেওঁ তেওঁৰ সংস্কাৰধৰ্মী কাম-কাজবোৰ মুছলমান সম্প্ৰদায়ৰ মাজতে সীমাবদ্ধ ৰাখিবলৈ আৰু সহায় আৰু নিৰাপত্তাৰ বাবে চৰকাৰৰপৰা আশা কৰিবলৈ সিদ্ধান্ত কৰিলে।

বলকান উপদ্বীপ আৰু ত্ৰিপলিৰ যুদ্ধৰ সময়ত যেতিয়া মুছলিম খিলাফতৰ ভেটি তুৰস্ক জড়িত হৈ পৰিল, তেতিয়া আলিগড় কলেজৰ যথেষ্ট সংখ্যক ছাত্ৰৰ মনত এক ব্ৰিটিছ-বিৰোধী ঢৌ আৰু জাতীয় স্বাধীনতা আন্দোলনৰ কালে এক পক্ষপাতিত্ব গঢ়ি উঠিল আৰু কলেজ কৰ্তৃপক্ষই ইয়াক বাধা দিবলৈ লোৱা সকলো ব্যৱস্থা সত্ত্বেও ই ধীৰে-ধীৰে শক্তিশালী হ'বলৈ ধৰিলে।

মৌলানা মহম্মদ-উল্-হাচান, মৌলানা শিব্লি আৰু মৌলানা আবুল কালাম আজাদে ধৰ্মভাবাপন্ন লোকৰ মাজত জগাই তোলা জাগৰণৰ দৰেই হচ্‌ৰত মোহানীৰ ব্যক্তিগত উদাহৰণ, ইক্‌বালৰ কাব্যিক প্ৰেৰণা আৰু মৌলানা মহম্মদ আলিৰ প্ৰচাৰধৰ্মী প্ৰেৰণাই আধুনিক শিক্ষিত শ্ৰেণীৰ মুছলমানৰ মাজত জগাই তোলা সাধাৰণ ৰাজনৈতিক জাগৰণৰ এয়া আছিল এটা অংশমাত্ৰ। এই ঘটনাত সচকিত হৈ চৰকাৰে মুছলমানৰ 'অনুগত গোষ্ঠী' এটাক মুছলিম লীগ নামেৰে এক সংগঠন গঢ়িবলৈ উৎসাহ দি ইয়াত বাধা দিবলৈ চেষ্টা কৰিলে। সেই সময়ৰ ঘোৰ জাতীয়তাবাদী মহম্মদ আলি জিন্নাৰ সভাপতিত্বত মুছলিম লীগে যেতিয়া 1916 চনত জাতীয় কংগ্ৰেছৰ লগত এক বুজাপৰালৈ আহিল, তেতিয়াই শিক্ষিত মুছলমানসকলৰ ভিতৰৰ আনুগত্যবাদী আৰু জাতীয়তাবাদী এই দুইভাগৰ মাজত থকা সংঘৰ্ষত জাতীয়তাবাদীসকলৰ জয় হ'ল। পিছত যেতিয়া মহাত্মা গান্ধীৰ নেতৃত্বত কংগ্ৰেছে জিন্না আৰু মুছলিম লীগৰ কাৰণে অতিশয় বৈপ্লৱিক কাৰ্য্যসূচী এখন গ্ৰহণ কৰিলে, মৌলানা মহম্মদ আলিয়ে জাতীয়তাবাদী মুছলমানসকলক তেওঁৰ নতুন ৰাজনৈতিক সংগঠন খিলাফৎ কমিটিৰ অধীনত সম্মিলিত কৰিলে ( খিলাফৎ কমিটি পুণ্য নগৰ মক্কা আৰু মদিনা তুৰ্কী খিলাফতক ঘূৰাই দিয়াৰ দাবীত আন্দোলন কৰিবলৈ গঠন কৰা হৈছিল ) আৰু আলিগড় কলেজৰপৰা বহিষ্কৃত জাতীয়তাবাদী ছাত্ৰ আৰু শিক্ষকসকলক লৈ জামিয়া মিলিয়া নামৰ শিক্ষানুষ্ঠান প্ৰতিষ্ঠা কৰিলে। কিন্তু তেওঁৰ সৰ্বশ্ৰেষ্ঠ কীৰ্তি হ'ল দেওবন্দৰ গোড়া ধাৰ্মিক গোষ্ঠী আৰু আলিগড়ৰ ইংৰাজী শিক্ষিত গোষ্ঠীক প্ৰথমে খিলাফৎ কমিটিৰ অধীনত আৰু পাছত জাতীয় কংগ্ৰেছৰ লগত একেলগ কৰি তোলা; কংগ্ৰেছৰ লগত তেওঁলোকে সহযোগ

জাতি আৰু সকলো শ্ৰেণীৰপৰা অহা স্বাধীনতাৰ সৈনিকসকলৰ লগত কান্ধ মিলাই থিয় হৈছিল।

নৈষ্ঠিক আৰু আধুনিক শিক্ষিত মুছলমানসকলৰ মিলন ফলদায়ক হৈছিল আৰু দুয়োভাগৰে মনত এক নতুন প্ৰেৰণা সোমাইছিল। গোড়াসকলে নতুন সময়ৰ প্ৰয়োজন আৰু সমস্যা সম্পৰ্কে সচেতন হৈছিল আৰু সংগঠনৰ কৌশল শিকিব পাৰিছিল। আধুনিক সকলে কিছুপৰিমাণে ধৰ্মীয় সচেতনতা লাভ কৰিছিল আৰু তেওঁলোকৰপৰা সম্পৰ্ক বিচ্ছিন্ন হৈ পৰা জনসাধাৰণৰ লগত পুনৰ সংযুক্ত হৈছিল। একধৰ্মী সু সংহত সম্প্ৰদায় হিচাপে মুছলমানসকলৰ সু-সমন্বিতভাৱে চিন্তা আৰু কাম কৰাৰ ক্ষমতা আছিল আৰু 1920-22 চনৰ ভিতৰত স্বাধীনতাৰ যুদ্ধত অগ্ৰৱৰ্তী ভূমিকা লৈছিল। এই সময়ত এই সম্ভাৱনা দেখা গ'ল যে তেওঁলোকে হয়তো এতিয়া মুছলমানৰ সমস্ত বিশ্বজুৰি সন্মুখীন হ'বলগীয়া বিৰাট সমস্যাটোৰ প্ৰতি মনোযোগ দিব—ই হ'ল আধুনিক যুগৰ প্ৰয়োজন আৰু পৰিৱেশৰ লগত তেওঁলোকৰ ধৰ্মীয় আৰু সাংস্কৃতিক জীৱনৰ সামঞ্জস্য ঘটোৱা। কিন্তু দুৰ্ভাগ্যবশতঃ মুছলমানসকলৰ এই দুই শাখাৰ মাজৰ মিলন বেছিদিন স্থায়ী নহ'ল।

যি খিলাফৎ অনুষ্ঠানৰ সহায়ত সমগ্ৰ মুছলমান সম্প্ৰদায়ৰ ওপৰত তুৰ্কীয়ে তেওঁলোকৰ প্ৰভাৱ বিস্তাৰ কৰিছিল সেই অনুষ্ঠানটোকে বাতিল কৰিবলৈ তুৰ্কীসকলে সিদ্ধান্ত লোৱাত খিলাফৎ আন্দোলন হঠাৎ ভংগ হৈ গ'ল আৰু মুছলমানসকলৰ ভৰিৰ তলৰ খোপনি হেৰাই গ'ল, তেওঁলোকৰ মনোবলৰ ওপৰত ইয়াৰ মাৰাত্মক প্ৰভাৱ পৰিল। মুছলমানৰ দুই শাখাৰ মাজত পুৰণি বিদ্বেষ পুনৰ জাগ্ৰত হ'ল আৰু ইটোৱে-সিটোৰ ক্ষমতাৰ প্ৰতি ঈৰ্ষান্বিত হৈ পৰিল। তদুপৰি প্ৰতিটো শাখাৰ মাজতো পুনৰায় বিভাজন হ'ল। হেজাজৰ পুণ্যস্মৃতি লোকসকলৰ কবৰৰ ওপৰত সজা স্মৃতি সৌধবোৰ ভাঙি পেলাবলৈ লোৱা ৰজা ইব্ন্-ই-সাউদৰ নীতিৰ সমৰ্থন বা বিৰোধ কৰাৰ বিষয় লৈ গোড়াসকলে এক আত্মধ্বংসী যুদ্ধ আৰম্ভ কৰিলে। আধুনিক শিক্ষিত মুছলমানসকলে মুছলমান আৰু কংগ্ৰেছৰ সম্পৰ্ক লৈ তেওঁলোকৰ মাজতে বিবাদত প্ৰবৃত্ত হ'ল। তেওঁলোকৰ যি সকলে প্ৰকৃততে স্বাধীনতা সংগ্ৰামত বিশেষ আগ্ৰহ বোধ কৰা নাছিল, কিন্তু কংগ্ৰেছে খিলাফতৰ প্ৰতি সমৰ্থন দিয়া বাবেই কংগ্ৰেছক সমৰ্থন কৰিবলৈ মান্তি হৈছিল, তেওঁলোকে এতিয়া কংগ্ৰেছৰ পৰিৱেশ সুবিধাজনক যেন নোপোৱা হ'ল আৰু তেওঁলোকক চৰকাৰ-অনুগত গোষ্ঠীয়ে ফুচুলাই নিজৰফালে নিলে। খিলাফৎ আৰু কংগ্ৰেছ আন্দোলনত ৰাজনৈতিক শিক্ষা লাভ কৰা আৰু জনসাধাৰণৰ ওপৰত প্ৰভাৱ

অৰ্জন কৰা এই বিভাজনবাদীসকলে মুছলিম কনফাৰেন্স আৰু পিছলৈ মুছলিম লীগত যোগ দিয়া অনুগত গোষ্ঠীটোক সন্মুখত ৰাখি কংগ্ৰেছৰ বিৰুদ্ধে মুছলমানক উত্তেজিত কৰিলে আৰু চৰকাৰৰ বিৰুদ্ধে হিন্দু মুছলমানৰ সংযুক্ত মৰ্চা ভাঙি দিলে।

সমগ্ৰ ভাৰতত একেসময়তে বিয়পি পৰা সাম্প্ৰদায়িক সংঘৰ্ষবোৰ কংগ্ৰেছ বিৰোধী হিন্দু আৰু মুছলমানৰ গোষ্ঠীয়ে সৃষ্টি কৰিলে নে পুলিচ আৰু চৰকাৰৰ গোপন দালালেহে সেইবোৰ লগাই দিলে, সেইটো সঠিককৈ কোৱা টান; কিন্তু কোনো সন্দেহ নাই যে কিছুমান ৰাজনৈতিক নেতাই নিজৰ সাম্প্ৰদায়িক সংগঠনবোৰ শক্তিশালী কৰিবলৈ বিবেকহীনভাৱে এই সংঘৰ্ষবোৰৰ সুবিধা ল'লে। অৱশ্যে হিন্দু আৰু মুছলমানক তেওঁলোকৰ সাম্প্ৰদায়িক দলবোৰ ভুক্ত কৰাতকৈ সম্প্ৰদায় দুটাক আঁতৰ কৰাতহে তেওঁলোক সফল হ'ল। মুছলমান সাম্প্ৰদায়িকসকলে, বিশেষকৈ ধৰ্মৰ নামত তেওঁলোকৰ মানুহক আহ্বান জনোৱাসকলে, বিশেষ সুবিধা কৰিব পৰা নাছিল। কিয়নো গোড়া ধৰ্মীয় শ্ৰেণীৰ বেছিভাগেই আৰু আনকি ধৰ্মভাৱাপন্ন আধুনিক শিক্ষিত মুছলমানসকলো প্ৰবল জাতীয়তাবাদী হিচাপে তেওঁলোকৰ বিৰুদ্ধে আছিল। এই পিছৰ শ্ৰেণীৰ লোকসকলৰ মতামতৰ ওপৰতহে সাধাৰণ মুছলমান লোকে ধৰ্ম-বিষয়ক কথাত অধিক গুৰুত্ব দিছিল। তদুপৰি, যদিও মুছলমান বা হিন্দু অশিক্ষিত সাধাৰণ বুদ্ধিৰ জনসাধাৰণক যি কোনো দুৰ্দান্ত ধৰ্মান্ধ লোকে বা শিয়ান দালাল-প্ৰৰোচকে ক্ষন্তেক সংঘৰ্ষৰ বাবে উত্তেজিত কৰি তুলিব পাৰে, দীৰ্ঘকালৰ বাবে তেওঁলোকৰ মনত পৰস্পৰৰ প্ৰতি ঘৃণা বা বিদ্বেষ জগাই ৰাখিব নোৱাৰে। সেয়ে 1937 চনৰ সাধাৰণ নিৰ্বাচনত বিৰাট সংখ্যক মুছলমান ভোটদাতাই কেইখনো প্ৰদেশত মুছলিম লীগক ভোট নিদি কংগ্ৰেছক আৰু স্বতন্ত্ৰআৰু অন্যান্য প্ৰাৰ্থীক দিছিল।

কিন্তু নিৰ্বাচনৰ পিছত যেতিয়া কংগ্ৰেছে প্ৰদেশবোৰত মন্ত্ৰীসভা গঠন কৰিলে জাতীয়তাবাদী মুছলমান ৰাজনীতিবিদসকলে তেওঁলোকক অতি কম বখৰ দিছে বুলি আপত্তি কৰিলে। কিন্তু কংগ্ৰেছ চৰকাৰে মুছলমানসকলৰ সাংস্কৃতিক অধিকাৰসমূহ পদদলিত কৰিছে বুলি সৰ্বসাধাৰণ মুছলমানে তোলা অভিযোগহে অধিক গুৰুত্বপূৰ্ণ আছিল। এই প্ৰধানতঃ কাল্পনিক অভিযোগৰ মূল ইতিমধ্যে উল্লেখ কৰামতে এয়ে আছিল যে মহাত্মা গান্ধীয়ে সংখ্যালঘুসকলৰ বিশেষকৈ মুছলমানসকলৰ প্ৰতি গ্ৰহণ কৰা উদাৰ নীতিত কংগ্ৰেছৰ বেছিভাগ নতুন সদস্যই বিশ্বাস নকৰিছিল। সেয়ে কংগ্ৰেছে সাধাৰণভাৱে মুছলমানৰ প্ৰতি থকা সদয় মনোভাৱৰ স্থল কিছু যথেষ্ট পৰিৱৰ্তন ঘটিল।

ইয়াৰ আটাইতকৈ জলজল্ পট্টিপট্ চিন হ'ল যেতিয়া পাৰ্চী আৰু দেৱনাগৰী উভয় লিপিত হিন্দুস্থানীক (উৰ্দু আৰু হিন্দীৰ গৰিষ্ঠ সাধাৰণ গুণিতক) জাতীয় ভাষা হিচাপে গ্ৰহণ কৰিব বুলি কংগ্ৰেছে দিয়া গভীৰ আহ্বান কেইবাখনো প্ৰদেশত কংগ্ৰেছ ৰক্ষা নকৰিলে আৰু উৰ্দুক সাধাৰণতঃ নিৰুৎসাহ কৰিলে। এই কাৰণ কেৱল উচ্চ আৰু মধ্য শ্ৰেণীৰ মুছলমানৰ মাজতেই নহয় বহু চহৰত সম্প্ৰদায়টোৰ সংখ্যাগৰিষ্ঠ অংশ গঠন কৰা নিম্ন-মধ্যবিত্ত শ্ৰেণীৰ মুছলমানৰ মাজতো সাৰ্বজনীন অসন্তুষ্টিৰ সৃষ্টি কৰিলে।

কংগ্ৰেছ বিৰোধী বিলাকৰ মুছলমানে এতিয়া মুছলিম লীগত যোগ দিলে তেওঁলোকে মুছলমানসকলক কংগ্ৰেছৰ বিৰুদ্ধে উত্তেজিত কৰি তুলিবলৈ সম্পূৰ্ণ ধৰ্মীয় বিষয়তকৈ সাংস্কৃতিক বিষয়টো অধিক অনুগ্ৰহ যেন পালে। এই বিষয়টোৰ সুবিধা লোৱাৰ বিবেকবৰ্জিত উপায় আৰু বিবোৰ চহৰত মুছলমানসকল সংখ্যালঘিষ্ঠ তাত মুছলমানসকল প্ৰচাৰধাৰা প্ৰবৰ্ধিত হোৱাৰ মাত্ৰ—কোনো জাতিৰে ৰাজনৈতিক ইতিহাসত এই দুটা ঘটনাৰ তুলনা নাই। মুছলমানসকলক বিশ্বাস কৰোৱা গৈছিল যে কেৱল হিন্দী নহয়, হিন্দুস্থানী আন্দোলনো মুছলমান সংস্কৃতিৰ নিষ্পেষণৰ বাবে তৈয়াৰ কৰা হৈছে। (হিন্দুস্থানী আন্দোলন হিন্দু আৰু মুছলমানৰ মাজত সম্ভৱপৰ শ্ৰেষ্ঠ বুজাপৰা সৃষ্টি কৰাৰ বিশেষ উদ্দেশ্যৰে মহাত্মা গান্ধীয়ে আৰম্ভ কৰিছিল) আনকি মহাত্মা গান্ধীয়ে শ্ৰেষ্ঠ মুছলমান শিক্ষাবিদসকলৰ লগত আলোচনাক্ৰমে তৈয়াৰ কৰা বুনিয়াদী শিক্ষাৰ আঁচনিকো—যি আছিল মূলতঃ শিক্ষাপদ্ধতি সম্পৰ্কে এক কাৰিকৰী সমস্যা—মুছলমানৰ সাংস্কৃতিক জীৱনৰ বাবে এক বিপদ বুলি দেখুওৱা হৈছিল। মুছলমান সংখ্যালঘিষ্ঠ প্ৰদেশবোৰত মুছলমানৰ মাজত এইবোৰ বিপদৰ বিৰুদ্ধে ৰক্ষাকবচ হিচাপে আগবঢ়োৱা হৈছিল ভাৰতবৰ্ষৰ মুছলমান সংখ্যাগৰিষ্ঠ প্ৰদেশবোৰক পৃথক কৰি সিবোৰক লৈ পাকিস্তান নামে এখন স্বাধীন ৰাষ্ট্ৰ গঠন কৰাৰ পৰামৰ্শ। প্ৰত্যেক সুস্থ মনৰ বাবে অত্যন্ত বিভ্ৰান্তিকৰ কথা হ'ল এইটোৱেই সংখ্যালঘিষ্ঠ প্ৰদেশবোৰৰ বিলাকৰ মুছলমান ভাৰতত ৰৈ যাব পাকিস্তান গঠনে তেওঁলোকৰ সমস্যা সমাধান কৰিব বুলি তেওঁলোকক কেনেকৈ বিশ্বাস কৰোৱাৰ পৰা গৈছিল। এই সাধৰণ মনস্তত্ত্বঃ ব্যাখ্যা মাত্ৰ এটা অপৰীক্ষিত প্ৰত্যয়ে দিব পাৰে। আমি ইতিমধ্যেই দেখিছো যে বিবোৰ প্ৰদেশত কংগ্ৰেছ চৰকাৰে জমিদাৰী ব্যৱস্থা বাতিল কৰাৰ প্ৰস্তাৱ কৰিছিল সেইবোৰ প্ৰদেশত মুছলমানসকলৰ মাজত অশান্তি অধিক প্ৰকট হৈ পৰিছিল, কিয়নো উচ্চ-মধ্য আৰু আনকি নিম্ন-মধ্য শ্ৰেণীৰ এক বৃহৎসংখ্যক মুছলমানে প্ৰত্যক্ষ বা পৰোক্ষভাৱে জমিদাৰী ব্যৱস্থাৰ ওপৰত নিৰ্ভৰ কৰি চলিছিল।

মুছলমান জমিদাৰসকলে (আৰু তেওঁলোকৰ হিন্দু জমিদাৰ ভাইসকলে) আৰু এক বৃহৎ-সংখ্যক আন মুছলমানে কংগ্ৰেছ চৰকাৰে ভয়াবহ ভূমি-সংস্কাৰ আঁচনি কাৰ্য্যকৰী কৰাৰ আগতেই চৰকাৰক ওফৰাব খুজিছিল। সেই কাৰণেই তেওঁলোকে মুছলিম লীগক সমৰ্থন কৰিছিল। এই মুছলমানসকলে সম্ভৱতঃ পাকিস্তান বিচৰা নাছিল বা পাকিস্তান সৃষ্টি হ'ব বুলি বিশ্বাসো কৰা নাছিল, কিন্তু ভাৰতীয় ৰাজনীতিত মাত্ৰ এটা অচলাৱস্থা সৃষ্টি কৰিবলৈকে পাকিস্তানৰ দাবী সমৰ্থন কৰিছিল যাতে ব্ৰিটিছে ভাৰতত থকাৰ এটা অজুহাত পায় আৰু তেওঁলোকৰ স্বত্ত্ব স্বাৰ্থ ৰক্ষা পৰে।

সি যি কি নহওক, সাংস্কৃতিক সমস্যাটোৰ সুবিধা লোৱাত আৰু কংগ্ৰেছৰ বিৰুদ্ধে ভাৰতীয় মুছলমানক উত্তেজিত কৰি তোলাত মুছলিম লীগে প্ৰচণ্ড সফলতা লাভ কৰিলে আৰু ইয়াৰ পাকিস্তানৰ দাবী শক্তিশালী হৈ পৰিল। প্ৰধান কংগ্ৰেছ নেতাসকলে ক'ব ধৰিলে যে সাংস্কৃতিক সমস্যাটো মধ্যবিত্তৰ মাজত সীমিত এটা মাত্ৰ আবেগিক সমস্যা আৰু মুছলমান জনসাধাৰণৰ ইয়াৰ প্ৰতি কোনো আগ্ৰহ নাই। তেওঁলোকে বুজিলে যে সাধাৰণভাৱে ভাৰতবৰ্ষৰ অশিক্ষিত জনতাই আৰু বিশেষভাৱে মুছলমান জনতাই মধ্যবিত্ত শ্ৰেণীৰ নেতাসকলক অন্ধভাৱে অনুসৰণ কৰে।

দেশ-বিভাজনৰ পিছত যেতিয়া মুছলিম লীগৰ প্ৰায় সকলো নেতাই মুছলমান সকলক ভাৰতত তেওঁলোকৰ ভাগ্যৰ হাতত এৰি পাকিস্তানলৈ গুচি গ'ল, তেতিয়া মুছলমানসকলৰ নেতৃত্ব সদায় এক সংযুক্ত ভাৰতীয় জাতিৰ পোষকতা কৰা জাতীয়তাবাদী মুছলমানসকলৰ হাতলৈ গ'ল। 1937 চনৰ আগতে কেতিয়াও কোনেও শুনা দ্বি-জাতি তত্ত্বৰ ভাৰতীয় ভূমিতে স্বাভাৱিক মৃত্যু ঘটিল আৰু মুছলমানসকল ভাৰতীয় জাতিৰ এক অবিচ্ছেদ্য অংগ হৈ পৰিল। ভাৰতীয় মুছলমানসকলে আন সংখ্যালঘু আৰু হিন্দু সংখ্যাগৰিষ্ঠসকলৰ দৰেই যে স্বেচ্ছাই ভাৰতীয় জাতীয়ত্ব গ্ৰহণ কৰিছে তাৰ অবিতৰ্কিত প্ৰমাণ স্বৰূপ পৃথক সাম্প্ৰদায়িক নিৰ্বাচক মণ্ডলীৰ ভিত্তিত নিৰ্বাচিত সাংবিধানিক সভাত তেওঁলোকৰ প্ৰতিনিধিয়ে সম্পূৰ্ণ ঐক্যমতেৰে নতুন ভাৰতীয় সংবিধানখন সমৰ্থন কৰিলে, মুছলমান বাতৰি কাকত আৰু ৰাজহুৱা অনুষ্ঠানবোৰেও একে সমৰ্থন আগবঢ়ালে। তদুপৰি, 1952 চনত স্বাধীন ভাৰতৰ প্ৰথম সাধাৰণ নিৰ্বাচনত এক বিৰাট সংখ্যক মুছলমানে কংগ্ৰেছক ভোট দিলে আৰু বাকীসকলেও ভাৰতীয় সংবিধানৰ প্ৰতি অনুগত আন দলসমূহক ভোট দিলে।

এতিয়া প্ৰশ্ন হ'ল, ভাৰতীয় মুছলমান সম্প্ৰদায় এক উদৈৰতীয়া অভাৰতীয়

জাতীয়তাৰ লগত কিছুদূৰ একত্ৰিত হৈ যোৱাৰ পাছত জাতীয় সংস্কৃতিৰ প্ৰতি তেওঁলোকৰ মনোভংগি কি? এই প্ৰশ্নৰ উত্তৰ দিয়াৰ আগতে ভাৰতৰ মুছলমান সম্প্ৰদায়ৰ সাম্প্ৰতিক সাংস্কৃতিক পৰিবেশ চমুকৈ পৰ্য্যালোচনা কৰা উচিত হ'ব।

বৰ্তমান অৱস্থাটো এই ধৰণৰ। ভাৰতৰ মুছলমানসকলে, সমগ্ৰ পৃথিৱীৰ আন সহ ধৰ্মীসকলৰ দৰেই যি মৌলিক সমস্যাৰ সন্মুখীন হ'বলগীয়া হৈছে সি হ'ল আধুনিক পাশ্চাত্য সংস্কৃতিৰ লগত নিজকে খাপ খুউওৱাৰ সমস্যা। এতিয়ালৈকে তেওঁলোকে ইয়াৰ দুটা নীতিৰ প্ৰতি এক স্পষ্ট মনোভংগি গ্ৰহণ কৰিছে। ভাৰতীয় সংবিধানৰ প্ৰতি আনুগত্য প্ৰকাশ কৰি তেওঁলোকে এক ক্ষুদ্ৰ সংখ্যকৰ বাহিৰে, নিজকে ধৰ্মভিত্তিক ৰাষ্ট্ৰৰ ধাৰণাৰ (যি এতিয়াও বহু মুছলমান ৰাষ্ট্ৰৰ অন্তৰ্দ্বন্দ্বৰ কাৰণ) পৰা আঁতৰাই আনিছে আৰু ধৰ্মনিৰপেক্ষ গণতান্ত্ৰিক ৰাষ্ট্ৰৰ আধুনিক পাশ্চাত্য আদৰ্শ গ্ৰহণ কৰিছে। কিন্তু আনহাতে, আন ভাৰতীয় সম্প্ৰদায়সমূহ আৰু এতিয়াৰ আন বহু জাতিৰ দৰেই, ৰাষ্ট্ৰৰ প্ৰতি আনুগত্য আৰু স্বদেশপ্ৰেমৰ পবিত্ৰ প্ৰমূল্যৰ প্ৰতি সন্মান দৰ্শাইও পাশ্চাত্য জাতিসমূহে পৰিষ্কাৰভাৱে বিশ্বাস কৰা ধৰ্মৰ ওপৰত ৰাষ্ট্ৰৰ অগ্ৰাধিকাৰ তেওঁলোকে সৰ্বসন্মতভাৱে নাকচ কৰিছে। তেওঁলোকৰ বাবে চিৰকালৰ দৰেই এতিয়াও ধৰ্মই চৰম প্ৰমূল্য।

ইয়েই ভাৰতীয় জাতীয় সংস্কৃতিৰ সন্দৰ্ভত ভাৰতীয় মুছলমানসকলৰ অৱস্থান সম্পৰ্কে প্ৰশ্নটো আমাৰ সন্মুখত তুলি ধৰে। ইয়াত আমি প্ৰশ্নটোৰ চমুকৈ উত্তৰ দিম, কাৰণ পৰৱৰ্তী দুটা অধ্যায়ত এই প্ৰশ্নটো আৰু ভাৰতৰ জাতীয় সংস্কৃতিৰ বৰ্তমান পৰিবেশৰ লগত জড়িত আন কিছু বিষয়ৰ বহল আলোচনা কৰা হ'ব।

আনুষ্ঠানিক ধৰ্মৰ ক্ষেত্ৰত সংখ্যাগৰিষ্ঠ সম্প্ৰদায়ৰ লগত পাৰ্থক্য থকা সত্বেও, ভাৰতীয় মুছলমানৰ তেওঁলোকৰ লগত মৌলিক ধৰ্মীয় আৰু নৈতিক সচেতনতা, সামাজিক গঠন, পাৰিবাৰিক জীৱন আৰু জীৱন-যাপনৰ সাধাৰণ ৰীতি আদিৰ ক্ষেত্ৰত বহুখিনি মিল আছে আৰু তেওঁলোক সহজেই জাতীয় সংস্কৃতিৰ যি কোনো যুক্তিনিষ্ঠ পেটাৰ্নৰ লগত মিলি পৰিব পাৰে। কিন্তু তেওঁলোক এনে এটা মনোভাৱৰদ্বাৰা নিৰুৎসাহিত আৰু দুশ্চিন্তাগ্ৰস্ত হৈ পৰিছে যে যথেষ্ট সংখ্যক হিন্দুৰ মাজত জাতীয় সংস্কৃতিৰ যি পেটাৰ্নটোক গঢ়ি আৰু ফুটাই তুলিব ধৰা হৈছে (হিন্দীক একমাত্ৰ জাতীয় ভাষা কৰাৰ চেষ্টা) সি এক একপক্ষীয় নীতিৰদ্বাৰা অনুপ্ৰাণিত, যি যোৱা চাৰে সাতশ বছৰকাল ভাৰতীয় সংস্কৃতিৰ প্ৰতি মুছলমানসকলৰ অৱদান নাকচ কৰিব খুজিছে।

• • • •

মুছলমানসকলৰ দৰেই হিন্দু সম্প্ৰদায়বো পাশ্চাত্য সংস্কৃতিৰ প্ৰতি ইতিবাচক আৰু নেতিবাচক উভয়বিধ প্ৰতিক্ৰিয়াই যথেষ্ট তীব্ৰ আছিল। প্ৰথম ইতিবাচক প্ৰতিক্ৰিয়া দেখা গৈছিল আদি ব্ৰাহ্মসমাজত, এই সমাজ যদিও সামান্য পৰিমাণে ইছলাম, খৃষ্টান ধৰ্ম আৰু পাশ্চাত্য সংস্কৃতিৰদ্বাৰা প্ৰভাৱান্বিত হৈছিল, প্ৰকৃততে ই অগ্ৰ ধৰণৰ হিন্দু সংস্কাৰক-আন্দোলন আছিল। কিন্তু মূল সমাজখনৰ প্ৰতিবাদী সদস্যসকলক লৈ কেশৱ চন্দ্ৰ সেনে ভাৰতৰ ব্ৰাহ্মসমাজ নামে যি নতুন সমিতি প্ৰতিষ্ঠা কৰিলে সি খৃষ্টান ধৰ্মৰদ্বাৰা অধিক শক্তিশালীভাবে প্ৰভাৱান্বিত হৈছিল আৰু চেমিটিক ধৰ্মসমূহৰ ৰীতি অনুসাৰে দেখাত এক পৃথক ধৰ্মগোষ্ঠী হৈ পৰিছিল। ইয়াৰ সমাজ সংস্কাৰৰ কাৰ্য্যসূচীও অধিক পৰিমাণে প্ৰগতিশীল আছিল। এই পিছৰ আন্দোলনটি যদিও হিন্দু সমাজত বেছি জনপ্ৰিয় নহৈছিল আৰু অন্তৰ্কলহৰদ্বাৰা দুৰ্বল হৈ হৈ দুটা উপ-গোষ্ঠীত বিভক্ত হৈছিল, ই মূল্যবান সেৱা আগবঢ়াইছিল।

কেশৱচন্দ্ৰ সেনৰ প্ৰভাৱ বম্বেৰ শিক্ষিত হিন্দু সমাজত ধৰ্মীয় আৰু সামাজিক সংস্কাৰৰ চেতনা জাগ্ৰত কৰিলে। মোটামুটিভাৱে ব্ৰাহ্মসমাজৰ নিচিনাকৈ তেওঁলোকে "প্ৰাৰ্থনা সমাজ" আৰম্ভ কৰিলে। ৰাণাডে'ৰ নেতৃত্বই এই নতুন সমাজক পৃথক ধৰ্ম-গোষ্ঠী হ'বলৈ নিদিলে যদিও হিন্দু সমাজৰ ভিতৰত সংস্কাৰৰ বাবে ইয়াক এক শক্তিশালী সংগঠন কৰি তুলিলে।

মহাদেৱ গোবিন্দ ৰানাডে' আধুনিক ভাৰতৰ এক অন্যতম শ্ৰেষ্ঠ নেতা। তেওঁ হিন্দুসকলৰ মাজত জ্ঞানালোকৰ এক নতুন চেতনা জগাই তুলিছিল আৰু মুছলমানৰ মাজত চৈয়দ আহমদ খান যিমান কৃতকাৰ্য্য হৈছিল হিন্দুৰ মাজত এওঁ তাতকৈ বহু বেছি হৈছিল। দাক্ষিণাত্যতে নহয়, সমগ্ৰ ভাৰততে হিন্দুৰ সামাজিক, শৈক্ষিক আৰু ৰাজনৈতিক জাগৰণৰ প্ৰতি ৰাণাডে'ৰ অৱদান অত্যন্ত বেছি আছিল। সুনিৰ্দিষ্ট সামাজিক সংস্কাৰ সাধন কৰাৰ উপৰিও তেওঁ প্ৰাৰ্থনা সমাজ আৰু ছচিয়েল কনফাৰেন্সৰ যোগেদি হিন্দুৰ মাজত এক সাধাৰণ সংস্কাৰধৰ্মী চেতনা সৃষ্টি কৰিছিল। আধুনিক শিক্ষাৰ আন্দোলন আৰু সাৰ্বজনিক আৰু ডেকান সভাৰ যোগেদি ৰাজনৈতিক স্বাধীনতাৰ আন্দোলনৰ প্ৰতিও যেওঁ ইন্ধন যোগাইছিল। ভাৰতীয় জাতীয় কংগ্ৰেছৰ তেওঁ এজন অন্যতম প্ৰতিষ্ঠাতা আছিল।

ৰামমোহন ৰায় আৰু ব্ৰাহ্মসমাজৰ আন নেতাসকলৰ দৰেই ৰাণাডে' পাশ্চাত্য

সংস্কৃতিৰ প্ৰতি অনুকূল প্ৰতিক্ৰিয়া কৰা হিন্দুৰ উদাৰপন্থী মনোভাৱৰ প্ৰতিনিধি আছিল আৰু পৰম্পৰাগত বিশ্বাস আৰু সামাজিক ৰীতিসমূহ সংস্কাৰ আৰু পৰিমাৰ্জন কৰি হিন্দুধৰ্মক আধুনিক যুগৰ প্ৰয়োজন অনুসৰি উপযোগী কৰি তোলাত বিশ্বাস কৰিছিল। কিন্তু হিন্দু সমাজৰ এক বৃহৎসংখ্যকৰ পাশ্চাত্য সংস্কৃতিৰ প্ৰতি মনোভাৱ মূঠৰ ওপৰত নেতিবাচক আছিল। ইয়াৰ একমাত্ৰ যিটো দিশ তেওঁলোকে পছন্দ কৰিছিল সি হ'ল পশ্চিমীয়া লোকসকলৰ স্বদেশপ্ৰেম আৰু স্বজাতিপ্ৰেম। তেওঁলোকে বিশ্বাস কৰিছিল যে পৰম্পৰাগত হিন্দুধৰ্ম আৰু সংস্কৃতি স্বয়ং-সম্পূৰ্ণ, প্ৰত্যেক যুগৰে প্ৰয়োজন ইয়োৰে পূৰাব পাৰে। প্ৰকৃততে প্ৰয়োজন আছিল মাত্ৰ এক পুনৰ বিশ্লেষণৰ, ভাৰতবৰ্ষৰ মোক্ষ পশ্চিমক অনুসৰণ কৰাত নাই, বৰং পশ্চিমৰ ৰাজনৈতিক আৰু বৌদ্ধিক প্ৰভুত্বৰ পৰা ইয়াক মুক্ত কৰি, সকলো বিদেশী প্ৰভাৱমুক্ত এক জাতীয় সংস্কৃতিৰে ইয়াক এক স্বাধীন জাতি কৰি তোলাতহে ইয়াৰ মোক্ষ। তেওঁলোকৰ বাবে জাতি মানে হিন্দু সম্প্ৰদায়। তেওঁলোকে মুছলমানসকলক প্ৰায় ব্ৰিটিছসকলৰ দৰেই বিদেশী বুলি গণ্য কৰিছিল।

এই সংৰক্ষণশীল হিন্দুবাদৰ অতি উল্লেখযোগ্য প্ৰবক্তা আছিল বাল গংগাধৰ তিলক, ৰাণাডে'ৰ প্ৰবল বিৰোধী আৰু দক্ষিণত ৰাণাডে'ৰ ৰাজনৈতিক আৰু সামাজিক উদাৰবাদিতাৰ বিৰোধিতা কৰা দলটোৰ নেতা। ২৪ বছৰ বয়সত 'মাৰাঠা' আৰু "কেশৰী"ৰ সম্পাদক হিচাপে তিলকে তেওঁৰ ৰাজহুৱা জীৱন আৰম্ভ কৰিছিল। এদল উৎসাহী ডেকাৰ সহযোগিতাত কাম কৰি তেওঁ দ্ৰুত কৃতকাৰ্য্যতা লাভ কৰিছিল আৰু দাক্ষিণাত্য শিক্ষা সমাজ আৰু ফাৰ্গুচন্ কলেজ (1882) স্থাপন কৰাত প্ৰধান ভূমিকা লৈছিল।

তিলকৰ সাহিত্য কৰ্মৰ লক্ষ্য আছিল হিন্দুসকলক তেওঁলোকৰ গৌৰৱময় অতীতৰ বিষয়ে সম্পৰ্কে সজাগ কৰা। তেওঁ এজন বিখ্যাত সংস্কৃত পণ্ডিত আছিল আৰু ইংৰাজীত লিখা তেওঁৰ দুখন কিতাপ "The Arctic Home in the Vedas" আৰু 'Orion' আৰু ভগৱদ্গীতাৰ ওপৰত তেওঁৰ মাৰাঠী ভাষা 'গীতা ৰহস্য'ই বৃহৎসংখ্যক শিক্ষিত হিন্দুৰ মনত গভীৰ প্ৰভাৱ পেলাইছিল আৰু হিন্দু জাতীয়তাবাদক নিশ্চিতভাৱে এটা ধৰ্মীয় আৰু সামাজিকভাৱে পুনৰুত্থানবাদী ভাঁজ দিছিল।

আৰ্য্যসমাজ আন্দোলনে অধিকতৰ স্পষ্ট পুনৰুত্থানবাদী নীতি অনুসৰণ কৰিছিল, হিন্দুধৰ্মৰ মৌলিক আৰু পৌৰাণিক উপাদানবোৰ আঁতৰাই আৰু মুছলমান আৰু

পাশ্চাত্য সংস্কৃতিৰ সকলো প্ৰভাৱ দূৰ কৰি এই আন্দোলনে হিন্দুধৰ্মক আৰু বৈদিক যুগৰ আদিম সৰলতালৈ ঘূৰাই লৈ যাবলৈ চেষ্টা কৰিছিল।

এনি বেছান্তে প্ৰতিনিধিত্ব কৰা ৰহস্যবাদী ঈশ্বৰ উপাসনা পন্থাই হিন্দু জনসাধাৰণৰ মাজত বিশেষ সঁহাৰি নাপালে, কিন্তু চেণ্ট্ৰেল হিন্দু কলেজৰ (আজিৰ বানাৰস হিন্দু বিশ্ববিদ্যালয়) প্ৰতিষ্ঠাতা হিচাপে হিন্দুধৰ্মৰ প্ৰতি আৰু হোমৰুল্ লীগৰ উদ্যোক্তা হিচাপে ভাৰতৰ স্বাধীনতা আন্দোলনৰ প্ৰতি তেওঁৰ সেৱা যথেষ্ট মূল্যবান আছিল।

এই সংস্কাৰ আন্দোলনসমূহ প্ৰকৃততে হিন্দু মনৰ এক নতুন প্ৰেৰণা আৰু পুনৰ্জাগৰিত চিন্তাধৰ্মী ক্ৰিয়া-কাণ্ডৰ ফল আৰু হিন্দুধৰ্মীয় অনুভূতিৰ ওপৰত ইয়াৰ এক পৰোক্ষ প্ৰভাৱ আছিল। প্ৰকৃত অৰ্থত ধৰ্মীয় জাগৰণ, যাৰ উৎস এক তীব্ৰ ধৰ্মীয় অভিজ্ঞতা, পৰম বাস্তৱৰ এক প্ৰত্যক্ষ আৰু তৎকালীনবোধ, সেইটো সৃষ্টি কৰিছিল শ্ৰীৰামকৃষ্ণ পৰমহংস আৰু তেওঁৰ শিষ্য বিবেকানন্দই। শৈশৱৰপৰাই সাধকৰ কালজয়ী আত্ম অনুশাসন আৰু আত্মশুদ্ধিকৰণ পদ্ধতিৰ যোগেদি সত্য অনুসন্ধান কৰিবলৈ ৰামকৃষ্ণৰ এক অপ্ৰতিৰোধ্য বাসনা আছিল। তেওঁৰ সৰ্বগ্ৰাহী বিশ্বাসৰ বলত তেওঁ হিন্দু ৰহস্যবাদী ধাৰণাৰ বিভিন্ন পন্থাত সাধনা কৰি কালী, সীতা আৰু কৃষ্ণৰ আবিৰ্ভাৱদ্বাৰা ধন্য হোৱাৰ অভিজ্ঞতা লাভ কৰাৰ উপৰিও, তেওঁ ইছলাম আৰু খৃষ্টধৰ্মৰ উপাসনা বিধি আয়ত্ত কৰিছিল। ইয়াৰ ফলত মহম্মদ আৰু যীশুখৃষ্টৰ জীৱন্ত উপস্থিতিত নিজকে উপলব্ধি কৰাৰ পৰম অভিজ্ঞতা তেওঁ লাভ কৰিব পাৰিছিল। তেওঁৰ জীৱনৰ শেষৰ সাত বছৰ তেওঁৰ ওচৰত গোটখোৱা শিষ্যবৰ্গক ৰহস্যবাদী পৰমানন্দৰ ৰহস্যত দীক্ষা দিয়াত তেওঁ ব্যয় কৰিছিল। তেওঁৰ শিষ্যসকলৰ ভিতৰত প্ৰমুখ্য আছিল স্বামী বিবেকানন্দ।

গুৰু ঢুকোৱাৰ সময়ত স্বামী বিবেকানন্দৰ বয়স আছিল মাত্ৰ তেইছ বছৰ। ভাৰতবৰ্ষৰ দীঘ-প্ৰস্থ ধৰি কৰা পাঁচ বছৰ জোৰা তীৰ্থযাত্ৰাত বিবেকানন্দৰ মনত স্পৰ্শ কৰা অভিজ্ঞতা আছিল তেওঁৰ স্বজাতিৰ অজ্ঞতা আৰু জনগণৰ দাৰিদ্ৰ্য। কন্যাকুমাৰীৰ পুণ্য মন্দিৰ দৰ্শন কৰাৰ পাছত ভাৰত মহাসাগৰৰ পাৰৰ এটা শিলত বহি তেওঁ ভাৰতৰ কোটি কোটি দাৰিদ্ৰ্য-ক্লিষ্ট জনসাধাৰণৰ শিক্ষা আৰু পাৰ্থিব আৰু আধ্যাত্মিক উন্নতিৰ কাৰণে নিজৰ জীৱন উছৰ্গা কৰিবলৈ পবিত্ৰ শপত গ্ৰহণ কৰিলে। ইয়াৰ পিছত তেওঁ চিকাগোত বিশ্বধৰ্ম সন্মিলনত যোগ দিলে আৰু তেওঁৰ বিদ্বান আৰু মেধাৱী বক্তৃতাৰ প্ৰতি উপযুক্ত সঁহাৰি পাই মাৰ্কিন যুক্তৰাষ্ট্ৰত এনাসি বক্তৃতা দিলে, লোকৰ [illegible]

শিক্ষা দিবলৈ কিছুমান আলোচনা-চক্ৰ পাতিলে, 'ৰাজযোগ' নামে এখন কিতাপ লিখিলে আৰু নিউয়ৰ্কত এখন বেদান্ত সমাজ খুলিলে। বিদেশত থকা কালত তেওঁ চুইজাৰলেণ্ড, জাৰ্মানী আৰু ইংলণ্ড ভ্ৰমণ কৰিলে আৰু লণ্ডনত বহুতো শিষ্য লাভ কৰিলে।

তেওঁৰ ভাৰত প্ৰত্যাবৰ্তনত স্বামী বিবেকানন্দক বিপুল সম্বৰ্ধনা জনোৱা হ'ল। তেওঁ আকৌ এবাৰ দেশখন ভ্ৰমণ কৰিলে, এইবোৰ সমাজ সেৱা আৰু সংস্কাৰৰ কাৰণে বিশেষকৈ পশ্চিমীয়া সু-সংগঠিত ধৰণে নাৰীসকলৰ শিক্ষা আৰু উন্নতিৰ কাৰণে কাম কৰিবলৈ হিন্দু সম্প্ৰদায়ক আহ্বান জনালে। 1897 চনত এনে এক সংগঠনৰ আদৰ্শ হিচাপে তেওঁ ৰামকৃষ্ণ মিশ্বন্ প্ৰতিষ্ঠা কৰিলে। 1899 চনত তেওঁৰ পন্থাৰ সাধুসকলৰ বাবে তেওঁ বেলুৰত মঠ নিৰ্মাণ কৰিলে আৰু আলমোৰাত অদ্বৈত আশ্ৰম স্থাপন কৰিলে। আমেৰিকা যুক্তৰাষ্ট্ৰত আৰু এবাৰ ভ্ৰমণ কৰাৰ পিছত তেওঁ ভাৰতবৰ্ষলৈ ঘূৰি আহিল আৰু তেওঁৰ স্বাস্থ্য ভাগি নপৰালৈকে তেওঁৰ প্ৰেম আৰু সেৱাৰ মিশ্বনৰ হৈ কাম কৰিলে। শেষত তেওঁ বেলুৰ মঠতে আশ্ৰয় ল'লে আৰু 1902 চনত তেওঁৰ মৃত্যুৰ সময়লৈকে শিষ্যসকলক বেদান্ত দৰ্শনৰ শিক্ষা দি গ'ল।

অন্তঃস্থলৰ গভীৰ অভিজ্ঞতাই তীব্ৰ কৰি তোলা বৌদ্ধিক অনুসন্ধানৰ ওপৰত ভিত্তি কৰি এক ভিন্ন ধৰণৰ বেদান্ত দৰ্শনৰ ব্যাখ্যা আগবঢ়ালে শ্ৰীঅৰবিন্দ ঘোষে। 1872 চনত কলিকতাত জন্ম গ্ৰহণ কৰি তেওঁ সাত বছৰ বয়সৰপৰা একৈছ বছৰলৈকে ইংলণ্ডত শিক্ষা লাভ কৰিছিল। ভাৰতলৈ ঘূৰি অহাৰ পিছত তেওঁ বৰোদা ৰাজ্যত চাকৰি কৰি তেৰ বছৰ কাল কটায়, এই সময়ছোৱাত তেওঁ সংস্কৃত শিকে আৰু হিন্দু ধৰ্ম আৰু সংস্কৃতিৰ বিশদ অধ্যয়ন কৰে। ১৯০৬ চনৰ বংগ আন্দোলনত তেওঁ বৰোদা ৰাজ্য এৰে আৰু কলিকতাত জাতীয় আন্দোলনৰ নেতৃত্ব দিয়ে। প্ৰধানতঃ তেওঁৰ হৈচাতে জাতীয় দলে (Nationalist Party) স্বদেশী আৰু অসহযোগৰ কাৰ্য্যসূচী গ্ৰহণ কৰে, যিবোৰ পিছত জাতীয় কংগ্ৰেছে গ্ৰহণ কৰে। এই সময়ত এক গভীৰ ধৰ্মীয় অভিজ্ঞতাই তেওঁৰ জীবনৰ গতি পৰিবৰ্তন কৰি দিয়ে। তেওঁ শ্ৰীকৃষ্ণৰ আবিৰ্ভাৱ প্ৰত্যক্ষ কৰিলে, আৰু শ্ৰীকৃষ্ণই তেওঁক হিন্দু সম্প্ৰদায়লৈ এটা বাণী বহন কৰাৰ দায়িত্ব দিলে যে ই যেন সনাতন ধৰ্ম প্ৰচাৰৰ বাবে জাগৃত হয় আৰু এই ধৰ্মৰ যোগেদি সমগ্ৰ বিশ্বক সেৱা কৰে। কিন্তু শ্ৰীঅৰবিন্দই বিশ্বাস কৰিছিল যে হিন্দুৱে নিজৰ দেশ স্বাধীন কৰি ধৰ্মৰ প্ৰসাৰ ঘটাব তেতিয়াহে পাৰিব, যেতিয়া তেওঁলোকে এক

উচ্চতৰ আধ্যাত্মিক বিকাশৰ স্তৰ লাভ কৰিব। আধ্যাত্মিক বিকাশৰ প্ৰকৃতি আৰু কৌশল সম্পৰ্কে ধ্যান কৰিবৰ বাবে তেওঁ পণ্ডিচেৰীৰ (তেতিয়াৰ ফ্ৰান্স অধীনস্থ অঞ্চল) এখন আশ্ৰমত প্ৰবেশ কৰিলে আৰু মৃত্যুৰ কাললৈকে তাত বাস কৰিলে। সাত বছৰ ধৰি তেওঁ The Arya নামে এখন আলোচনী প্ৰকাশ কৰিছিল, ইয়াত তেওঁৰ আত্মজীৱনী "The Life Divine", নিয়মিতভাৱে প্ৰকাশ পাইছিল। পিছত ই তিনিখণ্ডত কিতাপ আকাৰে প্ৰকাশ পায়। ভগৱদ্গীতাৰ ওপৰত তেওঁৰ ভাষ্য আগতেই প্ৰকাশ হৈ ওলাইছিল।

শিক্ষিত হিন্দুৰ ওপৰত শ্ৰীঅৰবিন্দই এক গভীৰ প্ৰভাৱ বিস্তাৰ কৰিছিল। বেছিভাগ সাধাৰণ মানুহৰ বাবে তেওঁৰ দাৰ্শনিক চিন্তা অতি কঠিন আছিল, কিন্তু তেওঁৰ উপকথা সুলভ ব্যক্তিত্ব সকলোৱে ভাল পাইছিল আৰু শ্ৰদ্ধা কৰিছিল।

হিন্দু সমাজৰ নতুন ধৰ্মীয় আৰু বৌদ্ধিক আন্দোলনৰ এই চমু আলোচনাত আমি দুই বিপৰীতমুখী শক্তিয়ে কাম কৰা দেখা পাওঁ, (ক) এটা উদাৰপন্থী আন্দোলন যিটো ধৰ্মৰ ক্ষেত্ৰত সৰ্বগ্ৰাহীবাদ (Eclecticism) হিচাপে, সামাজিক দৃষ্টিভংগিৰ ক্ষেত্ৰত আধুনিকতাৰূপে আৰু ৰাজনীতিৰ ক্ষেত্ৰত মধ্যমপন্থাৰূপে প্ৰকাশ লাভ কৰিছিল আৰু (খ) এটা সংৰক্ষণশীল আন্দোলন। পিছৰটোৱে দুটা বেলেগ ৰূপ লৈছিল. এটা বৈদিক ধৰ্ম আৰু সামাজিক জীৱনলৈ প্ৰত্যাবৰ্তনৰ সপক্ষে আছিল আৰু আনটোৱে পুৰাণৰ যুগৰ হিন্দুধৰ্মৰ সগত ধৰ্মীয় জীৱনক খাপ খুৱাই বেদান্ত দৰ্শনৰ ওপৰত ইয়াক প্ৰতিষ্ঠা কৰিব খুজিছিল আৰু হিন্দু সমাজৰ আধাৰ অপৰিবৰ্তিত ৰাখি তাৰ গাঁথনি পৰিবৰ্তন কৰিব খুজিছিল, ৰাজনীতিত সকলো সংৰক্ষণশীল লোকেই বিদেশী প্ৰভুৰ বিৰোধিতা কৰি হিন্দু জাতীয়তাবাদক সমৰ্থন কৰিছিল। উদাৰপন্থী আৰু সংৰক্ষণশীলসকলৰ মাজৰ সংঘৰ্ষত সদায় সংৰক্ষণশীলসকলেই জয়লাভ কৰিছিল। উদাৰপন্থীসকলে এটা সৰু গোষ্ঠী হৈয়েই আছিল আৰু দেশৰ বৌদ্ধিক জীৱন যথেষ্টভাৱে প্ৰভাৱিত কৰিছিল, কিন্তু তেওঁলোকে জাতীয় কংগ্ৰেছৰ ওপৰত তেওঁলোকৰ দখল হেৰুৱাইছিল আৰু ৰাজহুৱা জীৱনৰপৰা ক্ৰমশঃ বহিষ্কৃত হৈ পৰিছিল। এইকাৰণৰপৰা এইটো ভালেই হৈছিল, কাৰণ সংৰক্ষণশীলসকলে ৰাজনৈতিক স্বাধীনতাৰ বাবে আন্দোলনৰ গতি বঢ়াই দিছিল। কিন্তু তেওঁলোকৰ জাতীয়তাৰ ধাৰণা, গতিশীল আছিল যদিও, উদাৰপন্থী-সকলতকৈ সংকীৰ্ণ আছিল, কাৰণ এই ধাৰণা হিন্দু সম্প্ৰদায়ৰ বাহিৰলৈ যাব পৰা নাছিল।

কিন্তু সৌভাগ্যবশতঃ ভাৰতৰ তিনিজন মহান নেতা আছিল—এজন কবি, এজন দাৰ্শনিক আৰু এজন নৈতিক গুৰু যি কেইজনে হিন্দুবাদৰ সীমা বহলাই ইয়াক বিশ্বমানৱ পৰিয়ালৰ সহাবস্থানধৰ্মী কৰি তুলিছিল আৰু হিন্দুসকলৰ মাজত এক বহল জাতীয় দৃষ্টি-ভংগিৰ সৃষ্টি কৰিছিল, এই দৃষ্টিভংগিয়ে তেওঁলোকক মুছলমান আৰু আন সংখ্যালঘিষ্ঠ-সকলৰ সহযোগিতাত এক ভাৰতীয় জাতি সৃষ্টি কৰাৰ চেষ্টা কৰিবলৈ প্ৰেৰণা দিছিল।

কবি ৰবীন্দ্ৰনাথ ঠাকুৰে তেওঁৰ দৃষ্টিভংগি 'Greater India'ত সুস্পষ্ট কৰি দিছিল। তেওঁ স্পষ্ট কৰি দিছিল যে ভাৰতবৰ্ষৰ বুৰঞ্জী কেৱল হিন্দুৱে অকলে তৈয়াৰ কৰা নাই। বহু শতিকাৰ আগেয়ে নিজৰ সাংস্কৃতিক ঐতিহ্য লৈ মুছলমানসকল আহিছিল আৰু ভাৰতৰ ইতিহাসৰ অংগ হৈ পৰিছিল। তাৰ পিছত পাশ্চাত্যৰ সাংস্কৃতিক সম্পদ লৈ ব্ৰিটিছসকল আহিছিল। নতুন ভাৰত কোনো এটা ধৰ্ম বা জাতিৰ একচেটিয়া নহয়। ইয়াত বিভিন্ন ধৰ্ম আৰু সংস্কৃতিয়ে প্ৰেম আৰু শান্তিৰ সমন্বয়পূৰ্ণ জীৱন যাপন কৰিব লাগিব। সেই পৰিবেশ তৈয়াৰ কৰা আৰু সেই প্ৰেম আৰু সমন্বয় সৃষ্টি কৰাই আজিৰ ভাৰতৰ সৰাতোকৈ ডাঙৰ সমস্যা। ঠাকুৰে নিজে এই সমস্যা সমাধান কৰিবলৈ যৎপৰোনাস্তি চেষ্টা কৰিছিল। শান্তি নিকেতনত প্ৰতিষ্ঠা কৰা তেওঁৰ আন্তৰ্জাতিক বিশ্ববিদ্যালয় বিশ্বভাৰতীৰ উদ্দেশ্য আছিল এক বিশ্বভাতৃত্বৰ পৰিবেশ তৈয়াৰ কৰা য'ত ভাৰতীয় তৰুণ-তৰুণীসকল পূৰ্ব আৰু পাশ্চাত্যৰ শ্ৰেষ্ঠ প্ৰতিনিধিসকলৰ সম্মিলনত লালিত-পালিত হ'ব।

'জাতীয়তাবাদ' শব্দটো যদি এক উচ্চাংগৰ অৰ্থত ব্যৱহাৰ কৰা হয়, তেন্তে দাৰ্শনিক ৰাধা-কৃষ্ণণক 'হিন্দু জাতীয়তাবাদ'ৰ শ্ৰেষ্ঠ প্ৰতিনিধি বুলি ক'ব লাগিব। তেওঁ বৈদিকৰপৰা নব-বেদান্তিকলৈ হিন্দুধৰ্ম আৰু সংস্কৃতিৰ বিশাল আন্দোলনসমূহক বিবৰ্তনৰ এডাল শৃংখলৰে বিভিন্ন গ্ৰন্থি বুলি আৰু ইয়াৰ নীতি, অনুষ্ঠান আৰু সামাজিক প্ৰতিষ্ঠান-সমূহক এক কেন্দ্ৰীয় ধাৰণাৰ যুক্তিযুক্ত ফলশ্ৰুতি বুলি ব্যাখ্যা কৰিলে। এই অহংবাদী আৰু বস্তুবাদী যুগত হিন্দুসকলক তেওঁলোকৰ নৈতিক আৰু আধ্যাত্মিক প্ৰমূল্যসমূহ জীয়াই ৰাখিবলৈ তেওঁ সচেতন কৰি দিলে আৰু তাৰদ্বাৰাই তেওঁলোকক এক উচ্চ আৰু প্ৰেৰণাদায়ক আদৰ্শৰ প্ৰতি উদ্বুদ্ধ কৰিলে, কিন্তু একেসময়তে তেওঁ তেওঁলোকক অতীতক পুনৰ জীয়াই তোলাৰ ধাৰণা দূৰ কৰিবলৈ আৰু বৰ্তমানৰ জগত নিজকে খাপ খুৱাই তুলিবলৈ আহ্বান জনালে। ইতিহাসৰ লগেতে গভীৰ সংযোগ ৰক্ষা কৰাৰ প্ৰয়ো-জনীয়তাৰ গুৰুত্বৰ কথা কৈও তেওঁ ইতিহাসৰ গতিধাৰাক ঘূৰাই অনাৰ ব্যৰ্থ চেষ্টাৰ বিৰুদ্ধে সতৰ্কবাণী শুনাইছিল। তেওঁলোকৰ সন্মুখত তেওঁ থিৰ কৰা আদৰ্শটো আছিল, জাতীয়

ঐতিহ্যৰ এক বুদ্ধিদীপ্ত অধ্যয়নদ্বাৰা তাৰ চিৰস্থায়ী নীতি আৰু প্ৰমূল্যসমূহ আহৰণ কৰা আৰু সিবোৰৰ ভেটিত নতুন পৰিবেশ আৰু প্ৰয়োজন পূৰণ কৰিব পৰাকৈ নতুন শক্তি ব্যৱহাৰ কৰি এক নতুন জীৱন ৰচনা কৰা।

কিন্তু কবি আৰু দাৰ্শনিক আদৰ্শক বাস্তৱত পৰিণত কৰাৰ শব্দক কামলৈ ৰূপান্তৰ কৰাৰ উচ্চবৰ্ণ 'হিন্দু জাতীয়তাবাদ'ৰ আন্দোলনক সকলো জাতি আৰু ধৰ্ম সামৰি লোৱা ভাৰতীয় জাতীয়ত্বলৈ প্ৰসাৰিত কৰাৰ মহান কাম কৰিবৰ বাবে প্ৰয়োজন হৈছিল বুদ্ধৰ পিছত জন্ম লোৱা শ্ৰেষ্ঠ নৈতিক শিক্ষকজনৰ। মহাত্মা গান্ধীৰ ৰাজনৈতিক কৰ্মকাণ্ড তেওঁৰ বৃহত্তৰ লক্ষ্য—মানৱতাৰ আধ্যাত্মিক আৰু নৈতিক পুনৰুজ্জীৱনৰ এটা মাত্ৰ ক্ষুদ্ৰ শাখাহে আছিল। ভাৰতৰ স্বাধীনতাৰ কাৰণে তেওঁ যুঁজ কৰিছিল, কিয়নো এখন স্বাধীন ভাৰতেহে মাত্ৰ তেওঁৰ মহান নৈতিক আদৰ্শক বাস্তৱলৈ ৰূপান্তৰিত কৰিব পাৰিব আৰু তাৰ আদৰ্শৰে আন জাতিসমূহকো সেই পথ অনুসৰণ কৰিবলৈ আহ্বান জনাব পাৰিব।

অহিংসাৰ যোগেদি সত্যৰ অন্বেষণ, এই মহান আদৰ্শ তেওঁ প্ৰথমেই নিজৰ হিন্দু সম্প্ৰদায়ৰ আগত উত্থাপন কৰিলে, কাৰণ ইয়াক তেওঁ হিন্দু জীৱন-দৰ্শনৰ অন্তৰ্তম প্ৰকাশ বুলি বিশ্বাস কৰিছিল। তেওঁৰ আধ্যাত্মিক অভিজ্ঞতাই পৰম বাস্তৱৰ সত্যৰ ৰূপত প্ৰকাশ কৰি দেখুৱাইছিল। সেয়ে অনুসন্ধান তেওঁৰ বাবে চৰম নৈতিক প্ৰমূল্য আছিল। সৎ লক্ষ্যক সৰ্বাধিক সৎ আৰু পবিত্ৰ উপায়েৰে জয় কৰি ৰাজনৈতিক, সামাজিক বা অৰ্থনৈতিক জীৱনৰ প্ৰতিটো ক্ষেত্ৰতে এই চৰম সত্য প্ৰতিষ্ঠা কৰিব পৰা যায়। সত্যৰ পথত প্ৰধান বাধা হ'ল সকলো ধৰণৰ নিয়ন্ত্ৰণহীন আবেগ, যাক মহাত্মা গান্ধীয়ে সাধাৰণভাৱে 'হিংসা' শব্দটোৰে প্ৰকাশ কৰিছে। গতিকে সত্যৰ অনুগামীয়ে চিন্তা, কথা আৰু কামত 'অহিংসা'ৰ চৰ্চা কৰিব লাগিব।

শিক্ষাতকৈও বেছিকৈ তেওঁৰ ব্যক্তিগত উদাহৰণে সকলো শ্ৰেণীৰে অলেখ হিন্দুৰ মনত এক নতুন চেতনাৰ সৃষ্টি কৰিলে, ই হ'ল আত্মশৃংখলা, আত্মত্যাগ, সহনশীলতা আৰু প্ৰেমৰ চেতনা আৰু ই তেওঁলোকক স্বাধীনতা আৰু প্ৰগতিৰ কাৰণে এক শান্তিপূৰ্ণ সংগ্ৰামৰ বাবে প্ৰস্তুত কৰি তুলিলে।

কিন্তু মহাত্মাই দেশৰ স্বাধীনতাৰ কাৰণে যুঁজিবলৈ তেওঁৰ আহ্বান বা তেওঁৰ সত্য আৰু অহিংসাৰ বাণী কেৱল হিন্দুসকলৰ মাজতে সীমিত নাৰাখিলে। হিন্দুসকলৰ দৰেই মুছলমানকে ধৰি আন সংখ্যালঘিষ্ঠসকলকো নিজৰ মানুহ বুলি

মুছলমানেই এই নীতিৰ তীব্ৰ বিৰোধিতা কৰিলে, এই বিৰোধেই জাতীয়তাবাদী মুছলমানসকলৰ সহায়ত মহাত্মা গান্ধীয়ে সৃষ্টি কৰা সাম্প্ৰদায়িক সম্প্ৰীতি ধ্বংস কৰাৰ বাবে আৰু এক আত্মঘাতী সংঘৰ্ষ আৰম্ভ কৰাৰ বাবে দায়ী আছিল।

এই ধ্বংসাত্মক সংঘৰ্ষৰ বাবেই মহাত্মা গান্ধীৰ মহান লক্ষ্য পূৰণৰ সাফল্য বিশাল হ'লেও সম্পূৰ্ণ নহ'ল। মাত্ৰ ত্ৰিছ বছৰৰ এটা চুটি কালৰ ভিতৰতে তেওঁ ভাৰতবৰ্ষক এনে এটা শক্তিৰ কবলৰপৰা মুক্ত কৰিলে যি সেই কালৰ আৱৰ্তণিতে পৃথিৱীৰ ভিতৰত সৰ্বশ্ৰেষ্ঠ আছিল। বহুতো মুছলমান আৰু বহুতো হিন্দুক তেওঁ এটা জাতিত সন্মিলিত কৰিলে। কিন্তু মূল্য হিচাপে তেওঁ ভাৰতবৰ্ষৰ এক চতুৰ্থাংশ ভূমি আৰু এক পঞ্চমাংশ জনসংখ্যা হেৰুৱাব লগা হ'ল, যি স্বাধীন পাকিস্তান ৰাষ্ট্ৰ হিচাপে পৰিগণিত হ'ল।

দেশ বিভাজন আৰু তাৰ পিছত ঘটা ৰক্তাক্ত সংঘৰ্ষৰ স্বাভাৱিক প্ৰতিক্ৰিয়া হিচাপে যি মুছলমান-বিৰোধী মনোভাৱৰ পৰিৱেশ তৈয়াৰ হ'ল, তাত মহাত্মা গান্ধীৰ মুছলমানৰ প্ৰতি সদয় সূচক নীতিয়ে বহুতো হিন্দু সমৰ্থক হেৰুৱালে আৰু মহাত্মাৰ মৃত্যুৰ পিছত প্ৰচুৰ সংখ্যক কংগ্ৰেছ ভোটেৰে সাংবিধানিক সভাই দেৱনাগৰী লিপিত হিন্দীক ৰাষ্ট্ৰভাষা হিচাপে গ্ৰহণ কৰিলে, অৱশ্যে হিন্দীক সাধাৰণ কথিত ভাষা হিন্দুস্থানীৰ ঘনিষ্ঠ কৰি ৰাখিবলৈ চেষ্টা কৰা হ'ব বুলি এটা ব্যৱস্থা ৰখা হ'ল।

সংবিধানত ভাষাৰ ধাৰাটো সুযুওৱাৰ পাছত মুছলমানকে ধৰি বিলকলে ইয়াৰ বিৰোধিতা কৰিছিল, তেওঁলোক সকলোৱে বিনান ভাজকৈ পাৰে ইয়াক সমৰ্থন কৰিলে। কিন্তু হিন্দীৰ অত্যুগ্ৰ প্ৰচাৰকসকলে সুচল নীতি গ্ৰহণ নকৰাৰ ফলত কেৱল মুছলমানৰ মাজতে নহয় অন্যান্য আঞ্চলিক ভাষীৰ মাজতো তীব্ৰ বিৰূপতা সৃষ্টি হ'ল। একেদৰেই, আঞ্চলিক ভাষাৰ ক্ষেত্ৰত তাৰিক সংখ্যাগৰিষ্ঠৰ মনোভংগিত তাৰিক সংখ্যালঘিষ্ঠসকল ক্ষুণ্ণ হৈ পৰিল। ভাষাৰ প্ৰশ্নটো ইয়াৰ পৰৱৰ্তী অধ্যায়ত আমি আৰু বহলকৈ আলোচনা কৰিম আৰু বিভিন্ন সাংস্কৃতিক গোষ্ঠীৰ মাজত ই সৃষ্টি কৰা অপ্ৰয়োজনীয় দ্বন্দ্ব কেনেকৈ হ্ৰাস কৰিব পাৰি তাক দেখুৱাবলৈ চেষ্টা কৰিম।

এইখিনিতে আমি আঙুলিয়াই দিয়া দৰকাৰ যে সাংস্কৃতিক দ্বন্দ্ব আন এখন ক্ষেত্ৰ হ'ল য'ত উদাৰপন্থী আৰু সংৰক্ষণশীলপন্থী শক্তিবোৰ পৰস্পৰ মুখামুখি হৈছে (সেয়ে তাৰিক দ্বন্দ্বতকৈও ই অধিক বিপজ্জনক)। হিন্দু জাতীয়তাবাদী ৰক্ষণশীল ঐতিহ্যৰ বাহক জনসংঘ, হিন্দু মহাসভা আৰু ৰামৰাজ্য পৰিষদৰ বাহিৰেও, জাতীয় কংগ্ৰেছৰ ভিতৰতে উদাৰপন্থী গোষ্ঠীৰ লগত কিছুমান ৰক্ষণশীল বিষয়ত প্ৰবল মতানৈক্য থকা লোকো

গান্ধীবাদী গোষ্ঠী এটাও আছে। পূৰণি সতীৰ্থসকলৰ মাজত মত-পাৰ্থক্য অৱশ্যে সম্প্ৰতি কোনো বিপদৰ কাৰণ নহয়, কিয়নো পাৰম্পৰিক শ্ৰদ্ধা আৰু প্ৰীতিৰে তেওঁলোকক প্ৰতিহত কৰি ৰখা গৈছে, কিন্তু তেওঁলোকক সহমতলৈ আনিব নোৱাৰিলে জাতীয় ঐক্যৰ শক্তিশালী ভিত্তি হিচাপে এক সু-সমন্বিত জাতীয় সংস্কৃতি প্ৰকৃত অনুভূতি আৰু প্ৰয়োজনীয় গতিৰে গঢ়ি তোলা সম্ভৱ নহ'ব।

# সাংস্কৃতিক ঐক্যৰ সম্ভাৱনা : সাম্প্ৰতিক পৰিবেশ

ভাৰতৰ সাংস্কৃতিক পৰিৱেশলৈ চালে আমি দেখা পাওঁ যে যদিও বৈচিত্ৰ্যৰ মাজত ঐক্যৰ পুৰণি আহি এতিয়াও অব্যাহত আছে, তথাপি ঐক্যৰ মূল ধৰণটো মলিন হৈ পৰিছে আৰু বৈচিত্ৰ্যৰ উপকৰণ ধৰণটোহে অধিক স্পষ্ট হৈ পৰিছে। সম্ভৱত উমৈহতীয়া ক্ষেত্ৰবোৰত অধিক গুৰুত্ব দি আমি যদি মূল নক্সাটোৰ ভাৱসাম্য ঘূৰাই আনিবলৈ অনতিপলমে চেষ্টা নকৰো, তেন্তে এই সূক্ষ্ম ভাৱসাম্য চিৰকালৰ বাবেই লোপ পাব।

সাংস্কৃতিক ঐক্যৰ বিকাশৰ বাবে অনুকূল আৰু প্ৰতিকূল যিবোৰ শক্তিয়ে কাম কৰি আছে সেই সকলোবোৰৰে এটা হিচাপ লোৱা ভাল আৰু অনুকূল শক্তিবোৰক অধিক শক্তিশালী কৰি প্ৰতিকূলবোৰক প্ৰতিহত কৰিবৰ বাবে কি কৰিব পাৰি চোৱা দৰ্কাৰ।

প্ৰতিকূল উপাদানবোৰকে লৈ আৰম্ভ কৰিলে দেখা যায় সাংস্কৃতিক ঐক্যৰ সবাতোকৈ চকুত পৰা প্ৰতিবন্ধক হ'ল ভাষাৰ বিভিন্নতা। যেতিয়া কোৱা হয় যে ভাৰতবৰ্ষত চৈধ্যটা আঞ্চলিক ভাষা আছে আৰু চাৰিটা মূল ভাষা-গোষ্ঠীৰ অধীনত বহুতো উপভাষা আছে, তেতিয়া বিদেশীসকলে ভাবে যে ভাৰতীয়সকল এটা জাতি নহয়, বৰং য়ুৰোপৰ বাসিন্দাসকলৰ দৰে কিছুমান উমৈহতীয়া উপাদান-বিশিষ্ট বিভিন্ন সংস্কৃতিৰ এক বিবিধ বৈশিষ্ট্যৰ জনগোষ্ঠী। কিন্তু আমি দেখিছো যে যদিও ভাৰতৰ ভাষাৰ বিভিন্নতা য়ুৰোপৰ দৰেই বিশাল আৰু পোছাক পৰিচ্ছদ, খাদ্য আৰু সাধাৰণ জীৱন যাপন পদ্ধতিৰ পাৰ্থক্য আৰু বিশালতৰ আধ্যাত্মিক আৰু নৈতিক আদৰ্শসমূহ আৰু সামাজিক অনুষ্ঠানসমূহৰ ঐক্যই ভাৰতক য়ুৰোপৰ বাবে অপৰিচিত এক অন্তৰঙ্গীণ ঐক্য দান কৰিছে। তথাপি, সন্দেহ নাই যে ভাষাগত বাধাৰ কাৰণে ধৰ্মৰ বাহিৰে

জীৱনৰ আন সকলো স্তৰতে ভাৰতৰ বিভিন্ন ঠাইৰ মানুহে পৰস্পৰক তুলনামূলকভাৱে আচহুৱা যেন অনুভৱ কৰে। ইংৰাজী বা হিন্দী নাজানিলে অহিন্দী ভাষী অঞ্চলত লোকে নিজৰ অঞ্চলৰ বাহিৰত নিজকেই আনৰ ওচৰত প্ৰকাশ কৰিবলৈ অতিশয় অসুবিধা পায়। এইটো ঠিক যে নতুন ঠাইত কিছুদিন কটালেই এজন মানুহে কাম চলাব পৰাকৈ জাতীয় ভাষাটো শিকি ল'ব পাৰে, কিন্তু ধৰ্মীয়, বিশ্বাস আৰু চিন্তাৰ উমৈহতীয়া পটভূমি থকা সত্ত্বেও তেওঁ তেওঁৰ চাৰিওফালৰ মানুহখিনিৰ লগত আন্তৰিক সম্পৰ্ক স্থাপন কৰিব নোৱাৰে। কাৰণ গভীৰতৰ ভাব চিন্তাৰ বিনিময়ৰ কাৰণে কোনো উমৈহতীয়া মাধ্যম নাই। গতিকে এটা সংযোগী ভাষা নোহোৱালৈকে আৰু ভাষাটোৰ সম্বন্ধে দেশৰ মানুহে নজনালৈকে কোনো ফলদায়ক সাংস্কৃতিকে ঐক্য সম্ভৱ নহ'ব।

কিন্তু কেৱল ভাষাৰ বিভিন্নতাই ভাৰতৰ ঐক্যৰ নিশ্চিত বিপদ নহ'লহেঁতেন যদিহে তাৰ লগতে ভাষিক সাম্প্ৰদায়িকতাবাদে আৰু বহুক্ষেত্ৰত তাৰ চৰমৰূপ উগ্ৰ জাতি-প্ৰেমে দেখা নিদিলেহেঁতেন। যৌক্তিক, ঐতিহাসিক আৰু প্ৰায়োগিক কাৰণত সম্পূৰ্ণ ন্যায়সংগত হোৱা সত্ত্বেও ভাষিক ৰাজ্য-গঠন আন্দোলনটোক আমাৰ সমাজ-জীৱনৰ এই বিষে দেশক আন্তৰিকভাৱে ভালপোৱা মানুহখিনিৰ মাজে চিন্তাৰ কাৰণ কৰি তুলিছে।

কোনো ভুল বুজা-বুজিৰ সম্ভাৱনা দূৰ কৰিবলৈ ভাষিক সাম্প্ৰদায়িকতাবাদৰ অৰ্থটো পৰিষ্কাৰ কৰি দিয়া উচিত। একে ভাষা কোৱা কোনো জনগোষ্ঠীয়ে এটা সুস্পষ্ট সম্প্ৰদায় গঠন কৰাৰ চেতনা সম্পূৰ্ণ স্বাভাৱিক আৰু বৈধ। কিন্তু এই চেতনাৰ লগত যদি এনে ভাব জড়িত হয় যে সেই একে ঠাইতে বা ওচৰতে থকা দেশৰে আন এটা ভাষা কোৱা লোকসকল অতি নিকৃষ্ট ধৰণৰ বাহিৰা মানুহ আৰু তেওঁলোকক তেনেধৰণেই ব্যৱহাৰ কৰা উচিত, তেনেহ'লে সেই চেতনাই জাতীয় ঐক্যৰ পক্ষে ক্ষতিকৰ ভাষিক সাম্প্ৰদায়িকতাবাদৰ কুৎসিত ৰূপ লয় আৰু সেইটো প্ৰবলভাৱে নিন্দনীয়। তাতকৈও বেছি ক্ষতিকৰ আৰু আপত্তিকৰ হ'ল সংখ্যালঘিষ্ঠসকলৰ ল'ৰা-ছোৱালীয়ে মাতৃভাষাত প্ৰাথমিক শিক্ষা লাভ কৰাৰ অধিকাৰকে ধৰি তেওঁলোকৰ ভাষা আৰু সংস্কৃতিৰ সংৰক্ষণ আৰু বিকাশৰ সংবিধান-প্ৰদত্ত অধিকাৰ সংখ্যাগৰিষ্ঠসকলৰদ্বাৰা ব্যাহত কৰাৰ বা ৰাজ্যৰ চাকৰি আৰু অন্যান্য নিযুক্তি সংখ্যালঘিষ্ঠসকলক ব্যক্তিগতভাৱে বঞ্চিত কৰাৰ যত্নটোৱেই। দুৰ্ভাগ্যবশতঃ ভাৰতত এই উগ্ৰ জাতি-প্ৰেম আছে আৰু ই এক দুৰন

পৰিৱেশ সৃষ্টি কৰিছে : ৰাজ্যবোৰ ভাষাৰ ভিত্তিত পুনৰ্গঠিত কৰাৰ পিছত, প্ৰত্যেক ৰাজ্যতে ভাষিক সংখ্যালঘিষ্ঠসকলৰ সাংস্কৃতিক আৰু অন্যান্য অধিকাৰসমূহ বহুক্ষেত্ৰত উপেক্ষা কৰা হৈছে। সেয়ে যেতিয়া ভাষিক ৰাজ্যসমূহৰ সীমা পুনৰনিৰ্ণয়ৰ প্ৰশ্ন উঠে, দেখা যায় যে সীমা অঞ্চলত তীব্ৰ দ্বন্দ্ব আৰু সংঘৰ্ষ আৰম্ভ হয়, দুটা বা তাতকৈ বেছি ভাষা-গোষ্ঠীৰ প্ৰত্যেকে নিজৰ বসতি অঞ্চল সেই ৰাজ্যত অন্তৰ্ভুক্ত কৰাৰ দাবী তোলে যত তেওঁলোকৰ মাতৃভাষা চৰকাৰী ৰাজ্য ভাষা হ'ব। যদি সীমা অঞ্চলত বাস কৰা প্ৰতিটো ভাষা গোষ্ঠীক আশ্বস্ত কৰিব পৰা যায় যে তেওঁলোকৰ বসতি-অঞ্চল যি ৰাজ্যতেই থাকক নাথাওক তাতেই তেওঁলোক সকলোৱে সম-ব্যৱহাৰ পাব আৰু তেওঁলোকৰ সাংবিধানিক অধিকাৰসমূহ ৰক্ষা কৰা হ'ব, তেন্তে ভাষিক ৰাজ্যক কেন্দ্ৰ কৰি সৃষ্টি হোৱা এটা প্ৰধান সমস্যা দূৰ হ'ব।

সৌভাগ্যবশতঃ এটা অনুকূল উপাদানৰ বাবে এই আশা কৰিব পৰা গৈছে যে ভাষিক সাম্প্ৰদায়িকতাবাদৰ ধ্বংসাত্মক ফলাফল তাৰ চৰমবিন্দুলৈ আগবাঢ়িব আৰু দেশৰ ৰাজনৈতিক বিভাজন সংঘটিত নকৰিব, সংঘৰ্ষৰত গোষ্ঠী বা অঞ্চলবোৰ সৰ্বসাধাৰণতে কেন্দ্ৰত থকা চৰকাৰৰ প্ৰতি সম্পূৰ্ণ আস্থাশীল আৰু সাংস্কৃতিক আৰু অন্যান্য বিবাদৰ সমাধানত কেন্দ্ৰৰ পৰামৰ্শ গ্ৰহণৰ বাবে তেওঁলোক প্ৰস্তুত। এই গুণটো এটা ডাঙৰ সম্পদ, কৌশল আৰু দৃঢ়তাৰে ব্যৱহাৰ কৰিলে ইয়াৰদ্বাৰা প্ৰতিখন ৰাজ্যতে আৰু সমগ্ৰ দেশতে সাংস্কৃতিক সমন্বয় সাধন কৰিব পৰা যুক্তিনিষ্ঠ ভাষা নীতি ৰচনা কৰিব পৰা যাব।

ভাৰতৰ চূড়ান্ত সাংস্কৃতিক ঐক্যৰ বাবে কাম কৰি থকা আন এটা শক্তিশালী উপাদান হ'ল যোৱা ষাঠি-সত্তৰ বছৰৰ ভিতৰত বিকাশ লাভ কৰা ৰাজনৈতিক আদৰ্শসমূহৰ মিল। ব্ৰিটিছ শাসনে ভাৰতৰ যিবিলাক ক্ষতি কৰিছিল, তাৰ ক্ষতিপূৰণ কৰিলে এটা স্বাধীন গণতান্ত্ৰিক জাতিৰ সংস্পৰ্শই আৰু এটা ডাঙৰ আশীৰ্বাদ—সি হ'ল, আধুনিক গণতন্ত্ৰৰ তত্ত্ব আৰু প্ৰয়োগৰ এক প্ৰণালীবদ্ধ প্ৰশিক্ষণ, যদিও গণতন্ত্ৰৰ দাৰ্শনিক তত্ত্বৰ অধ্যয়ন আৰু ই সৃষ্টি কৰা উদাৰপন্থী দৃষ্টিভংগী এক ক্ষুদ্ৰ বুদ্ধিজীৱী-চক্ৰৰ মাজত সীমাবদ্ধ আছিল; লৰ্ড ৰিপনে স্থানীয় স্বায়ত্ত শাসন আৰম্ভ কৰা দিনৰেপৰা ভাৰতীয় জনসাধাৰণে সকলো স্তৰতে ক্ৰমে ক্ৰমে লাভ কৰা প্ৰতিনিধিমূলক প্ৰতিষ্ঠানৰ শিক্ষণীয় পদ্ধতিৰ ব্যৱহাৰিক প্ৰশিক্ষণে এক সুসমন্বিত ভাৰতীয় এক ৰাজনৈতিক দৃষ্টিভংগীৰ ঐক্য দান কৰিলে, যি প্ৰাচ্যত বিৰল আৰু পাশ্চাত্য দেশসমূহৰো সমকক্ষ মাত্ৰ।

পাশ্চাত্য সংস্কৃতিৰ অন্যান্য প্ৰভাৱেও ভাৰতৰ শিক্ষিত শ্ৰেণীৰ জীৱন আৰু চিন্তাৰ মাজত এক সাৰ্বজনীন উপাদান তৈয়াৰ কৰে আৰু ই এক মূল্যবান ঐক্যবদ্ধকাৰী শক্তিৰূপে ক্ৰিয়া কৰে। ভাৰতৰ বিভিন্ন অঞ্চলৰ মানুহৰ মাজত উচ্চতৰ বৌদ্ধিক স্তৰত ইংৰাজী যোগাযোগৰ সাৰ্বজনীন মাধ্যম হৈ পৰিল আৰু হিন্দীৰ ৰাষ্ট্ৰ'ভাষা প্ৰচলন নোহোৱালৈকে আৰু বৈজ্ঞানিক ধাৰণাবোৰ পৰিষ্কাৰ আৰু সঠিককৈ প্ৰকাশ কৰিব পৰাকৈ হিন্দীৰ বিকাশ নোহোৱালৈকে ইংৰাজীয়ে কিছুকাল এই স্থান দখল কৰি থাকিব। তদুপৰি, যোৱা শতিকাৰ শেষৰফালে দেশৰ ক্ৰমবৰ্ধিত স্বাধীনতা আন্দোলনৰ প্ৰভাৱত আধুনিক শিক্ষিত শ্ৰেণীটোৱে ইয়াৰ পূৰণি ঔপনিবেশিক সভ্যতাৰ দাস সুলভ অনুকৰণৰ মনোবৃত্তি এৰি প্ৰকৃত ইংৰাজী সংস্কৃতিৰ শ্ৰেষ্ঠ উপাদানসমূহ আহৰণ কৰিবলৈ লৈছিল। এতিয়া এই শ্ৰেণী'য় পশ্চিমৰ বৈজ্ঞানিক মনোভংগি, উদাৰ জীৱনবীক্ষা আৰু অৰ্থনৈতিক উপাদানসমূহৰ উপযুক্ত বোধ তেওঁলোকৰ মানসিকতাৰ এক অংগ কৰি ল'বলৈ বিচাৰিলে।

আমাৰ জাতীয় জীৱনৰ লগত ঠিকমতে খাপ খুৱাই ল'ব পাৰিলে স্বাস্থ্যপ্ৰদ আধুনিকতাৰ প্ৰতি এই নতুন মনোভাৱ সকলো সাংস্কৃতিক গোষ্ঠীৰ বাবে এক মিলনক্ষেত্ৰ হ'ব পাৰে আৰু এক সমন্বয়পূৰ্ণ জাতীয় সংস্কৃতিৰ বিকাশত বিৰাট সহায় কৰিব পাৰে। আমাৰ ৰাজনৈতিক আৰু অৰ্থনৈতিক উন্নতিৰ কাৰণে, আধুনিক পাশ্চাত্য সংস্কৃতিৰ মৌলিক নীতিসমূহৰ এই আত্মীয়কৰণ আৰু বেছি গুৰুত্বপূৰ্ণ। কেৱল সেই নীতিসমূহৰ ভিত্তিতহে আমি নিজৰ কাৰণে বাছি লোৱা সমাজবাদী, গণতান্ত্ৰিক, ধৰ্মনিৰপেক্ষ ৰাষ্ট্ৰ আৰু পৰিকল্পিত ঔদ্যোগিক অৰ্থনীতি সুনিশ্চিতভাৱে গঢ়ি তুলিব পাৰিম।

সাংস্কৃতিক ঐক্যৰ বাবে সৰ্বশেষ (যদিও সৰ্বনূ্যন নহয়) অনুকূল উপাদান হ'ল এয়ে যে হিন্দুধৰ্মই এক বৃহৎসংখ্যক জনসাধাৰণৰ কাৰণে আধ্যাত্মিক, নৈতিক আৰু সামাজিক ধাৰণা আৰু অনুষ্ঠানৰ ঐক্য সূচনা কৰে, এই ঐক্য অধিক স্পষ্ট হ'ব যেতিয়া এটা উবৈহতীয়া বাহিৰ ভাষাই ভাষিক পাৰ্থক্যৰ দেওঁবাৰবোৰ ভাঙি পেলাব। তেতিয়া এক সাৰ্বজনীন জাতীয় সংস্কৃতিৰ সমস্যা হিন্দুধৰ্ম আৰু ধৰ্মীয় সংখ্যালঘিষ্ঠসকলৰ মাজত সাংস্কৃতিক বুজাবুজিৰ এটা তুলনামূলকভাৱে সৰল প্ৰশ্নলৈ পৰ্য্যবসিত হৈ পৰিব। শিখ, খৃষ্টান আৰু পাৰ্চীৰ দৰে ক্ষুদ্ৰ সংখ্যালঘিষ্ঠ গোষ্ঠীবিলাকে ইতিমধ্যেই হিন্দুধৰ্মৰ লগত নিজকে খাপ খুৱাই লৈছে বা সহজে ল'ব পাৰিব, এই কথা সকলোৱে স্বীকাৰ কৰিব। কেৱল দেশৰ জনসংখ্যাৰ দহৰপৰা এঘাৰ শতাংশ— বৃহত্তৰ সংখ্যালঘিষ্ঠ—60,000,000তকৈও বেছি মুছলমানৰ ক্ষেত্ৰতহে বহুতে মনত

কৰে যে তেওঁবিলাকে ভাৰতত গঢ়ি উঠিবলগীয়া সাংস্কৃতিক জীৱনৰ সাধাৰণ পেটাৰ্নৰ লগত খাপ খাব পাৰিবনে নোৱাৰে। এক উমৈহতীয়া হিন্দুস্থানী সংস্কৃতিৰ যোগেদি হিন্দুৰ লগত এসময়ত একেলগ হৈ পৰা মুছলমানসকলে পুনৰবাৰ তে ন কৰিব পাৰিব, এই যুক্তিয়ে সন্দেহবাদীসকলক সন্তুষ্ট নকৰে, দেশ বিভাজনৰ সপক্ষে মুছলিম লীগৰ যুক্তি এই দাবীৰ ওপৰত প্ৰতিষ্ঠা কৰা হৈছিল যে মুছলমানসকলৰ সংস্কৃতি হিন্দুতকৈ সম্পূৰ্ণ পৃথক আৰু সেয়ে তেওঁলোকক এক পৃথক ৰাষ্ট্ৰ হিচাপে গঢ় দিয়া উচিত। গতিকে, আজিৰ হিন্দু আৰু মুছলমান সমাজৰ মৌলিক সাংস্কৃতিক অৱস্থান পৰীক্ষা কৰি তেওঁলোকক কিমানদূৰ সমন্বয়ৰ পথলৈ আনিব পাৰি তাক চোৱাটো আমাৰ বাবে অতি প্ৰয়োজনীয়।

হিন্দু আৰু মুছলমান সংস্কৃতিৰ সুস্পষ্ট উপাদানসমূহ সহজে পৰ্য্যবেক্ষণ কৰিব বা চিহ্নিত কৰিব পৰা যায়। কিন্তু এই প্ৰতিটো সংস্কৃতি ৰ পৰিচয়জ্ঞাপক সত্তা যিবোৰ অস্পষ্ট মন্ময় আৰু তন্ময় সামাজিক উপাদানৰদ্বাৰা গঠিত হৈছে সেইবোৰক চিহ্নিত কৰা টান, বিশেষকৈ বৰ্তমান সময়ত, যেতিয়া উভয় সংস্কৃতিয়েই এক পৰিবৰ্তনমুখী কাল আৰু অন্তঃসংঘাতৰ মাজেদি পাৰ হ'ব ধৰিছে। এই কামটো কৰিব পাৰে কোনো কবি'য়, যাৰ মন তেওঁৰ কালৰ দাপোণ আৰু যাৰ কণ্ঠ তেওঁৰ জনগণৰ কণ্ঠ। সৌভাগ্যবশতঃ আমাৰ কালত আমাৰ দুজন এনে কবি আছিল, হিন্দুৰ মাজত ৰবীন্দ্ৰনাথ ঠাকুৰ আৰু মুছলমানৰ মাজত ইক্‌বাল্। আজিৰ হিন্দু সংস্কৃতিক আত্মাক ৰবি ঠাকুৰতকৈ আৰু ভাৰতীয় মুছলমানৰ আত্মাক ইক্‌বালতকৈ বেছি'ক কোনেও বুজিব নোৱাৰিছিল। প্ৰধানতঃ তেওঁলোকৰ অনুপ্ৰেৰণাতে তেওঁলোকৰ নিজ নিজ সম্প্ৰদায়ৰ মাজত নতুন সাংস্কৃতিক চেতনাৰ সৃষ্টি হৈছিল।

ইতিমধ্যে উল্লেখ কৰাৰ দৰেই বৈচিত্ৰ্যৰ মাজত ঐক্যৰ অতীন্দ্ৰিয় বোধ ভাৰতীয় মনৰ এক মৌলিক চৰিত্ৰ। এক মূলকেন্দ্ৰ অভিলাষী বহুতৰ বিষয়ৰ এই বি বোধে তেওঁলোকক জীৱন আৰু বাস্তৱতা দান কৰে সি মূলতঃ ধৰ্মীয় অভিজ্ঞতা। ভাৰতীয় চৰিত্ৰৰ পৰিচয়জ্ঞাপক বৈশিষ্ট্যটো সেয়ে ধাৰ্মিকতা বুলি ক'ব পৰা যায়। প্ৰকৃততঃ ভাৰতীয় ধৰ্মৰ নৈতিক প্ৰবৃত্তি নিৰ্ধাৰণত আন আন প্ৰবৃত্তিৰ বিভিন্ন ঐক্যকেন্দ্ৰিক বৃত্তসমূহৰ কেন্দ্ৰ হ'ল ধৰ্মীয় প্ৰবৃত্তি। আনকি আজি যেতিয়া ধৰ্মীয় চেতনা গোড়াসকলৰ মনত এক স্থবিৰ পুখুৰী আৰু আধুনিক শিক্ষিতসকলৰ মনত এক অবাং বৃত্তিত পৰিণত হৈছে, তেতিয়া ধৰ্মীয় অনুভূতি ইমানেই শক্তিশালী যে এই উভয় শ্ৰেণীয়ে ধৰ্মৰ ভিত্তিত

প্ৰতিষ্ঠিত নোহোৱা কোনো জীৱন-দৰ্শনৰ কথা ভাবিব নোৱাৰে।

আমি দেখিছো যে হিন্দুসকলৰ মাজৰ সকলো নতুন বৌদ্ধিক আৰু সাংস্কৃতিক আন্দোলন ধৰ্মীয় উদ্দেশ্যৰদ্বাৰা অনুপ্ৰাণিত হৈছিল আৰু তেওঁলোকৰ নেতাসকলে সৌৰজগতত সূৰ্য্যৰ যি স্থান ধৰ্মকো জীৱন পদ্ধতিত সেই স্থান দিছিল। তেওঁলোকৰ মাজত আটাইতকৈ উদাৰপন্থী আৰু গোড়ামিৰ সৰ্বশ্ৰেষ্ঠ বিৰোধী আছিল ৰবীন্দ্ৰনাথ। আধুনিক পাশ্চাত্য জগতৰ যি নতুন উজ্জ্বল পোহৰে প্ৰকৃতিৰ গোপন সত্যবোৰ, তাৰ প্ৰচণ্ড শক্তিবোৰ আৰু শক্তিবোৰক নিয়ন্ত্ৰণ কৰা বিধিবোৰ আৰু মানুহৰ কল্যাণ বৃদ্ধিৰ বাবে এইবোৰক ব্যৱহাৰ কৰাৰ কৌশলবোৰ প্ৰকাশ কৰে সেই পোহৰৰ বাবে কবি-গুৰুৱে তেওঁৰ মনৰ সকলোবোৰ খিড়িকী খুলি ৰাখিছিল। কিন্তু এই কাল্পনিক আদৰ্শই তেওঁক সন্তুষ্ট কৰিব নোৱাৰিছিল, কিয়নো ভাৰতীয় আত্মাই পাবলৈ হাবিয়াস কৰা প্ৰাকৃত ঘটনাসমূহৰ আঁৰত থকা বাস্তৱৰ লগত এক জীৱন্ত আৰু গভীৰ সম্বন্ধ স্থাপন কৰাত এই আদৰ্শ ব্যৰ্থ হৈছিল। গতিকে, যোৱা 2500 বছৰৰ সত্যানুসন্ধানীসকলক বাট দেখুৱাই অহা প্ৰাচীন 'উপনিষদ'ৰ আশ্ৰয়লৈ তেওঁ ঘূৰি যাব লগা হৈছিল। শিল্পী আৰু প্ৰকৃতি-জগতৰ মাজৰ সম্পৰ্কৰ বিষয়ে কওঁতে কবি-গুৰুৱে আমাক পৃথিৱী সম্পৰ্কে এই ধাৰণাৰ এটা আভাস দিছে:

পৃথিৱীয়ে সোধে: "বন্ধু, তুমি মোক দেখিছানে? খাদ্য আৰু ফলমূল যোগাওঁতা হিচাপে নহয়, তুমি বিচাৰি উলিওৱা বিধিসমূহৰ অধিকাৰী হিচাপে নহয়, বৰং এজন আপোন হিচাপে, এজন ব্যক্তি হিচাপে তুমি মোক ভাল পোৱানে?"

শিল্পীয়ে উত্তৰ দিয়ে: "হয়, মই তোমাক দেখিছো, তোমাক মই জানো, আৰু ভাল পাওঁ এই কাৰণে নহয় যে তোমাক মোৰ প্ৰয়োজন আছে, এই কাৰণে নহয় যে তোমাৰ মই প্ৰশংসা কৰিছো আৰু মোৰ নিজৰ শক্তিৰ উদ্দেশ্যে তোমাৰ বিধিবোৰ ব্যৱহাৰ কৰিছো; যিবোৰ শক্তিয়ে কাম কৰে, গতি দিয়ে আৰু ক্ষমতা দিয়ে সেইবোৰক মই জানো, কিন্তু সেইবোৰৰ কাৰণেও নহয়। হ'ব তুমি মই, সেয়েহে মই তোমাক ভাল পাওঁ!"

"মই" আৰু "তুমি"ৰ মাজৰ পাৰ্থক্য বিলুপ্ত কৰি পেলোৱা এনে অনুভৱ এই উপলব্ধিয়েই হিন্দু ধৰ্মীয় দৰ্শনৰ কেন্দ্ৰীয় ধাৰণা আৰু তেওঁলোকৰ বাবে ই যেই চূড়ান্ত নৈতিক লক্ষ্য।

ইয়াৰে মুছলমানসকলৰ ক্ষেত্ৰত যোৱা শতিকাত [illegible]

সাংস্কৃতিক জীৱনৰ ক্ষেত্ৰ বুলি গণ্য কৰে। কিন্তু আনকি আধুনিক শিক্ষিত শ্ৰেণীৰ ভিতৰতো কোনো তাৎপৰ্য্যপূৰ্ণ চিন্তাবিদে ধৰ্মৰ বাহিৰে সংস্কৃতিৰ আন কোনো ভিত্তিৰ ধাৰণা কৰিব পৰা নাই। আধুনিক ধৰ্মীয় চিন্তাৰ শ্ৰেষ্ঠ প্ৰতিনিধি আছিল ইক্‌বাল্। তেওঁ ধাৰ্মিক মানুহ নাছিল, আছিল এজন কবি আৰু দাৰ্শনিক। ইংলণ্ড আৰু জাৰ্মানীত উচ্চ শিক্ষা লাভ কৰা এজন ব্যক্তি হিচাপে তেওঁ কবি-গুৰুতকৈও অধিক পৰিমাণে পাশ্চাত্য চিন্তাৰ প্ৰভাৱৰ সন্মুখীন হৈছিল আৰু সাংস্কৃতিক সমস্যাৰ প্ৰতি তেওঁৰ চিন্তা-ধাৰণা অধিক বিজ্ঞান সন্মত আৰু সমালোচনামূলক আছিল। কিন্তু ধৰ্মৰ তাৎপৰ্য্য সম্পৰ্কে তেওঁ কবি-গুৰু ঠাকুৰৰ দৰেতে একে সিদ্ধান্তত উপনীত হৈছিল :

ধৰ্ম এটা বিভাগীয় বিষয় নহয়, ই কেৱল চিন্তাও নহয়, কেৱল অনুভৱো নহয় আৰু কেৱল কৰ্মও নহয়। সেয়ে ধৰ্মৰ মূল্য বিচাৰ কৰোঁতে দৰ্শনে ধৰ্মৰ কেন্দ্ৰীয় অৱস্থান স্বীকাৰ কৰিব লাগিব আৰু চিন্তামূলক বিশ্লেষণ পদ্ধতিত ইয়াক এক আকৰ্ষণ কেন্দ্ৰ বুলি স্বীকাৰ কৰাৰ বাহিৰে আন উপায় নাই।

কবি-গুৰু ঠাকুৰৰ দৰেই ইক্‌বালৰ কাৰণেও ধৰ্মৰ মৌলিক প্ৰকৃতি হ'ল পৰম বাস্তৱৰ লগত মানুহৰ সম্পৰ্ক। তেওঁৰ মতে : "কোৰাণৰ মূল উদ্দেশ্য হ'ল ঈশ্বৰ আৰু বিশ্ব-প্ৰকৃতিৰ লগত মানুহৰ বহুমুখী সম্পৰ্কৰ বিষয়ে মানুহৰ মনত উচ্চতৰ চেতনা জগাই তোলা।"

ইয়াৰ অৰ্থ এয়ে যে যৌক্তিক বিশ্লেষণ কৰাৰ পূৰ্বে হিন্দু আৰু মুছলমানসকলৰ মৌলিক ধৰ্মীয় অভিজ্ঞতা মধ্যযুগৰ হিন্দু-ভক্ত আৰু মুছলমান চুফীসকলৰ মনত যেনেকৈ প্ৰায় একে আছিল আজিও প্ৰায় সেই দৰেই আছে।

কিন্তু হিন্দু আৰু মুছলমান উভয় মনৰ এই দুয়ে, অৰ্থাৎ আধ্যাত্মিক অভিজ্ঞতাৰ এই দুই দাৰ্শনিক-কবিয়ে আগবঢ়োৱা যৌক্তিক ব্যাখ্যাই পৰম বাস্তৱৰ যি ধাৰণা প্ৰকাশ কৰিছে সি বেলেগ বেলেগ। কোনো অসতৰ্ক পৰ্য্যবেক্ষকৰ খাবে কবি-গুৰু ঠাকুৰে পৰম বাস্তৱক সম্পূৰ্ণ ব্যক্তিগত ঈশ্বৰ ৰূপে ধাৰণা কৰা যেন ভাবিব পাৰে (ৰামানুজাচাৰ্য্য, ৰামানন্দ, কবীৰ, চৈতন্য আদি ভক্তি-মাৰ্গৰ মহান প্ৰবৰ্ত্তকসকলে কৰাৰ দৰে), কিন্তু ভক্তি-মাৰ্গত ঈশ্বৰৰ ধাৰণা আৰু বেদান্তত ব্ৰহ্মৰ ধাৰণাক এক বাস্তৱৰ দুই দিশ বুলি গণ্য কৰিব খোজা হিন্দু-মনৰ শেহতীয়া মনোভাৱৰ দ্বাৰাহে তেওঁ গভীৰ-ভাৱে প্ৰভাৱান্বিত হৈছিল। সাধাৰণতে ঈশ্বৰক আনন্দৰ আকাংক্ষিত প্ৰিয়জন বুলি উল্লেখ কৰিলেও তেওঁ ঈশ্বৰক সীমাৰ অতীত আৰু সাকাৰ বা নিৰাকাৰ বুলিও কৈছে।

এঠাইত কবি-গুৰু ঠাকুৰে কৈছে : "আত্মাৰ বিচৰণত কাৰণে য'ত অসীম আকাশ বিস্তৃত হৈছে তাতে নিষ্কলংক শুভ্ৰ উজ্জলতা বিৰাজ কৰিছে। তাত দিন বা ৰাতি নাই, ৰং বা আকাৰ নাই, আৰু কেতিয়াও, কোনো কাহানিও, এটাও শব্দ নাই।"

একে দৰেই কবি ঠাকুৰৰ দৰ্শনত মানুহ আৰু ঈশ্বৰৰ সম্পৰ্কবো দুটা দিশ আছে। ব্যক্তিগত ঈশ্বৰৰ সন্মুখত মানুহৰ আত্মা নিজৰ স্বতন্ত্ৰ অস্তিত্ব সম্পৰ্কে সচেতন, কিন্তু পৰমৰ সৈতে সম্পৰ্কৰ ক্ষেত্ৰত, এক পৰম বাস্তৱতাৰ বাহিৰে ই নিজকে অস্তিত্বহীন বুলি গণ্য কৰে। তেওঁ কৈছে "প্ৰেমত, ইয়াৰ এটা মূৰে পোৱা যায় ব্যক্তিগত, আনটো মূৰে নৈৰ্ব্যক্তিক। এটা মূৰত পোৱা যায় ইতিবাচক দাবী—এয়া মই, আনটো মূৰত সমানেই প্ৰবল নেতি—মই নহয়। এই সত্তা নহ'লে প্ৰেম কি? আকৌ কেৱল এই সত্তা থাকিলে প্ৰেম কিদৰে সম্ভৱ হ'ব?"

ঈশ্বৰৰ ধাৰণা আৰু মানুহ আৰু ঈশ্বৰৰ সম্পৰ্কৰ ক্ষেত্ৰত এই দ্বৈতবোধ ড° ৰাধাকৃষণে এনেকৈ ব্যাখ্যা কৰিছে। মানুহে যেতিয়া তেওঁৰ সীমিত বৌদ্ধিক ক্ষমতাৰ যোগেদি পৰম বাস্তৱক উপলব্ধি কৰিবলৈ চেষ্টা কৰে, তেতিয়া তেওঁ আপোন সত্তাৰপৰা পৃথক এক ব্যক্তিগত ঈশ্বৰৰ ধাৰণাৰ ওপৰলৈ যাব নোৱাৰে। কিন্তু যি মুহূৰ্তে তেওঁ বৌদ্ধিক স্তৰৰ ওপৰলৈ গৈ ধৰ্মীয় অতীন্দ্ৰিয়তাৰ স্তৰ লাভ কৰে, সেই মুহূৰ্ততে তেওঁ ঈশ্বৰ, মানুহ আৰু বিশ্ব চৰাচৰৰ ঐক্যবোধ সম্পৰ্কে সচেতন হৈ পৰে।

ইকবালৰ দৰ্শনত পৰম বাস্তৱৰ ধাৰণা প্ৰকৃততে দুই চিন্তা ধাৰাৰ সংগম (ক) কোৰাণৰপৰা ধাৰণা গ্ৰহণ কৰা বাহদি গোষ্ঠীৰ মুছলমান চুফীসকল আৰু (খ) নীৎসে আৰু বেৰ্গচঁৰ আধুনিক য়ুৰোপীয় দৰ্শন। ইকবালে ইবোৰক এক সুসমন্বিত পূৰ্ণাংগ ধাৰাত মিশ্ৰিত কৰিব খুজিছিল। তেওঁ পৰম বাস্তৱক উচ্চতৰ অৰ্থত এক ব্যক্তিত্ব বুলি গণ্য কৰিছিল। "আমাৰ অভিজ্ঞতাৰ সমালোচনাই পৰম বাস্তৱক এক যুক্তিসংগততাৰে পৰিচালিত জীৱন হিচাপে প্ৰকাশ কৰে, যাক আমাৰ জীৱনৰ অভিজ্ঞতাৰ পৰিপ্ৰেক্ষিতত এক জৈৱিক এককৰ বাহিৰে আন একো হিচাপেই ধাৰণা কৰিব নোৱাৰি, ই এক কেন্দ্ৰীয় প্ৰসংগ—বিধূ সমন্বিত ঘনসন্নিবদ্ধ বস্তু। জীৱনৰ চৰিত্ৰ যিহেতু এনেকুৱা, পৰম জীৱনক কেৱল এক সত্তা হিচাপহে ধাৰণা কৰিব পাৰি।"

কিন্তু ইকবালে পৰম সত্তা আৰু মানৱীয় ব্যক্তিসৰ মাজত ভিন্ন বিচাৰৰ বিৰুদ্ধে সতৰ্ক কৰি দিছে। "পৰম বাস্তৱ হ'ল এটা যুক্তিসংগততাৰে পৰিচালিত সৃষ্টিশীল

জীৱন। এই জীৱনক এক সত্তা হিচাপে ব্যাখ্যা কৰাৰ অৰ্থ ঈশ্বৰক মানুহৰ মূৰ্তিত ধাৰণা কৰা নহয়। ইয়াৰ অৰ্থ হ'ল এই অভিজ্ঞতালব্ধ সৰল সত্যক মাত্ৰ গ্ৰহণ কৰা যে জীৱন এক আকাৰবিহীন তৰল পদাৰ্থ নহয়, বৰং ঐক্যৰ সুসংবদ্ধকাৰী নীতি, জীৱন বিভিন্নমুখী গুণসমূহক এক গঠনমূলক উদ্দেশ্যত একেলগে ধৰি ৰাখি কেন্দ্ৰীভূত কৰা সংশ্লেষণমূলক কাম।"

মৌলিক ধৰ্মীয় অভিজ্ঞতাৰ ঠাকুৰ আৰু ইকবালে দিয়া ব্যাখ্যাৰ পাৰ্থক্য সম্পৰ্কে এই উক্তিয়ে আমাক কিছু ধাৰণা দিয়ে। ঠাকুৰৰ ঈশ্বৰ যৈ মূলতঃ বেদান্তৰ ব্ৰাহ্ম, তেওঁৰ কবিতাত প্ৰাণ আৰু চাঞ্চল্য ভৰা এক ব্যক্তিগত ঈশ্বৰৰ ধাৰণা তেওঁৰ বাবে বাস্তৱৰ এক নিম্নস্তৰৰ ধাৰণা যাৰ পৰিসীমাৰ মাজতে মানুহৰ প্ৰজ্ঞা সাধাৰণতে সীমাবদ্ধ। আনহাতে, ইকবালৰ বাবে ঈশ্বৰৰ প্ৰকৃত ধাৰণা হ'ল ব্যক্তিত্বৰ ঐক্য। বহু চুফীয়ে বিশ্বাস কৰা বেদান্তৰ একবাদৰ লগত মিল থকা আদৰ্শবাদী একবাদক ইকবালে সত্যৰ সন্ধানত এক মধ্যৱৰ্তী মনন পৰ্য্যায়—'হৃদয়ৰ পৰ্য্যায়'—বুলি গণ্য কৰিছিল। সঠিকে, ঠাকুৰ আৰু ইকবাল্ উভয়ে আস্তিক আৰু একবাদী ধাৰণা গ্ৰহণ কৰিছে। কেৱল এই ধাৰণাসমূহৰ তুলনামূলক মূল্যবিচাৰতহে তেওঁলোকৰ পাৰ্থক্য দেখা যায়।

কিন্তু ঠাকুৰ আৰু ইকবালৰ মৌলিক দাৰ্শনিক ধাৰণাসমূহ তুলনা কৰাৰ আগতে আমি এই কথাত গুৰুত্ব দিব লাগিব যে হিন্দু মুছলমানসকলৰ দৰ্শনসমূহত প্ৰতিফলিত হোৱা তেওঁলোকৰ ধৰ্মীয় আৰু সাংস্কৃতিক সচেতনতাৰ পাৰ্থক্য কেৱল বিশুদ্ধ বৌদ্ধিক স্তৰতহে বৰ্তে। প্ৰত্যক্ষ আবেগিক অভিজ্ঞতাই নিৰীক্ষণ কৰা হিন্দু আৰু মুছলমান উভয়ৰে প্ৰকৃত ধৰ্মীয় জীৱনত আদৰ্শ একবাদ আৰু আস্তিকতাবাদক সমান মূল্য দিয়া হয় আৰু ভক্তিপূৰ্ণ মানসিক অৱস্থা প্ৰাপ্তিৰ বাবে বিধিচাৰে কাৰণ হিচাপে ব্যৱহাৰ কৰা হয়, বেছিৰ ভাগ মানুহেই এই মানসিক অৱস্থাকে ধৰ্মৰ সাৰ-বস্তু বুলি গণ্য কৰে। হিন্দুৱে নিজৰ ব্যক্তিগত 'ঈশ্বৰ' বা তেওঁৰ অৱতাৰৰ প্ৰতি প্ৰেম আৰু ভক্তিৰ উচ্ছাস-ভৰা গীতৰ দ্বাৰাই গভীৰ অনুভূতিৰে বৈদিক শাস্ত্ৰ বা গীতাৰ দৰে 'নাম বা আকাৰ-বিহীন' পৰম বাস্তৱৰ শ্লোক উচ্চাৰণ কৰে বা শ্ৰৱণ কৰে। একেদৰেই, যি আত্মনিবেদন আৰু আবেগময় ভক্তিৰ চেতনাৰে মুছলমানসকলে আল্লাহক বহু গুণৰ মাজত প্ৰকাশিত হোৱা বিবৰ্ণহীন সত্তাৰ লগত 'ইষ্ট দেৱতাক' এক কৰি তোলা চুফী কবিসকলৰ কাব্য পাঠ কৰে, সেই একেদৰেই তেওঁলোকে আল্লাৰ প্ৰতি প্ৰাৰ্থনা জনাই বা তেওঁৰ প্ৰশংসাত ভক্তিগীত গায় কেৱল হিন্দু-দেৱতাৰ নামৰ সহিত আল্লাৰ নাম বহুবাৰে হয়তো হিন্দু

একে পৰম বাস্তৱৰে দুটা দিশ, এটা সক্ৰিয়, আনটো নিষ্ক্ৰিয়। প্ৰাকৃতিক জগৎখন হ'ল আত্মাৰ আধ্যাত্মিক শক্তি ব্যৱহাৰ কৰা ক্ষেত্ৰ। এই শক্তিয়ে নিজকে প্ৰাকৃতিক জগতৰ জগত সংঘৰ্ষৰ মাজেৰে নহয়, তাৰ জগত অন্তৰংগ সম্পৰ্কৰ মাজেৰে প্ৰকাশ কৰে। "মানুহে যেতিয়া পৃথিৱীৰ জগত তেওঁৰ সম্পৰ্ক উপলব্ধি নকৰে, তেতিয়া তেওঁ অপৰিচিত দেৱালে ঘেৰা বন্দীশালত বাস কৰে, যেতিয়া সকলোৰে মাজত তেওঁ চিৰন্তন আত্মাক দেখা পায়, তেতিয়া তেওঁ মুক্তি লাভ কৰে, কাৰণ তেতিয়াই তেওঁ জন্ম হোৱা পৃথিৱীৰ পূৰ্ণ তাৎপৰ্য্য আবিষ্কাৰ কৰে, পৰম সত্যৰ মাজত নিজকে উপলব্ধি কৰে আৰু সমস্তৰ মাজত তেওঁৰ একাত্মতা প্ৰতিষ্ঠিত হয়।"

পৰম বাস্তৱৰ ধাৰণাৰ দৰেই ইক্‌বালৰ বিশ্বব্ৰহ্মাণ্ডৰ ধাৰণাও আংশিকভাৱে কোৰাণৰপৰা আৰু আংশিকভাৱে আধুনিক দৰ্শনৰপৰা আহৰণ কৰা। ইক্‌বালৰ বাবে প্ৰকৃতিৰ জগতখনৰ বাস্তৱতা আছে, ঈশ্বৰৰ বিৰুদ্ধ হিচাপে নহয়, 'ঈশ্বৰৰ অভ্যাস' হিচাপেহে। ই এক "শূন্যতা দখল কৰি থকা বিশুদ্ধ বস্তু-সৰ্বস্বতাৰ সমাবেশ মাত্ৰ নহয়। ই এক ঘটনা-প্ৰৱাহৰ গাঁথনি, আচৰণৰ এক প্ৰণালীবদ্ধ প্ৰক্ৰিয়া আৰু সেয়ে পৰম সত্তাৰ লগত সংযুক্ত। মানৱ আত্মাৰ বাবে চৰিত্ৰ যেনে, পৰম সত্তাৰ বাবে প্ৰকৃতিও তেনে।"

সসীম মানৱ মনে অৱশ্যে প্ৰাকৃতিক জগতক ইয়াৰ বিৰুদ্ধ বুলি গণ্য কৰে আৰু পৰাভূত কৰিবৰ চেষ্টা কৰে। জগত সম্পৰ্কে ইয়াৰ জ্ঞান গতিহীন নহয়, বৰং গতিশীল। এই জ্ঞান ধাৰণাৰ সীমা বহিৰ্ভূত এক "অন্তৰ্দৃষ্টি"। এই অন্তৰ্দৃষ্টি নৈ বস্তুবোৰৰ মাজৰ বস্তুগত, স্থানগত আৰু হেতুগত সম্পৰ্কৰ বিষয়ে সত্তাৰ ধাৰণা-সত্তাই সাময়িকভাৱে নিৰ্দিষ্ট কৰি লোৱা লক্ষ্য বা উদ্দেশ্যৰ পৰিপ্ৰেক্ষিতত, এক জটিল সংগ্ৰামৰ মাজত, ক'বলৈ গ'লে, তথ্যৰ নিৰ্বাচন। উদ্দেশ্যমূলক কাৰ্য্যৰ অৰ্থত এই সংগ্ৰামৰ চেতনা আৰু প্ৰকৃত 'লক্ষ্য' পূৰণৰ ফলস্বৰূপে লাভ কৰা মোৰ সাফল্যইহে ব্যক্তিগত হেতু হিচাপে মোৰ দক্ষতাৰ বিষয়ে মোৰ বিশ্বাস জন্মায়।

সেয়েহে ইক্‌বালে মানুহে প্ৰকৃতিক ধাৰণা কৰা কাৰ্য্যক 'পৰাজয়' শব্দটোৰে প্ৰকাশ কৰিছে আৰু এই 'পৰাজয়' কাৰ্য্যক মানুহৰ ব্যক্তিত্বৰ প্ৰতিষ্ঠাৰ উপায় বুলি গণ্য কৰিছে।

ঠাকুৰ আৰু ইক্‌বালৰ ঈশ্বৰ, মানুহ আৰু জগৎ সম্পৰ্কে ধাৰণাবোৰৰ মাজতে তেওঁলোকৰ জীৱন-দৰ্শন প্ৰতিফলিত হৈছে। আমি দেখিছো, ঠাকুৰৰ বাবে মানৱ-জীৱনৰ আদৰ্শ হ'ল উপনিষদৰ ঋষিসকলে হিন্দু-ধৰ্মত প্ৰাধান্য বিস্তাৰ কৰা এক আদৰ্শ : "ব্যক্তি-মানুহ আৰু প্ৰাকৃতিক জগতক পৃথক অস্তিত্বৰূপে দেখুওৱা অজ্ঞানতাৰ

অৱগুণ্ঠন উন্মোচন কৰা আৰু কেৱল যে এটাই মাত্ৰ অস্তিত্ব—পৰম অস্তিত্ব—আছে সেই মহত্তম সত্য উপলব্ধি কৰা।" "বিশিষ্ট ভাৰতীয় চিন্তাধাৰাত মানুহৰ প্ৰকৃত মুক্তিক অবিদ্যা বা অজ্ঞতাৰপৰা মুক্তি বুলি ধৰা হয়। যি ইতিবাচক আৰু বাস্তৱ তাক ধ্বংস কৰাত মুক্তি নাই, কিয়নো সেইটো কৰা সম্ভৱ নহয়, মুক্তি আছে আমাৰ দৃষ্টিক বাধা দিয়া নেতিবাচক বস্তবোৰক ধ্বংস কৰাতহে। যেতিয়া এই অজ্ঞতাৰ বাধা দূৰ কৰা হয়, তেতিয়াহে মাত্ৰ চকু মেল খায়"। তেতিয়াহে মাত্ৰ তেওঁ পৰম সত্যক উপলব্ধি কৰে।

এই পৰম লক্ষ্য যুক্তি আৰু ইন্দ্ৰিয় চেতনাৰ যোগেদি, পূৰণ কৰা নাযায়, কৰা যায় মাত্ৰ অতিন্দ্ৰিয় চেতনা নামৰ যুক্তি-বহিৰ্ভূত শক্তিৰ মাধ্যমেৰে। গতিকে, মনক তাৰ বাবে প্ৰস্তুত কৰোঁতে বৌদ্ধিক শক্তিবোৰক নিয়ন্ত্ৰণত ৰখা আৰু কঠোৰ আত্ম সংযমৰদ্বাৰা ৰহস্যময় আধ্যাত্মিক-চেতনা জাগ্ৰত কৰা প্ৰয়োজন। এই ধৰ্মীয় আদৰ্শই মানৱ জীৱনত নৈতিক আদৰ্শ নিৰূপণ কৰে। একেশ্বৰবাদৰ পৰম সত্যৰ উপলব্ধিয়ে আমাৰ মনত এই অনুভূতি জাগ্ৰত কৰে যে সকলো মানুহেই একে বাস্তৱৰে প্ৰকাশ। সেয়ে আমি আনক আমাৰ নিজৰ দৰে ভাবোঁ আৰু তেওঁলোকৰ প্ৰতি প্ৰেম আৰু সেৱাত নিজকে উছৰ্গা কৰোঁ। এয়ে হ'ল সকলো সংগুণৰ গুৰি। ইয়াৰ বিপৰীতে, মানুহৰ মাজত পৃথকতাৰ সৃষ্টি কৰা, নিজকে আনৰপৰা বেলেগ বুলি ভবা, আৰু ব্যক্তিগত কামনা-বাসনা পৰিতৃপ্ত কৰাই হ'ল সকলো পাপৰ মূল। "আমাৰ কামনা-বাসনাই আমাৰ আত্মোপলব্ধিৰ পৰিসৰ সীমিত কৰি তোলে, চেতনাৰ সম্প্ৰসাৰণ প্ৰতিহত কৰে আৰু পাপৰ জন্ম দিয়ে, এই পাপ হ'ল বিচ্ছেদ আৰু একাকীত্বৰ ঔদ্ধত্য জগাই আমাক ঈশ্বৰপৰা আঁতৰাই ৰখা অন্তৰতম প্ৰতিবন্ধক। কিয়নো, পাপ কেৱল এটা একক ক্ৰিয়া নহয়, ই হ'ল জীৱনৰ প্ৰতি এটা মনোভংগি হ'ও যদি ভোৱা হয় যে আমাৰ লক্ষ্য সীমিত, আমাৰ আত্ম-সত্তাই চৰম সত্য আৰু আমি মূলতঃ এক নহওঁ, বৰং প্ৰত্যেকেই নিজৰ নিজৰ পৃথক ব্যক্তিগত অস্তিত্ব লৈ জীয়াই থাকোঁ।"

মানুহক এনে ব্যক্তিগত কাৰাবাসৰপৰা মুক্ত কৰাটো হ'ল কবিতাৰ দায়িত্ব। "আমি (কবিসকলে) মানুহক তেওঁলোকৰপৰা মুক্ত কৰোঁ"। শিল্পীয়ে যেতিয়া পৃথক ব্যক্তিসত্তাৰূপে নিজৰ অস্তিত্বৰ মায়া ত্যাগ কৰিব পাৰে, সত্তা আৰু অ-সত্তাৰ মাজৰ পাৰ্থক্য দূৰ কৰিব পাৰে, যেতিয়া তেওঁ বিকল্পবাচক ক'ব পাৰে, "তুমি হ'ও মই

তাতেই, মই তোমাক দেখা পাওঁ", তেতিয়াহে মাত্ৰ তেওঁ নিজৰ কামনাৰপৰা নিজকে মুক্ত কৰিব পাৰে।

বাস্তৱ দৰ্শনৰ এই পৰম আনন্দ হ'ল কলা আৰু কাব্যৰ আত্মা। "প্ৰাচীন ভাৰতৰ আলংকাৰিকসকলে দ্বিধাহীনভাৱে কৈছিল যে সাহিত্যৰ আত্মা হ'ল উপভোগ—নিৰ্মোহ উপভোগ।"

ইকবালৰ জীৱন দৰ্শনলৈ চকু ঘূৰালে আমি অনুভৱ কৰোঁ যেন নিষ্ক্ৰিয় স্থিতিৰপৰা সক্ৰিয় অস্তিত্বলৈ জিৰণিৰ জগতৰপৰা সংগ্ৰামৰ জগতলৈ আমি পৰিবাহিত হৈছোঁ। ঠাকুৰেও তেওঁৰ নিজস্ব চিন্তাধাৰাৰে কৰ্মৰ ওপৰত বিৰাট গুৰুত্ব দিছে, কিন্তু তেওঁৰ সক্ৰিয়তা এটা বহিঃসঞ্জাত উপাদান, তেওঁৰ মূল দৰ্শনৰ অন্তৰ্গত অংশ নহয়। ইকবালৰ জীৱন সম্পৰ্কে বিশেষ ধাৰণাত কৰ্ম আৰু সংগ্ৰাম সমগ্ৰ গাঁথনিৰ কেন্দ্ৰীয় ভেটি। তেওঁৰ বাবে মানৱ জীৱনৰ আদৰ্শ আত্ম সত্তাক অ-সত্তাৰ লগত মিলাই দিয়া নহয়, বৰং আত্ম-সত্তাক স্বীকাৰ কৰি প্ৰতিষ্ঠা কৰাহে। ঈশ্বৰক তেওঁ ব্যক্তি-সত্তাৰ আদৰ্শ ৰূপ পৰম-সত্তা বুলি ধাৰণা কৰে। মানুহে নিজৰ ব্যক্তিত্বৰ প্ৰসাৰণ আৰু প্ৰতিষ্ঠাৰদ্বাৰা নিজকে সেই স্বৰ্গীয় আদৰ্শৰ ৰূপত গঢ়ি তুলিবলৈ যৎপৰোনাস্তি চেষ্টা কৰা উচিত। ইয়াৰ ফলত মানুহে তেওঁৰ চাৰিওকাষৰ জগতখনক গতিশীল চেতনাৰে অনুভৱ কৰা প্ৰয়োজন হয়, অৰ্থাৎ প্ৰকৃতিৰ শক্তিসমূহ আৰু সিহঁতৰ ক্ৰিয়া-কাণ্ডবোৰক জানি তাক নিজৰ উদ্দেশ্যত ব্যৱহাৰ কৰা প্ৰয়োজন। "এখন অধিকতৰ ভাল জগত কল্পনা কৰাৰ আৰু প্ৰাপ্ত বস্তুসমূহক যথোচিত ৰূপত গঢ় দিয়াৰ শক্তি থকাত মানুহৰ সত্তাই, এক অদ্বিতীয় আৰু সম্পূৰ্ণাংগ ব্যক্তিত্বৰ স্বাৰ্থত, তাৰ অনন্ত জীৱন-যাত্ৰাত সন্মুখীন হ'বলগীয়া সকলো বিভিন্ন পৰিৱেশকে ব্যৱহাৰ কৰি চাবলৈ ইচ্ছা কৰে।"

বাস্তৱৰ অনুধাৱনত প্ৰকৃতিক জয় কৰাৰ বাবে কৰা সংগ্ৰাম চুফীসকলৰ বিগ্ৰহপূৰ্ণ আত্ম-নিয়ন্ত্ৰণতকৈ অধিক সহায়ক হ'ব। মানৱীয় ব্যক্তিত্বৰ বিকাশৰ বাবে প্ৰকৃতিৰ সৈতে সংগ্ৰামৰ বিশেষত্বক গুৰুত্ব দি ইকবালে কৈছে: "ইয়াৰ (প্ৰকৃতিৰ) বাধাক অতিক্ৰম কৰিবলৈ চলোৱা বৌদ্ধিক প্ৰচেষ্টাই আমাৰ জীৱনক সমৃদ্ধ আৰু সম্পূৰ্ণ কৰাৰ উপৰিও আমাৰ অন্তৰ্দৃষ্টিক তীক্ষ্ণ কৰি তোলে আৰু তাৰদ্বাৰা মানৱীয় অভিজ্ঞতাৰ সূক্ষ্মতৰ দিশবিলাকত অধিক সফলভাৱে প্ৰৱেশ কৰিবলৈ আমাক প্ৰস্তুত কৰি তোলে।"

বিশ্বব্ৰহ্মাণ্ডৰ গভীৰ জ্ঞানৰ কেৱল বৌদ্ধিক মূল্যই নাই, বৰং আধ্যাত্মিক মূল্যও

আছে। "প্ৰকৃতিৰ পৰ্য্যবেক্ষণত আমি প্ৰকৃততে পৰম সত্তাৰ জগত একধৰণৰ আত্মীয়তা বিচাৰোঁ, আৰু ই কেৱল আন একধৰণৰ উপাসনাহে।" কিন্তু মানৱীয় ব্যক্তিত্ব ভাল আৰু বেয়াৰ ঊৰ্দ্ধত বা সামাজিক বিধিৰ কৰ্তৃত্বৰপৰা মুক্ত হোৱা নীৎসেৰ মত ইকবালে মানি নলয়। ইকবালৰ মতে স্বাধীনতা, ভ্ৰাতৃত্ব আৰু সমতাৰ ভিত্তিত সংগঠিত সমাজত স্বৰ্গীয় বিধি মানি চলিলেহে ব্যক্তিত্বৰ প্ৰকৃত বিকাশ সম্ভৱ। ঠাকুৰৰ দৰেই ইকবালেও নৈতিক জীৱনৰ ভেটি হিচাপে মানৱ জাতিৰ ঐক্যৰ ধাৰণাক মূল্য দিয়ে, কিন্তু এই ধাৰণা তেওঁ পৰম বাস্তৱৰ ঐক্যৰপৰা নহয়, সৃষ্টিৰ ঐক্যৰপৰা আহৰণ কৰা। সকলো মানুহেই এক, এই কাৰণে নহয় যে তেওঁলোক এক পৰম অস্তিত্বৰ মুহূৰ্ত, বৰং এই কাৰণে যে তেওঁলোকক একে স্ৰষ্টাই সৃষ্টি কৰিছে, একে প্ৰকৃতি আৰোপ কৰা হৈছে আৰু একে জীৱন-বিধি মানি চলিবলৈ দিয়া হৈছে। এই বিধিৰ পৰিসীমাৰ মাজত মানুহে বাস্তৱৰ ৰহস্যত প্ৰৱেশ কৰিব পৰাকৈ, প্ৰকৃতিৰ শক্তিক নিয়ন্ত্ৰণ কৰিব পৰাকৈ, অনন্ত জীৱনৰ অংশ গ্ৰহণ কৰিব পৰাকৈ আৰু 'পৃথিৱীত ঈশ্বৰৰ প্ৰতিনিধি', এই উপাধিৰ উপযুক্ত হ'ব পৰাকৈ ব্যক্তিত্বৰ বিকাশ সাধন কৰাই নৈতিকতা আৰু কলাৰ আদৰ্শ।

ইকবাল ঠাকুৰৰ সৈতে একমত যে সকলো কলাৰ লক্ষ্য হ'ল বাস্তৱৰ, ইন্দ্ৰিয়াতীত অনুধ্যান। কিন্তু কলাৰ কাৰ্য্যাৱলী সম্পৰ্কে তেওঁৰ ধাৰণা ঠাকুৰৰ ধাৰণাতকৈ বৰ বেছি বেলেগ দেখা যায়। ইকবালৰমতে কলাই সত্তা আৰু অ-সত্তাৰ মাজৰ পাৰ্থক্য দূৰ কৰাৰ চেষ্টা কৰাতো উচিত নহয়েই, বৰং এই পাৰ্থক্যত অধিক গুৰুত্ব দিয়াহে উচিত, অৰ্থাৎ ই মানুহৰ ব্যক্তিত্বক দৃঢ় আৰু নিখুঁত কৰি তেওঁক অমৰ কৰা উচিত। কলাই শান্ত, কোমল আৰু নিৰ্বিবাদ গ্ৰহণৰ স্বভাব সৃষ্টি কৰা উচিত নহয়, ই এক সৃষ্টিশীল অস্থিৰতা, এক গতিশীল উদ্দামতা, এক প্ৰকেট-মূলত উদ্যম সৃষ্টি কৰা উচিত। "কলাৰ লক্ষ্য হ'ল জীৱনৰ অনন্ত অগ্নিশিখা, স্ফুলিংগৰ দৰে কেইটামান উশাহ লোৱা মুহূৰ্ত নহয়। কবিৰ ছন্দময় কাব্যই হওক বা বৈৰাগীৰ মুৰুলিৰ সুৰেই হওক, সুৰক্ষিতাক যি বিষণ্ণ কৰি তোলে সি পুৱাৰ মলয়া নহয়। অদ্ভুত কাণ্ড নহ'লে কোনো পতিত জাতিৰ পুনৰ উত্থান নঘটে। প্ৰকৃত কলাই হ'লেহে যাদুকাঠিৰ দৰে নীল নদীৰ মাজেদি বাট উলিয়ায়।"

এনেকুৱা আমি পৃথিৱী সম্পৰ্কে এক বিশেষ, ধাৰণাত ভুমুকি মাৰিব পাৰোঁ। ঠাকুৰ আৰু ইকবালৰ দৰ্শনত প্ৰতিফলিত হোৱা আধুনিক শিক্ষিত হিন্দু আৰু মুছলমান শ্ৰেণীৰ ভুমুকিয়াই চাব পাৰোঁ। আমি দেখোঁ যে ভাৰতীয় মনৰ সমীকৰণ একেটা

উৎসৰপৰাই ধৰ্মীয় চেতনাৰ দুটা ধাৰা সৃষ্টি হৈছে আৰু একেটা সুঁতিয়েদি বৈ গৈছে, যাৰ ফলত দুইটাৰ মাজত প্ৰকৃত পৃথকীকৰণ সম্ভৱ নহয়। কেৱল উপবিভাগতহে বিশ্লেষণধৰ্মী চিন্তাৰ স্তৰত সিহঁত দুটাক হিন্দু আৰু মুছলমান ধৰ্ম নামেৰে দুটা পৃথক ধাৰাত পৃথক সুঁতিৰে বৈ যোৱা দেখা যায়। কিন্তু সম্প্ৰতি আমি দেখা পাম যে সামাজিক, নৈতিক আৰু নান্দনিক জীৱনৰ বিস্তৃত পৰিপ্ৰেক্ষিতত দুয়োটা ধাৰাত আকৌ লগ হৈছে।

হিন্দু আৰু মুছলমানৰ সাংস্কৃতিক জীৱনৰ বাস্তৱ দিশবোৰলৈ চালে আমি দেখোঁ যে যোৱা দুশ বছৰত চলা বিচ্ছিন্নতামুখী আন্দোলনবোৰ সত্বেও যিবোৰ সাধাৰণ উপাদান আকবৰৰ সময়ত ঘটা সাংস্কৃতিক সমন্বয়ৰ আংশিকভাৱে কাৰণ আৰু আংশিকভাৱে ফল আছিল, সেইবোৰৰ বেছিভাগেই এতিয়াও উপস্থিত আছে। আৰু আধুনিক পাশ্চাত্য সংস্কৃতিৰ প্ৰভাৱে নতুন উমৈহতীয়া ক্ষেত্ৰ প্ৰস্তুত কৰি দিছে।

হিন্দু আৰু মুছলমানৰ নৈতিক আদৰ্শসমূহ যদিও পৃথক দাৰ্শনিক দৃষ্টিভংগিৰ ভিত্তিত ৰচিত হৈছে, তথাপি অংশতঃ তেওঁলোকৰ ধৰ্মীয় অভিজ্ঞতাসমূহৰ মূলগতভাৱে মিল থকাৰ কাৰণে আৰু অংশতঃ উমৈহতীয়া প্ৰাকৃতিক আৰু অৰ্থনৈতিক পৰিৱেশৰ কাৰণে তেওঁলোকৰ ব্যৱহাৰিক নৈতিক বিধানসমূহৰ বহুখিনি একে। আমি মাত্ৰ দুটা উদাহৰণ দিম। ঈশ্বৰৰ প্ৰতি প্ৰেম আৰু ভক্তিৰ পিছতে হিন্দু আৰু মুছলমান উভয়ৰে বাবে আটাইতকৈ ডাঙৰ গুণ মানৱীয় স্নেহ প্ৰীতি। পৰোপকাৰিতা, সমাজ-সেৱা, উদাৰতা, আত্মীয়জনৰ প্ৰতি মৰম, অতিথি-পৰায়ণতা—চমুকৈ খ্ৰীষ্টধৰ্মৰ 'দয়া' শব্দটোৰে সামৰিব পৰা সকলোবোৰ গুণক উভয়ে গ্ৰীকসকলৰ প্ৰধান চাৰিটা গুণতকৈ বহুত বেছি মূল্য দিছিল। তাতোকৈও লক্ষণীয় কথা, উভয়ে একেই ধৰণে এই সদগুণকেইটাক এনে আতিশয্যৰ পৰ্যায়লৈ লৈ যায়গৈ যে সেইবোৰ দোষত পৰিণত হয়গৈ। পৰোপকাৰিতা, সেৱা, অতিথি-পৰায়ণতাই প্ৰায়ে ভাল মানুহক স্বাৰ্থান্ধ বা নীচাশয় লোকৰ বিবেকবৰ্জিত ছলনাৰ বলি কৰে। উদাৰতাৰ ফলত কেৱল বৃত্তিজীৱী ভিক্ষাৰীহে সৃষ্টি হোৱা নাই, আন বহুতৰপৰ ধৰুৱাৰ জন্ম হৈছে। আত্মীয়ৰ প্ৰতি মৰমেই খুব সহজেই স্বজনপ্ৰিয়তাৰূপ লয়। 'মুৰব্বত' নামৰ আৰবী শব্দটো (যাৰ অৰ্থ আৰ্তৰ প্ৰতি সৌজন্যপূৰ্ণ সদয় সেৱা) এসময়ত ভাৰতীয় চৰিত্ৰৰ সাধাৰণ বৈশিষ্ট্য বুজাবলৈ ব্যৱহাৰ কৰা হৈছিল। আজি তাৰ অৰ্থ তাৎপৰ্যপূৰ্ণভাৱে বিচাৰবিহীন দয়াশীলতালৈ পৰিবৰ্তিত হৈছে।

হিন্দু আৰু মুছলমানে সম্ভৱতঃ আন যি কোনো জাতিতকৈ অধিক পৰিমাণে গুৰুত্ব আৰোপ কৰা আন এক শ্ৰেণীৰ গুণ হৈছে ধৈৰ্য্য, নম্ৰতা আৰু শাৰীৰিক পৱিত্ৰতা। পাশ্চাত্যৰ লোক আৰু তেওঁলোকৰ সাৰ্বজনীন নৈতিক বিধানৰ মাজত অতি সুস্পষ্ট পাৰ্থক্য হ'ল এয়ে যে পাশ্চাত্যৰ লোকে যৌন অপৰাধতকৈ সম্পত্তি সম্পৰ্কীয় অপৰাধক অধিক গুৰুতৰ বুলি গণ্য কৰে, কিন্তু ভাৰতীয় হিন্দু আৰু মুছলমানসকলে চৌৰ্য্যতকৈ যৌন অসংযমক অধিক কঠোৰ দৃষ্টিৰে চায়।

হিন্দু আৰু মুছলমানৰ সামাজিক, বিশেষকৈ, পৰিবাৰিক জীৱনৰ মিল আৰু বেছি চকুত পৰা ধৰণৰ। যি মুছলমানৰ ধৰ্মই কোনো ধৰণৰ সামাজিক পাৰ্থক্য স্বীকাৰ নকৰে, তেনে জাতিৰ মাজত সামাজিক বিভাজন থাকিব পাৰে বুলি আশা কৰা নাযায়। কিন্তু আমি দেখোঁ যে মুছলমানসকলে নিজকে জাতিমূলীয় আৰু বৃত্তিমূলীয় গোষ্ঠীত ভাগ ভাগ কৰি প্ৰকৃততে একধৰণৰ বৰ্ণ-ব্যৱস্থা সৃষ্টি কৰিছে। নিসন্দেহে হিন্দু সম্প্ৰদায় আৰু উপ সম্প্ৰদায়সমূহৰ মাজৰ সম্পৰ্কতকৈ মুছলমানৰ সামাজিক গোষ্ঠীসমূহৰ মাজৰ সম্পৰ্কত কিছু পাৰ্থক্য আছে, কিন্তু এই পাৰ্থক্য মাত্ৰাৰহে, প্ৰকাৰৰ নহয়। উদাহৰণস্বৰূপে, যদিও পৃথক সামাজিক গোষ্ঠীভুক্ত গোড়া মুছলমানসকলে মুক্তভাৱে একেলগে আহাৰ কৰে ( যিটো তেওঁলোকৰ হিন্দু প্ৰতিপক্ষই কল্পনা কৰিব নোৱাৰে ), তথাপি তেওঁলোকে সাধাৰণতে নিজৰ মাজত বিয়া-বাৰু নকৰায়।

দুয়ো সম্প্ৰদায়ৰে পাৰিবাৰিক জীৱনত ঠিক একে পেটাৰ্ণেই দেখা যায়। তেওঁলোকৰ পৰিয়াল পাশ্চাত্যৰ লোকসকলৰ দৰে বিবাহিত স্বামী-স্ত্ৰী আৰু তেওঁলোকৰ সন্তানৰে গঠিত ক্ষুদ্ৰ পৰিয়াল নহয়, বৰং এখন উমৈহতীয়া ঘৰত আৰু প্ৰায়ে এক যুটীয়া ধন-ভাণ্ডাৰৰে চলা, আনকি দূৰ আত্মীয়-পৰিজনৰে পৰিবৃত হৈ থকা এটা যথেষ্ট ডাঙৰ পৰিয়াল।

যদিও হিন্দু ধৰ্ম শাস্ত্ৰই যৌথ পৰিয়াল সম্পত্তিৰ ওপৰত গুৰুত্ব দিয়ে আৰু মুছলমান খৰিয়াই মৃতকৰ পত্নী আৰু সন্তানসকলৰ মাজত সম্পত্তিৰ উত্তৰাধিকাৰ ভাগ বোৱাটো বিচাৰে, বাস্তৱক্ষেত্ৰত এনে ভাগ-বটোৱাৰা বিশেষ দেখা নাযায়। সাধাৰণ হিন্দু বা মুছলমান পৰিয়ালত বাপেকে বা বয়োজ্যেষ্ঠ উপাৰ্জনকাৰীজনে পৰিয়ালৰ উমৈহতীয়া খৰা-খৰচ নিয়ন্ত্ৰণ কৰে। প্ৰায়ে, অতি বৃহৎ হ'লেও, গোটেই পৰিয়ালটো একেন মানুহৰ প্ৰাণান্তকৰ পৰিশ্ৰমেৰে কৰা উপাৰ্জনেৰেই চলে। পৰিয়ালৰ সদস্যসকলে ইজনে সিজনৰ সুখ-দুখৰ ভাগেই কেৱল নহয়, ব্যক্তিগত বা উমৈহতীয়া প্ৰতিটো ঘটনাতে হস্তক্ষেপ

কৰাৰ অধিকাৰ সাব্যস্ত কৰে।

বয়োজ্যেষ্ঠৰ প্ৰতি, বিশেষকৈ পিতৃ-মাতৃৰ প্ৰতি, আনুগত্য প্ৰত্যেক হিন্দু আৰু মুছলমানৰ পৰম পবিত্ৰ কৰ্তব্য। সমভাৱে পতিৰ প্ৰতি পত্নীৰ আনুগত্য অলংঘনীয়। হিন্দু আৰু মুছলমান পৰিয়ালত নাৰীৰ স্থান কম-বেছি পৰিমাণে একে। যদিও ইছলামে নাৰীক অধিক অধিকাৰ দিছে, খুব কমসংখ্যক সংস্কৃতিবান পৰিয়ালৰ বাহিৰে, বাস্তৱত মুছলমান আৰু হিন্দু পৰিয়ালত একেধৰণেই নাৰীক পুৰুষতকৈ নিম্নতৰৰ বুলি গণ্য কৰা হয়। মুছলমান সমাজত নাৰীৰ আবৃৰ ব্যৱস্থা অধিক কঠোৰ আৰু তেওঁলোকৰ শিক্ষা গুৰুত্ব-বৰ্জিত, তেওঁলোকৰ বহুতেই ইছলামৰ ব্যক্তিগত বিধিয়ে (Personal Law) তেওঁলোকক দিয়া অধিকাৰসমূহৰ (ব্ৰিটিছ চৰকাৰ আৰু ভাৰত গণৰাজ্যই স্বীকাৰ কৰা) কথা গমেই নাপায়, অথবা তেওঁলোক ইমান অসহায় যে সেই অধিকাৰসমূহ সাব্যস্ত কৰিবলৈ তেওঁলোকে যুঁজিব নোৱাৰে। যোৱা দশকত অৱশ্যে অৱস্থাৰ কিছু উল্লেখযোগ্য পৰিবৰ্তন ঘটিছে। হিন্দু আৰু কিছু কম পৰিমাণে মুছলমান শিক্ষিত নাৰীৰ মাজত তেওঁলোকৰ মানৱীয় সন্মান আৰু অধিকাৰ সম্পৰ্কে সচেতনতা আৰু সমাজত তেওঁলোকৰ অধিকাৰপূৰ্ণ স্থান আদায় কৰাৰ বাবে কিছু সমবেত প্ৰচেষ্টা দেখা গৈছে।

উভয় সম্প্ৰদায়ৰে আহাৰ, পোছাক, আৰু জীৱন-যাপনৰ সাধাৰণ পদ্ধতি, সাধাৰণ পাৰ্থক্যৰ বাহিৰে, একে। যিবোৰ পাৰ্থক্য আছে সেইবোৰ সাম্প্ৰদায়িক নহয়, আঞ্চলিক। যিবোৰ ঠাইত হিন্দুস্থানী সংস্কৃতিৰ এতিয়াও অৱশেষ আছে, তাত বিশেষকৈ উত্তৰ ভাৰতত, হিন্দু আৰু মুছলমানে পতা জন্ম, বিবাহ আৰু মৃত্যু সংক্ৰান্ত উৎসৱ আৰু অনুষ্ঠানসমূহ বহুখিনি একে।

কিন্তু যি প্ৰবলতম শক্তিয়ে হিন্দু আৰু মুছলমানসকলক এক গভীৰতম অনুভূতিৰ ঐক্যৰে যোগন যুগত ধৰাৰ দৰে আজিও বান্ধি ৰাখিছে সি হ'ল সুকুমাৰ কলাৰ শক্তি। যদিও কলা সম্পৰ্কে তেওঁলোকৰ দাৰ্শনিক ধাৰণা (ঠাকুৰ আৰু ইকবালৰ আমাৰ কোৱা-মতে) বেলেগ, হৃদয়ৰ গভীৰৰপৰা স্ফুৰিত হোৱা তেওঁলোকৰ নান্দনিক অভিজ্ঞতাৰ ঐক্যই সকলো যৌক্তিক পাৰ্থক্য উটাই লৈ যায়। কলাৰ ৰাজ্যত প্ৰবেশ কৰাৰ লগে লগে হিন্দু, মুছলমান আৰু ভাৰত-মাতৃৰ আন আন সন্তানসকলে অনুভৱ কৰে যে তেওঁলোকৰ জীৱনৰ উদ্বেলতীয়া যুঁজিটো একে ছন্দৰে বৈ যায়, একে সুৰৰে আন্দোলিত হয় আৰু একে প্ৰণালিৰে শান্ত হয়। আনকি পৰস্পৰে পৰস্পৰৰ ভাষা নবুজা বেলেগ

বেলেগ অঞ্চলৰ লোকেও শব্দৰ পৰিবৰ্তে ধ্বনি আৰু ৰং ব্যৱহাৰ কৰা হৃদয়ৰ সাৰ্বজনীন ভাষা বুজি পায়। কলাৰ প্ৰতিটো শাখাতে হিন্দু আৰু মুছলমান শিল্পীসকলে এক প্ৰকৃত ভ্ৰাতৃত্বৰ চেতনা প্ৰকাশ কৰে আৰু সিয়েই ভাৰতৰ সাংস্কৃতিক ঐক্যৰ বাবে আশাৰ উজ্জ্বলতম বিন্দু।

হিন্দু আৰু মুছলমানৰ সাংস্কৃতিক জীৱনৰ এই সকলোবোৰ উমৈহতীয়া উপাদানৰ লগত আমি যেতিয়া আধুনিক পাশ্চাত্য প্ৰভাৱৰ ঐক্যবদ্ধকাৰী শক্তিবোৰ যোগ দিওঁ—ইংৰাজী ভাষা, গণতান্ত্ৰিক আদৰ্শ আৰু অনুষ্ঠানসমূহ, এটা সাধাৰণ উদাৰ নৈতিক দৃষ্টিভংগি, মনৰ বিজ্ঞানসম্মত আচৰণ, আৰু অৰ্থনৈতিক উপাদানবোৰৰ উপযুক্ত অনুধাৱন—তেতিয়া আমি এনে কিছুমান সৰল তথ্যৰ সন্মুখীন হওঁ যাৰদ্বাৰা অৱশ্যেই এই সিদ্ধান্ত কৰিব পৰা যায় যে ভাৰতীয় সংস্কৃতিয়ে এক স্বাস্থ্যপ্ৰদ বৈচিত্ৰ্যৰ স্বীকাৰ আৰু গ্ৰহণ কৰি ল'লে মুছলমান সংখ্যালঘুসকলে ভাৰতীয় জাতীয় সংস্কৃতিৰ পেটাৰ্ণত অতি সহজে খাপ খাই যাব পাৰিব।

কিন্তু দুৰ্ভাগ্যবশতঃ যথেষ্ট সংখ্যক হিন্দু অভিমতৰদ্বাৰা সমৰ্থিত ভাৰতৰ কিছুমান প্ৰদেশৰ ভাষা নীতিয়ে মুছলমানসকলৰ বাবে এই ভয়ৰ সৃষ্টি কৰিছে যে সংখ্যাগৰিষ্ঠ সম্প্ৰদায় এনে এক সাংস্কৃতিক ঐক্যৰ পৰিকল্পনা কৰিছে য'ত তেওঁলোকৰ সাংস্কৃতিক বৈশিষ্ট্যৰ মুক্ত বিকাশৰ বাবে কোনো সুযোগ নাথাকিব। 1937-'47 দশকৰ আত্মঘাতী পৃথকীকৰণ নীতিৰ ফলশ্ৰুতিৰে সৃষ্টি হোৱা মনোকষ্টৰ লগতে জমিদাৰী প্ৰথাৰ অৱলুপ্তি আৰু ৰাজ্য প্ৰশাসনীয় পদত তেওঁলোকৰ অংশৰ হ্ৰাসকৰণে জন্ম দিয়া অৰ্থনৈতিক কষ্টই মুছলমান মধ্যবিত্তৰ বেছিভাগৰে অন্তৰ তিক্ততাৰে ভৰাই তুলিলে, ফলস্বৰূপে সংবিধান-স্বীকৃত তেওঁলোকৰ সাংস্কৃতিক অধিকাৰৰ ওপৰত যি কোনো হস্তক্ষেপৰ প্ৰতি তেওঁলোক অতিশয় সংবেদনশীল হৈ পৰিল। পিছৰ অধ্যায়ত আমি তেওঁলোকৰ বিশেষ ওজৰ আপত্তিবোৰ আলোচনা কৰিম। কিন্তু ভাৰতীয় মুছলমানসকলৰ সাধাৰণ সমস্যাৰ বিষয়ে একাষাৰ কোৱাটো বাহুল্য নহ'ব, কিয়নো এনে সমস্যাৰ যে গুৰুত্ব আছে আৰু তাৰ দ্ৰুত সমাধানৰ প্ৰয়োজন সেইটো অনুভৱ কৰা দূৰৰ কথা, খুব কম অমুছলমানেহে এনে সমস্যাৰ অস্তিত্বৰ কথা অনুভৱ কৰে। দিল্লীৰ চুলতানী প্ৰশাসনৰ প্ৰতিষ্ঠাৰপৰা বৰ্তমানলৈকে হোৱা চাৰে সাত শতিকা ধৰি মুছলমান মধ্যবিত্ত শ্ৰেণীয়ে, অন্ততঃ উত্তৰ ভাৰতত, প্ৰধানতঃ জমিদাৰী বা জায়গীৰদাৰী আৰু ৰাজ্য-প্ৰশাসন পদৰ ওপৰতে জীৱিকাৰ বাবে নিৰ্ভৰ কৰিছিল। এতিয়া তেওঁলোকে জমিদাৰী স্বত্ব হেৰুৱাইছে আৰু ৰাজ্য-প্ৰশাসনতো

ক্ৰমে তেওঁলোকৰ অংশৰ বেছিভাগ হেকৰাই ধৰিছে (যিটো আদিতে তেওঁলোকৰ মুঠ জনসংখ্যাৰ শতাংশৰ তুলনাত সম্পূৰ্ণ অনানুপাতিক আছিল)। তেওঁলোকৰ বেছিভাগেই আজি উপবাসৰ মুখামুখি হৈছে, কাৰণ কৰ্মসংস্থানৰ পথত ইতিমধ্যেই ভিৰ বাঢ়ি গৈছে। এইটো স্বীকাৰ কৰিব লাগিব যে ৰাষ্ট্ৰই লোৱা ব্যৱস্থা সমুচিত হ'লেও তাৰদ্বাৰা মুছলমানসকল দাৰুণভাৱে ক্ষতিগ্ৰস্ত হৈছে আৰু প্ৰকৃত সত্য এয়ে যে এক সম্পূৰ্ণ শ্ৰেণীৰ লোক বিপদাপন্ন হৈ পৰিছে। এইটো সঁচা যে নিযুক্তিৰ সমস্যা কেৱল মধ্যবিত্ত মুছলমানৰে সমস্যা নহয়, কিন্তু আন যি কোনো একক গোষ্ঠীৰ তুলনাত তেওঁলোকৰ বিপত্তি অধিকতৰ তীব্ৰ আৰু তাৰ বাবে বিশেষ মনোযোগৰ প্ৰয়োজন। এইটোও স্বীকাৰ কৰিব লাগিব যে মুছলমান আৰু আন সংখ্যালঘুসকলৰ যুক্তিসঙ্গত অৰ্থনৈতিক আৰু সাংস্কৃতিক সমস্যাবোৰ সমাধান কৰিবলৈ চৰকাৰে যৎপৰোনাস্তি চেষ্টা চলাইছে। কিন্তু দুৰ্ভাগ্য ( অংশত: অতি ধীৰ কাৰ্য্যকাৰিতা আৰু প্ৰধানত: সাম্প্ৰদায়িকতাবাদী মুছলমান নেতৃত্বৰ দায়িত্বহীন আচৰণৰ কাৰণে চৰকাৰৰ নীতিয়ে যি পৰিমাণৰ সফলতা অৰ্জন কৰিব লাগিছিল সেই পৰিমাণৰ সফলতা এতিয়াও অৰ্জন কৰিব পৰা নাই।

আমি আলোচনা কৰা বিষয়ৰ ওপৰত ইয়াৰ ফল হৈছে এয়ে যে ঘটনাক্ৰমে মানসিক আৰু অৰ্থনৈতিক চাপত পৰ্য্যুদস্ত হৈ পৰা অতি গুৰুত্বপূৰ্ণ সংখ্যালঘুসকলে তেওঁলোকৰ সাংস্কৃতিক অধিকাৰসমূহ ৰক্ষা নোহোৱা বুলি অনুভৱ কৰে। এই অনুভূতি দেশৰ প্ৰগতি আৰু সাংস্কৃতিক ঐক্যৰ বাবে বিপদজনক আৰু ইয়াক দূৰ কৰিবলৈ সকলো যুক্তিসংগত ব্যৱস্থা হাতত ল'ব লাগে। কিন্তু আমি এইটো পৰিষ্কাৰ কৰি দিব খোজোঁ, আমি উল্লেখ কৰা বিপদটো এইটো নহয় যে অসন্তুষ্ট মুছলমানখিনিয়ে পাকিস্তানৰ সৈতে ৰাজনৈতিক চক্ৰান্তৰ আশ্ৰয় ল'ব। সেইটো কৰাৰ মনোভাব বা অৱস্থা তেওঁলোকৰ নাই। তেওঁলোকৰ কিছুমানে দেশৰ ভিতৰৰ পশ্চাৎগামী শক্তিবোৰৰ আহিলা হৈ পৰাৰহে এটা অধিকতৰ সম্ভাৱনা আছে। কিন্তু প্ৰকৃত আৰু অতি গুৰুত্বপূৰ্ণ বিপদ হ'ল এয়ে যে যি মুছলমানসকলে ভাৰতীয় সংস্কৃতিক আৰু প্ৰগতিৰ প্ৰতি মূল্যবান অৱিহণা যোগাইছিল আৰু ভৱিষ্যতেও যোগাবলৈ সক্ষম, সেই মুছলমানসকল হতাশা আৰু বিষাদ, নিষ্ক্ৰিয়তা আৰু আলস্যৰ বলি হৈ পৰিব আৰু এক পঙ্গু অংগ হৈ দেশৰ প্ৰগতিত বাধা জন্মাব। এইটো মনত ৰাখিব লাগিব যে মুছলমানসকল ভাৰতীয় ভূমি-পুত্ৰৰ এক সুবৃহৎ অংশ, তেওঁলোক প্ৰাচীনতম ভাৰতীয় বংশোদ্ভূত আৰু পিছলৈ অহাৰ আৰু ষোড়শ শতিকাৰ মাজত অহা তেওঁলোকৰ মুঠ শতাংশও এতিয়া সম্পূৰ্ণৰূপে

ভাৰতীয় হৈ গৈছে, যাৰ ফলত গোটেই সম্প্ৰদায়টোৱেই ভাৰতীয় সমাজৰ এক অচ্ছেদ্য-অংশ হৈ পৰিছে , ইছলামৰ আহ্বানত এওঁলোকে সঁহাৰি দিলে, কাৰণ ইছলামে ভাৰতীয় আত্মাৰ গভীৰত কোনো অন্তৰতম তাঁৰৰ স্পন্দন তোলে। যদি ভাৰতীয় মুছলমানসকল ধ্বংস হৈ যায়, তেন্তে ভাৰতীয় জীৱদেহৰ সমন্বয়পূৰ্ণ বিকাশৰ বাবে অত্যাৱশ্যকীয় কিছু মৌলিক উপাদান যোগান ধৰা এটা প্ৰধান অংগ নিৰ্জীৱ হৈ পৰিব , তাৰ ফল সম্পূৰ্ণ জীৱদেহটোৰ বাবেই হ'ব মাৰাত্মক।

* * *

ওপৰৰ আলোচনাৰ উপসংহাৰ . ভাৰতীয় মুছলমানকে ধৰি ভাৰতৰ বিভিন্ন ভাষিক আৰু ধৰ্মীয় সম্প্ৰদায়ৰ মাজত যথেষ্ট পৰিমাণে সাংস্কৃতিক মিল আছে আৰু এক নতুন জাতীয় সংস্কৃতি গঢ়ি তোলাৰ সম্ভাৱনাও যথেষ্ট বেছি। কিন্তু এই জাতীয় সংস্কৃতিৰ লক্ষ্য চূড়ান্ত ঐক্য হ'ব নালাগিব, বৰং হ'ব লাগিব, বিভিন্ন আঞ্চলিক আৰু গোষ্ঠীগত সংস্কৃতিৰ এক উপযুক্ত সমন্বয়। তদুপৰি ই হ'ব লাগিব বহল ভিত্তিক আৰু ই বৈদিক হিন্দু, বৌদ্ধ, পৌৰাণিক হিন্দু, আৰু মোগল হিন্দুস্থানী সংস্কৃতি সবলিত আমাৰ সাংস্কৃতিক ঐতিহ্যৰ শ্ৰেষ্ঠ উপাদানখিনি আৰু পাশ্চাত্য সংস্কৃতিৰপৰা পোৱা আৰু পাব পৰা শ্ৰেষ্ঠ সম্ভাৰখিনি এক সুসমন্বিত পূৰ্ণতাৰে সংমিশ্ৰিত কৰিব লাগিব।

# এক নতুন জাতীয় সংস্কৃতি অভিমুখে

## ভাষা সমস্যা

যদিও স্বাধীনতাই মূল ৰাজনৈতিক সমস্যাটোৰ চূড়ান্ত সমাধান আনিলে, সাংস্কৃতিক ওঁট'টাৰ সমাধান হোৱা দূৰৈত থাকক, অধিক বেয়াৰ কালেহে গ'ল। স্বাধীনতাৰ তৎকালিক ফল হিচাপে পাশ্চাত্য সংস্কৃতি আৰু ইংৰাজী ভাষাৰ প্ৰভাৱ হ্ৰাস পোৱাৰ লক্ষণ দেখা গ'ল আৰু এই দুই উপাদানে দেশৰ সাংস্কৃতিক জীৱনৰ ওপৰত যি ঐক্যৰ আৱৰণ দিছিল সি আঁতৰি যাবলৈ ধৰিলে, ফলত আঞ্চলিক সংস্কৃতিৰ পূৰ্ণ বৈচিত্ৰ্য প্ৰকাশ পালে। চৰকাৰী আৰু ৰাষ্ট্ৰভাষাৰ প্ৰশ্নই বিশেষকৈ তীব্ৰ মতানৈক্যৰ সৃষ্টি কৰিলে। আমাৰ জাতীয় ঐক্য শক্তিশালী হৈ উঠাৰ পৰিবৰ্ত্তে দুৰ্বল হোৱাৰ বিপদহে দেখা গ'ল।

স্বাধীনতাৰ ঠিক পিছতেই ভাষাৰ বিতৰ্ক উত্থাপন কৰাটো বিপদেৰে পূৰ্ণ আছিল, কিন্তু ইয়াক এৰাই থকাও টান আছিল। গণতান্ত্ৰিক সংবিধান এখন গ্ৰহণ কৰা কাৰ্য্যই চৰকাৰী ভাষা পৰিবৰ্ত্তন কৰাটো অপৰিহাৰ্য্য কৰি তুলিলে। যেতিয়ালৈকে ক্ষমতা সাধাৰণ মানুহৰ সন্মতিৰ প্ৰয়োজন বোধ নকৰা কিছুসংখ্যক ইংৰাজলোকৰ হাতত আছিল, তেতিয়ালৈকে ইংৰাজীয়েই চৰকাৰী ভাষা হৈ আছিল। কিন্তু যেতিয়া প্ৰকৃত প্ৰতিনিধিত্বমূলক চৰকাৰ গঠিত হ'ল, এইটো পৰিষ্কাৰ হৈ পৰিল যে জনসাধাৰণৰ লগত ঘনিষ্ঠ সম্পৰ্ক ৰখা আৰু তেওঁলোকৰ বিশ্বাস অৰ্জন কৰা অতি দৰকাৰী আৰু সেইটো কৰিব পৰা যায় কেৱল তেওঁলোকৰ লগত তেওঁলোকৰ নিজৰ ভাষাত কথা পাতি। স্পষ্ট ভাষাত ইয়াৰ অৰ্থ হ'ল চৰকাৰী প্ৰশাসনৰ ভাষা হিচাপে ইংৰাজীৰ পৰিবৰ্তে প্ৰতিটো আঞ্চলিক ভাষা নিজৰ নিজৰ ঠাইত ব্যৱহাৰ হ'ব লাগিব। কিন্তু এক সময়তে কেন্দ্ৰৰ চৰকাৰী কাম-কাজৰ কাৰণ, কেন্দ্ৰ আৰু ৰাজ্যৰ মাজত আৰু ৰাজ্যবোৰৰ পৰস্পৰৰ মাজত যোগাযোগৰ কাৰণে ইংৰাজীৰ ঠাইত ব্যৱহাৰ কৰিব পৰা এটা উমৈহতীয়া সংযোগী ভাষাৰ প্ৰয়োজন।

স্বাধীনতাৰ পূৰ্বে মহাত্মা গান্ধীৰ নিৰ্দেশত ভাৰতীয় জাতীয় কংগ্ৰেছে হিন্দুস্থানীক ৰাষ্ট্ৰীয় ভাষা হিচাপে স্বীকাৰ কৰি লৈছিল, ইয়াৰ দেখা দেখি অৰ্থ আছিল যে স্বাধীন ভাৰতত ইয়েই কেন্দ্ৰীয় চৰকাৰৰ ভাষা হ'ব। কিন্তু সংবিধান ৰচনাৰ সময় আহিল পৰিবেশৰ পৰিবৰ্তন ঘটিল। এক তীব্ৰ আৰু দীঘলীয়া বিতৰ্কৰ শেষত এটা মাত্ৰ প্ৰান্তিক ভোটৰ সংখ্যাগৰিষ্ঠতাত দেৱনাগৰী লিপিৰে হিন্দীক ৰাষ্ট্ৰৰ চৰকাৰী ভাষা কৰাৰ সিদ্ধান্ত লোৱা হ'ল। প্ৰতিখন ৰাজ্যকে যি কোনো ভাষা বা ভাষাসমূহক নিজৰ চৰকাৰী কাম কাজৰ কাৰণে গ্ৰহণ কৰিবলৈ ক্ষমতা দিয়া হ'ল।

হিন্দীক চৰকাৰী ভাষা কৰাৰ বিৰুদ্ধে আপত্তিসমূহ তিনিটা যুক্তিৰ ভিত্তিত আগবঢ়োৱা হৈছে (ক) হিন্দুস্থানী সমৰ্থকসকলৰমতে সংস্কৃতধৰ্মী, সাহিত্যধৰ্মী, হিন্দী ভাষা আনকি হিন্দী ভাষী অঞ্চলৰ পুহিত ভাষাৰপৰাও বহুত দূৰত আৰু যিসকলে এটা ভাষা বুজে তেওঁলোকৰ সংখ্যাও তুলনামূলকভাৱে কম, (খ) যিসকলে হিন্দী নকয় বিশেষকৈ যিসকলে দক্ষিণ ভাৰতীয় ভাষা কয় তেওঁলোকে প্ৰতিবাদ কৰে যে হিন্দীয়ে যদি চৰকাৰী ভাষা হিচাপে সোনকালে ইংৰাজীৰ ঠাই লয়, তেনেহ'লে কেন্দ্ৰীয় আৰু সৰ্বভাৰতীয় সেৱাসমূহৰ বাবে তেওঁলোকে হিন্দী ভাষীসকলৰ লগত প্ৰতিযোগিতা কৰিবলৈ সমৰ্থ নহ'ব, (গ) পাশ্চাত্য শিক্ষাৰে শিক্ষিতসকলে সাধাৰণতে যুক্তি দিয়ে যে বহুবছৰলৈকে হিন্দী বা আন কোনো আঞ্চলিক ভাষাই চৰকাৰী কাম-কাজৰ বাহন হিচাপে কাম চলাবলৈ, বিশেষতঃ আইন আৰু মানবীয় বিধি বিষয়ক উচ্চতৰ প্ৰত্যয়সমূহ সঠিকভাৱে প্ৰকাশ কৰিবলৈ সক্ষম নহ'ব।

এই আপত্তিসমূহলৈ লক্ষ্য কৰি সৰ্বৰ্ধানত উপযুক্ত ৰক্ষাকবচ দিয়া হ'ল। যিমান ব্যাপকভাৱে সম্ভৱ সিমানকৈ হিন্দীক বোধগম্য কৰি তুলিবৰ বাবে পৰিষ্কাৰ নিৰ্দেশ দিয়া হ'ল যে হিন্দুস্থানী আৰু আন আন ভাৰতীয় ভাষাৰপৰা সহজ আৰু সহজবোধ্য শব্দ, ঠাঁচ আৰু ভংগি লাগতি ল'ব পৰাকৈ হিন্দীৰ বিকাশ ঘটোৱা উচিত। ইংৰাজীৰপৰা হিন্দীলৈ আগতীয়া পৰিবৰ্তনৰ বিপদ দূৰ কৰিবৰ বাবে এই ব্যৱস্থা কৰা হ'ল যে ইংৰাজী ৰাষ্ট্ৰৰ চৰকাৰী ভাষা হিচাপে 1965 চনলৈকে থাকিব আৰু প্ৰয়োজন হ'লে সেই তাৰিখৰ পিছতো ইয়াৰ ব্যৱহাৰ অব্যাহত থাকিব। আইনৰ ভাষা অৰ্থাৎ চুপ্ৰিমকৰ্ট, হাইকৰ্ট আৰু লোকসভাৰ বিধেয়ক আৰু বিধিৰ ভাষাৰ সম্পৰ্কত এই সিদ্ধান্ত লোৱা হ'ল যে লোক সভাৰ আইনদ্বাৰা পৰিবৰ্তন নকৰালৈকে ইংৰাজী ভাষাই অনিৰ্দিষ্ট কাললৈ চলিব।

অতিৰিক্ত সতৰ্কতা হিচাপে সংবিধানত এই মৰ্মে ব্যৱস্থা কৰা হ'ল যে নতুন ভাষানীতি কাৰ্য্যক্ষেত্ৰত প্ৰয়োগ কৰাৰ পূৰ্বে পাঁচবছৰৰ অন্তৰে অন্ত'ৰ দুটা ৰাষ্ট্ৰপতি-নিযুক্ত আয়োগ গঠন কৰা হ'ব, এই আয়োগসমূহে ভাষানীতিৰ বিভিন্ন দিশ সম্পৰ্কে জনমত আহ্বান কৰিব, তাক পৰীক্ষা কৰিব আৰু তাৰ পিছত কোনো গোষ্ঠীৰে বিধিসম্মত স্বাৰ্থহানি নকৰাকৈ বা দেশৰ বৃহত্তৰ স্বাৰ্থৰ ক্ষতি নকৰাকৈ এই নীতি কেনেকৈ প্ৰয়োগ কৰিব পাৰি সেই বিষয়ে ৰাষ্ট্ৰপতিক পৰামৰ্শ দিব। প্ৰথম আয়োগটো 1954 চনত নিযুক্ত কৰা হয় আৰু ই 1956 চনত ইয়াৰ প্ৰতিবেদন দাখিল কৰে। এই আয়োগে সাধাৰণভাৱে ৰাষ্ট্ৰ আৰু ৰাজ্যসমূহৰ চৰকাৰী ভাষা সম্পৰ্কে সংবিধানত থকা ব্যৱস্থা সমৰ্থন কৰে আৰু সিবোৰৰ প্ৰয়োগ সম্পৰ্কে দৰকাৰী পৰামৰ্শ আগবঢ়ায়।

এই সকলো ভাষিক সমস্যাৰ দ্ৰুত আৰু সহজ সমাধান হ'ব নোৱাৰা টান। তথাপি যোৱা দুই দশকত বিশেষতঃ ভাষা আয়োগৰ প্ৰতিবেদন প্ৰকাশ হোৱাৰ পিছত দুই-এখন ৰাজ্যৰ বাহিৰে দেশত অধিক পৰিষ্কাৰ আৰু গঠনমূলক চিন্তা দেখা গৈছে। ভাষিক মতান্ধতা কমি আহিছে আৰু জনসাধাৰণে তেওঁলোকৰ ভাষাৰ সমস্যা আপোচ আৰু বুজাপৰাৰ মাজেৰে সমাধান কৰিবলৈ ইচ্ছুক দেখা গৈছে। যদি ভাষা আয়োগৰ পৰামৰ্শসমূহ অনুসাৰে সংবিধান স্বীকৃত সকলো প্ৰধান ভাৰতীয় ভাষাক নিজৰ নিজৰ অঞ্চলত বিকাশ লাভ কৰিবলৈ দিয়া হয়, ইংৰাজীক আন্তৰ্জাতিক, সাংস্কৃতিক আৰু বৈজ্ঞানিক ভাষা হিচাপে এক গুৰুত্বপূৰ্ণ স্থান দিয়া হয় আৰু হিন্দীৰ এটা পৰিমাৰ্জিত ৰূপ উকৈহতীয়া সংযোগী ভাষা হিচাপে গ্ৰহণ কৰা হয়, তেন্তে এক নতুন জাতীয় সংস্কৃতি গঢ়ি তোলাৰ কাম সহজ হৈ পৰিব। যদি নতুন সংযোগী ভাষাটোৱে কথিত হিন্দুস্থানীৰ লগত যিমানদূৰ সম্ভৱ ঘনিষ্ঠ সম্পৰ্ক ৰাখে, তেন্তে তাৰ সংযোগ শক্তিৰ সহায়ত অৱশিষ্ট সাধাৰণ হিন্দুস্থানী সংস্কৃতি আৰু বিভিন্ন আঞ্চলিক ভাষাবপৰা অহা প্ৰচুৰ সম্ভাৰৰ শ্ৰেষ্ঠ উপাদানক লৈ আমি এক নতুন জাতীয় সংস্কৃতি গঢ়ি তুলিবলৈ সক্ষম হ'ব।

# নতুন সাংস্কৃতিক সংশ্লেষণৰ সমস্যা

আঞ্চলিক বা গোষ্ঠী সংস্কৃতিৰ সংশ্লেষণত এক উমৈহতীয়া জাতীয় সংস্কৃতি গঠন ভাৰতৰ বুৰঞ্জীত তিনিবাৰ সম্পন্ন হৈছিল। প্ৰথমবাৰ আৰ্য্য আৰু দ্ৰাবিড় সংস্কৃতিৰ সংশ্লেষণত, তাৰ পিছত হিন্দু আৰু বৌদ্ধ সংস্কৃতিৰ আৰু শেষত হিন্দু আৰু মুছলমান সংস্কৃতিৰ সংশ্লেষণত। আজি আমি একে সমস্যাৰ সন্মুখীন হৈছো। কিন্তু এইবোৰ সমস্যা অধিক জটিল আৰু ইয়াৰ কেইবাটাও নতুন দিশ আছে।

এটা যুক্তিসন্মত সমাধান ভাবি উলিওৱাৰ আগতে যি মানসিকতাই বৈদিক বা পৌৰাণিক যুগত প্ৰচলিত সাংস্কৃতিক জীৱন পুনৰুদ্ধাৰ কৰাৰ চেষ্টা কৰিবলৈ উৎসাহ দিয়ে তাক আমি দূৰ কৰিব লাগিব। কাৰণ এনে পুনৰুত্থানৰ প্ৰচেষ্টাই বাহিৰৰপৰা অহা সকলো উপাদানকে বিশেষকৈ মুছলমান সংস্কৃতিৰ উপাদানসমূহক বাদ দিব খুজিব, অথচ এই উপাদানবোৰ ভাৰতৰ বৌদ্ধিক, নান্দনিক আৰু সামাজিক জীৱনৰ মাজত এনে ধৰণে লীন গৈছে যেন সেইবোৰ ভাৰতীয় সংস্কৃতিৰ শিৰাৰ মাজেদি প্ৰবাহিত জীৱনদায়ী ৰক্তৰ মাজত সোমাই গৈছে। এই উপাদানবোৰক পৃথক কৰি ৰক্তক্ষৰণ ব্যৱস্থাৰ যোগেদি শিৰাবোৰক বাহিৰ কৰি দিয়াৰ প্ৰচেষ্টা কেতিয়াও সফল নহ'ব। ই কেৱল আমাৰ সংস্কৃতিক দুৰ্বল কৰি তুলিব আৰু ইয়াক ক্ষয়ংকৰী ৰক্তাল্পতাত ভোগাব।

এনে ক্ষেত্ৰত আমি উপলব্ধি কৰিবলগীয়া প্ৰথম কথাটো হ'ল যে বৰ্তমানৰ উমৈহতীয়া সংস্কৃতিৰ প্ৰাধান্য লাভ কৰা বৈশিষ্ট্যবোৰ হ'ল উত্তৰ ভাৰতীয় সংস্কৃতি। সেই কাৰণেই দক্ষিণত ইয়াৰ প্ৰভাৱ একেবাৰেই সীমিত। প্ৰকৃত অৰ্থত জাতীয় সংস্কৃতি হ'বলৈ হ'লে ই বিভিন্ন আঞ্চলিক সংস্কৃতিৰ, বিশেষকৈ দক্ষিণ ভাৰতীয় সংস্কৃতিৰ শ্ৰেষ্ঠ উপাদানসমূহ সামৰি ল'ব লাগিব। ইয়াৰ বাবে প্ৰয়োজন সৰ্বাধিক সাংস্কৃতিক যোগাযোগ। এই দিশত কেবাটাও গুৰুত্বপূৰ্ণ ব্যৱস্থা ইতিমধ্যেই লোৱা হৈছে। কেন্দ্ৰীয় শিক্ষামন্ত্ৰী দপ্তৰে পঞ্চাছৰ দশকৰ শেষৰফালে এটা যুৱ-মহোৎসৱৰ আৰম্ভ কৰিছিল আৰু এইটো প্ৰতি বছৰে শীতৰ আৰম্ভণিতে পতা হয়। এই মহোৎসৱতে দেশৰ সকলো অংশৰ

বিশ্ববিদ্যালয়ৰপৰা অহা যুৱক-যুৱতীসকলে কেইদিনমান একে লগে থাকি পৰস্পৰক নিজৰ অঞ্চলৰ সংগীত, নৃত্য, নাটক, চিত্ৰশিল্প আৰু স্থাপত্য আদি কৰি সাংস্কৃতিক জীৱনৰ একোটা ধাৰণা দিবলৈ সক্ষম হয়। ইয়াৰো আগতে তিনিখন একাডেমী প্ৰতিষ্ঠা কৰা হৈছিল—এখন প্ৰতিনিধিমূলক কলাৰ বিকাশৰ কাৰণে, আন এখন সংগীত, নৃত্য আৰু নাটকৰ কাৰণে আৰু তৃতীয়খন সাহিত্যৰ কাৰণে। কিন্তু এই একাডেমী কেইখনত ফেল' আৰু সদস্যসকল বছৰৰ মাত্ৰ কেইটামান দিনতহে একে লগ হয়, গতিকে ইহঁতৰ যোগেদি বিভিন্ন সংস্কৃতিৰ আন্তঃক্ৰিয়াৰ মাজেৰে জাতীয় সংস্কৃতিৰ স্থায়ী সংমিশ্ৰণ প্ৰস্তুত কৰিবলৈ। প্ৰতিনিধিমূলক গোষ্ঠী-সংস্কৃতিৰ মাজত যি নিৰন্তৰ আৰু স্থায়ী যোগাযোগ প্ৰয়োজন তাক পোৱা নাযায়। ইহঁতে যদি গুৰু আৰু কোমল যুগৰ সাংস্কৃতিক পৰীক্ষাগাৰ হিচাপে সেৱা আগবঢ়াব লাগে, তেন্তে এইবোৰক এনে কিছুমান বিদ্যায়তনলৈ ৰূপান্তৰিত কৰিব লাগে য'ত স্থায়ীভাৱে বাস কৰা যথেষ্ট পৰিমাণে পেঞ্চন লাভ কৰা ফেল'সকলে আৰ্থিক দুশ্চিন্তাৰপৰা মুক্ত হৈ ভাৰতবৰ্ষ নামৰ এই বিশাল ভূ-খণ্ডৰ বিভিন্ন জাতিক সজীৱ কৰি তোলা সেই গভীৰ আত্মিক ঐক্য প্ৰতিফলিত হোৱা কলা আৰু সাহিত্যৰ উমৈহতীয়া জাতীয় পেটাৰ্ণ উদ্ভৱ কৰাত সৰ্বান্তঃকৰণে আত্মনিয়োগ কৰিব পাৰে। যোৱা কেইবছৰ মানৰ ভিতৰত এই দিশত লোৱা এটা আদৰণীয় পদক্ষেপ হ'ল জাতীয় গ্ৰন্থ ন্যাসে বিভিন্ন আঞ্চলিক ভাষাৰ লেখকৰ উপস্থিতিৰে আয়োজন কৰা স্বল্প-কালীন লেখক-শিবিৰ আৰু 'আদান-প্ৰদান' কাৰ্যসূচীৰ অধীনত প্ৰতি ভাষাতে কিছু নিৰ্বাচিত গ্ৰন্থ আনবোৰ ভাষাত প্ৰকাশ কৰাৰ ব্যৱস্থা।

বিভিন্ন ভাষীৰ গোষ্ঠীসমূহক পৃথক কৰি ৰখা বাধাবোৰ ভাঙি তেওঁলোকৰ মাজত সাংস্কৃতিক ঐক্যৰ চেতনা জগাই তুলিবলৈ আন এটা ব্যৱস্থা হৈ বৃহৎ পৰিমাণে শিক্ষকৰ বিনিময়। এটা বিনিময় ব্যৱস্থাৰ অধীনত প্ৰত্যেক ভাষিক অঞ্চলৰে কেইবাটাও ভাৰতীয় ভাষা জনা নিৰ্বাচিত শিক্ষকসকলক সুবিধাজনক চৰ্ত দি পৃথক ভাষিক অঞ্চললৈ কিছু দীৰ্ঘকালীয়া কামৰ বাবে তেওঁলোকৰ সেৱা আগবঢ়াবলৈ প্ৰেৰণা যোগাব লাগে যাতে তেওঁ-লোক আঞ্চলিক সংস্কৃতিৰ চেতনাত আত্মনিবিষ্ট হ'ব পাৰে আৰু সেইবোৰৰ মাজত ভাৰতৰ সাৰ্বজনীন সংস্কৃতিৰ স্থায়ী সুৰবোৰ অনুভৱ কৰিব পাৰে। জাতীয় একাডেমীসমূহৰ ফেল'সকলৰ দৰে এই শিক্ষকসকল এক জাতীয় সংস্কৃতিৰ এটা আৰু বাৰ্তাবাহক হৈ উঠিব।

আমি বিচৰা সাংস্কৃতিক সংশ্লেষণৰ দ্বিতীয় দিশটো হ'ল পূৰ্বতে উল্লিখিত প্ৰসংগৰ

ৰাজনৈতিক আৰু অৰ্থনৈতিক হেঁচাবোৰ আমাৰ ওপৰত জোৰ কৰি জাপি দিয়া পাশ্চাত্যৰ সাংস্কৃতিক প্ৰভাৱসমূহ আমি এতিয়া স্বাধীন ইচ্ছাৰে উপযুক্ত বিচাৰ বিবেচনাৰে গ্ৰহণ কৰিব লাগিব। যেতিয়ালৈকে আমাৰ এই ভাব আছিল যে পাশ্চাত্য সংস্কৃতি বিদেশী শাসকে আমাৰ ওপৰত জাপি দিছিল আৰু ই আমাৰ দাসত্ব আৰু শোষণৰ হাতিয়াৰ, তেতিয়ালৈকে আমি ইয়াক ভাল পাব পৰা নাছিলোঁ আৰু আমাৰ বহুতে ইয়াৰ তীব্ৰ বিৰোধিতা কৰিছিল। কিন্তু স্বাধীনতাৰ পিছত আমি আধুনিক পাশ্চাত্য সভ্যতা সম্পৰ্কে এক নিৰপেক্ষ তন্ময় দৃষ্টিভংগি ল'ব লাগিব আৰু চাব লাগিব আমাৰ বাবে প্ৰকৃত উপযোগী আৰু মূল্যবান কি বস্তু ই আগবঢ়াব পাৰে।

যোৱা ত্ৰিছ বছৰৰ ভিতৰত ভাৰতত বিকাশৰ ধাৰাটো যদি আমি পুনৰীক্ষণ কৰি চাওঁ আমি দেখা পাম যে আমাৰ দেশৰ পুনৰ্নিৰ্মাণ কৰোঁতে আমি যি তিনিটা মৌলিক লক্ষ্য আমাৰ সন্মুখত ৰাখিছিলে—এখন ধৰ্মনিৰপেক্ষ গণতান্ত্ৰিক ৰাষ্ট্ৰ, সমাজৰ এক সমাজবাদী আৰ্হি, আৰু ঔদ্যোগিক প্ৰগতি—সেই আটাইকেইটা পশ্চিমৰ পৰা অহা ধাৰণাৰ ওপৰত প্ৰতিষ্ঠিত। এইটো সত্য যে এই ধাৰণাসমূহৰ বাস্তৱায়নৰ ক্ষেত্ৰত আমি অন্ধভাৱে পাশ্চাত্যক অনুসৰণ কৰিব নোখোজোঁ, বৰং পাশ্চাত্যৰ ধাৰণাক আমাৰ পৰিবৰ্তনশীল প্ৰয়োজন আৰু পৰিবেশৰ লগত খাপ খুৱাই আমাৰ নিজৰ মতে আগবাঢ়োঁ। তথাপি, ইউৰোপ, আমেৰিকা আৰু সমাজবাদী দেশবোৰৰ সামাজিক আৰু ৰাজনৈতিক অভিজ্ঞতাবোৰ আমি খুব মনোযোগেৰে অধ্যয়ন কৰিব লাগিব আৰু তাৰপৰা বহুত কথা শিকিব লাগিব। এখন আধুনিক ঔদ্যোগিক সমাজ গঢ়ি তুলিবৰ কাৰণে আমাৰ প্ৰয়োজনীয় দ্ৰব্য-সম্ভাৰ আৰু কাৰিকৰী সাহায্যৰ বাবে আমি বিশেষকৈ এই ঔদ্যোগিক-ভাৱে অগ্ৰসৰ দেশবোৰৰ ওপৰতে নিৰ্ভৰ কৰিব লাগিব। গতিকে আমি ক'ব পাৰোঁ সংকীৰ্ণ অৰ্থত আমাৰ আধ্যাত্মিক নৈতিক আৰু সাংস্কৃতিক জীৱনৰ ৰূপ দিওঁতে আমি প্ৰধানতঃ আমাৰ নিজৰ ঐতিহ্যৰ ওপৰত নিৰ্ভৰ কৰোঁ, কিন্তু আমাৰ ৰাজনৈতিক আৰু অৰ্থনৈতিক জীৱনৰ পুনৰ্নিৰ্মাণৰ ক্ষেত্ৰত আমি সহায় আৰু মন্ত্ৰণাৰ কাৰণে বহুত পাশ্চাত্যৰ ওপৰত নিৰ্ভৰ কৰিছোঁ আৰু এনে কৰাটো সম্পূৰ্ণ যুক্তিসংগত।

কিন্তু আমি এইটো নিজৰ ওচৰত পৰিষ্কাৰ কৰি লোৱা উচিত যে আমি যদি আমাৰ ঔদ্যোগিকীকৰণৰ আঁচনিত কৃতকাৰ্য্য হ'ব খোজোঁ, তেনেহ'লে আমি অৱশ্যেই আমাৰ নৈতিক প্ৰমূল্য পৰিমাপন ব্যৱহাৰ কিছুদূৰ পৰিৱৰ্তন ঘটাব লাগিব। অৰ্থনৈতিক প্ৰমূল্যক যুক্ত বিজ্ঞানভিত্তিক বুদ্ধি বিনা কোনো জাতিয়েই ঔদ্যোগিক প্ৰগতিৰ বাবে

প্ৰয়োজনীয় নিৰন্তৰ শ্ৰম আৰু প্ৰচুৰ ত্যাগ স্বীকাৰ কৰিব নোৱাৰে। মানৱ জীৱনৰ প্ৰতি যদি আমাৰ শ্ৰদ্ধা আছে, তেন্তে জীয়াই থাকিবৰ বাবে প্ৰয়োজনীয় বস্তু-সম্পদো আমাৰ শ্ৰদ্ধাৰ যোগ্য। আমাৰ স্বদেশবাসী কোটি কোটি লোকক দাৰিদ্ৰ্যৰ কষ্ট আৰু অপমানৰ পৰা উদ্ধাৰ কৰাটো যদি আমি আমাৰ পবিত্ৰ কৰ্তব্য বুলি ভাবো, তেন্তে এই উদ্দেশ্যে প্ৰয়োজনীয় সম্পদ উৎপাদনকো আমি সমধিক পবিত্ৰ জ্ঞান কৰিব লাগিব। নিজক বিলাস-সামগ্ৰীৰে উপচাই দিয়াটো নিকৃষ্টতম অৰ্থত বিষয়বাদিতা হ'ব পাৰে, কিন্তু নিজৰ স্বদেশবাসীক আৰাম আৰু আত্মসন্মানেৰে জীয়াই থাকিবলৈ সমৰ্থ হোৱাকৈ জীৱন ধাৰণৰ ন্যূনতম প্ৰয়োজনীয়খিনি যোগাবলৈ চেষ্টা কৰাটো বিষয়বাদিতা নহয়, বৰং আধ্যাত্মিকতাৰ উচ্চতম পৰ্য্যায় লাভ কৰাৰ পথ।

ঔদ্যোগিক বিকাশৰ বাবে আন এটা দৰকাৰী কথা হ'ল এয়ে যে আমি অন্ধবিশ্বাস আৰু জীৱন সম্পৰ্কে পশ্চাৎমুখী দৃষ্টিভংগি ত্যাগ কৰিব লাগিব আৰু কেৱল জ্ঞান পিপাসা দূৰ কৰিবলৈকে নহয় এচিয়া আৰু আফ্ৰিকাৰ কোটি কোটি জনগণৰ জীৱনৰ ক্ষুধাৰ কষ্ট লাঘৱ কৰিবলৈকো আধুনিক বিজ্ঞান অধ্যয়ন কৰিব লাগিব।

একেদৰেই এখন ধৰ্মনিৰপেক্ষ গণতান্ত্ৰিক ৰাষ্ট্ৰ আৰু সমাজবাদী সমাজ গঢ়ি তুলিবৰ বাবে আমি পাশ্চাত্যৰ আৰু সমাজবাদী দেশবোৰৰপৰা অনেক ৰাজনৈতিক আৰু অৰ্থনৈতিক অনুষ্ঠান আমদানি কৰি আমাৰ পৰিবেশৰ লগত খাপ খুৱাই ল'লেই কেৱল নহ'ব। তেওঁলোকৰ পৰা ধৰ্মীয় আৰু বৌদ্ধিক সহিষ্ণুতাৰ শিক্ষা ল'ব লাগিব আৰু ব্যক্তি-স্বাতন্ত্ৰ্যৰ লগত সামাজিক ন্যায় মিশ্ৰণ কৰিবলৈ ব্যক্তিগত চেষ্টা চলাই ব্যক্তি-স্বাতন্ত্ৰ্যৰ চেতনাৰ বিকাশ ঘটাব লাগিব। আমাৰ সংবিধান ৰচনা কৰোঁতে কৰাৰ দৰে ইয়াৰ প্ৰয়োগ-কাৰ্য্যতো অন্যান্য দেশৰ জনগণৰ ধ্যান-ধাৰণা আৰু কৰ্ম পদ্ধতি মুক্তভাৱে আহৰণ কৰিবলৈ আমি দ্বিধা বোধ কৰিব নালাগিব। কিন্তু আমাৰ নতুন জাতীয় সংস্কৃতিক এক বহল আৰু শক্তিশালী ভেটিত গঢ়ি তুলিবলৈ হ'লে আমি আন এটা সাংস্কৃতিক সংশ্লেষণ সংঘটিত কৰিব লাগিব—সি হ'ল প্ৰধানতঃ নগৰাঞ্চলত সীমাবদ্ধ উচ্চ আৰু মধ্যশ্ৰেণীৰ সংস্কৃতিক জনগণৰ গ্ৰাম্য সংস্কৃতিৰ লগত সুসমন্বিত কৰা। যদিও এইটো সত্য যে নগৰাঞ্চলত উচ্চ আৰু সমৃদ্ধ এক সংস্কৃতিৰ ৰূপ পোৱা যায়, ইয়াক জীৱন আৰু শক্তিদান কৰা শিপাডাল গাঁৱৰ মাটিতহে গভীৰভাৱে প্ৰোথিত। সেয়ে এক স্বাস্থ্যবান আৰু শক্তিশালী সংস্কৃতিৰ বিকাশৰ বাবে নাগৰিক আৰু গ্ৰাম্য-জীৱনৰ মাজত ঘনিষ্ঠ সম্বন্ধ আৰু পৰস্পৰৰ ওপৰত পৰস্পৰৰ অবিৰত প্ৰভাৱৰ প্ৰয়োজন। ভাৰতবৰ্ষত এই পাৰস্পৰিক আন্তঃক্ৰিয়া আৰু

বেছি প্ৰয়োজন, কিয়নো যোৱা ডেৰশ বছৰত বৃহত্তৰ নগৰসমূহে প্ৰাচ্য আৰু পাশ্চাত্যৰপৰা বিভিন্ন সাংস্কৃতিক উপাদান সঞ্চয় কৰিছে, কিন্তু সেইবোৰৰ গভীৰলৈ সোমাই সিহঁতক এক সুসমন্বিত পূৰ্ণতালৈ ৰূপান্তৰিত কৰিব পৰা গুণটো আয়ত্ত কৰিব পৰা নাই। এই গুণটো দাৰিদ্ৰ্য আৰু অজ্ঞতাৰ চাৰনিৰ তলত গাঁৱৰ সৰল জীৱনৰ মাজত থকা মৌলিক সাংস্কৃতিক প্ৰমূল্যই দিব পাৰে।

আগতে সৰু চহৰবোৰ মহানগৰ আৰু গাঁৱৰ মাজত সাংস্কৃতিক বিনিময়ৰ কেন্দ্ৰ আছিল, কিন্তু এতিয়া অৰ্থনৈতিক পৰিবৰ্তনৰ কাৰণে, বিশেষকৈ জমিদাৰী প্ৰথা খাৰিজ হোৱা কাৰণে, সেই সৰু চহৰবোৰ ক্ষয়প্ৰাপ্ত হৈ গাঁৱলৈ পৰ্য্যবসিত হৈছে আৰু নাগৰিক আৰু গ্ৰাম্য সংস্কৃতিৰ মাজত সংযোগ ক্ষীণ হৈ পৰিছে। এই বিপদক বাধা দিব পাৰে কেৱল এক সুচিন্তিত ঔদ্যোগিক নীতিয়ে—যি নীতিয়ে উদ্যোগসমূহ কেইটামান মহানগৰত কেন্দ্ৰীভূত কৰাৰ পৰিবৰ্তে যিবোৰক গাঁৱৰফালে সিঁচৰিত কৰি গাঁৱবোৰক মধ্যমীয়া আকৃতিৰ ঔদ্যোগিক চহৰ কৰি তোলাত সহায় কৰিব। ইতিমধ্যে লোক-কলা আৰু লোক-সংস্কৃতিক উৎসাহ দিয়া আৰু বিভিন্ন উপায়ে, বিশেষকৈ ৰেডিঅ' আৰু টি ভি-ৰ যোগেদি, ইয়াক নগৰীয়া অঞ্চলত পৰিচিত কৰাৰ যি নীতি চৰকাৰে অনুসৰণ কৰিছে সি যিমানদূৰলৈকে চলে সিমানেই মংগল। কিন্তু ইয়াৰ পৰিপূৰক হিচাপে নগৰৰ কলা আৰু সংস্কৃতিকো গাঁৱলৈ নিয়া প্ৰয়োজন। অৰ্থনৈতিক প্ৰগতি, স্বাস্থ্যবিধি আৰু শিক্ষাৰ প্ৰসাৰৰ লগতে কলা আৰু সংস্কৃতিৰ প্ৰসাৰকো গ্ৰাম্য উন্নয়ন আঁচনিত স্থান দিয়া উচিত। নগৰৰ শিল্পীসকল গাঁৱৰ লোকসকলৰ ওচৰলৈ গৈ সংস্কৃতিৰ কুসুম স্বৰূপ ৰুচিৰ পৰিচ্ছন্নতা আৰু আংগিকৰ সৌকৰ্য্যৰ কথা বুজাব লাগিব আৰু গাঁৱৰপৰা সংস্কৃতিৰ প্ৰকৃত শিপা মানুহৰ মৰম আৰু জীৱনৰ প্ৰতি সৰল বিশ্বাস আহৰণ কৰিব লাগিব।

কিন্তু নগৰ আৰু গাঁৱৰ সাংস্কৃতিক প্ৰমূল্যৰ বা উচ্চ আৰু মধ্যশ্ৰেণী আৰু জনগণৰ সাংস্কৃতিক প্ৰমূল্যৰ এক ব্যাপক জাতীয় সংস্কৃতিলৈ সংশ্লেষণ সম্ভৱ নহ'ব যদিহে আমাৰ মনত প্ৰাধান্য লাভ কৰা কলা আৰু সংস্কৃতিৰ ঠেক আভিজাত্যপূৰ্ণ আৰু ব্যক্তিবাদী ধাৰণাসমূহ আমি দূৰ নকৰোঁ। সামন্ত যুগত গঢ়ি উঠা অভিজাত দৃষ্টিভংগিটো হ'ল যে সংস্কৃতি সমাজৰ এক উচ্চতৰ শ্ৰেণীৰ বিশেষ প্ৰমূল্যৰ প্ৰকাশ। ই তেওঁলোকৰ সৃষ্টি আৰু তেওঁলোকেহে কেৱল ইয়াক উপভোগ কৰিব পাৰে। আনহাতে, সংস্কৃতি মানুহৰ সৃষ্টিশীল অনুভূতিৰ প্ৰস্ফুটন আৰু এই অনুভূতিবোৰ য'ত বাধাহীনভাৱে প্ৰকাশ পাব

পাৰে, তেনে পৰিৱেশতহে সংস্কৃতি বিকশিত হয়—এই তত্ত্বৰ ওপৰত সংস্কৃতিৰ ব্যক্তিবাদী ধাৰণাটো প্ৰতিষ্ঠিত। এই তত্ত্বই ধৰ্মৰ ক্ষেত্ৰত প্ৰথা-বিৰোধিতা, অৰ্থনীতিৰ ক্ষেত্ৰত পুঁজিবাদ আৰু কলাৰ ক্ষেত্ৰত টাইজৰ জন্ম দিছে। এইবোৰ ধাৰণাৰ বিতং আলোচনাৰ ইয়াত প্ৰয়োজন নাই। এইখিনি কোৱাই যথেষ্ট যে যদি আমি এক গণতান্ত্ৰিক সমাজবাদী সমাজত বিশ্বাস কৰোঁ, তেন্তে আমি সম্ভৱতঃ সংস্কৃতিৰ অভিজাত আৰু ব্যক্তিবাদী ধাৰণা গ্ৰহণ কৰিব নোৱাৰোঁ। সংস্কৃতিক কোনো বিশেষ শ্ৰেণীৰ বিশেষ অধিকাৰ বুলি গণ্য কৰাটো গণতন্ত্ৰৰ বিৰোধী আৰু কোনো ব্যক্তিক তেওঁৰ ব্যক্তিগত চিন্তা-ধাৰণা, সমাজৰ বাবে সেইবোৰ যি ক্ষেত্ৰত ক্ষতিকৰ, মুক্তভাৱে প্ৰকাশ কৰিবলৈ দিয়াটো সমাজ-বাদৰ বিৰুদ্ধ। স্বাধীনতা আৰু সমতাৰ প্ৰকৃত ভাৰসাম্যৰ ওপৰত গঠিত এখন সমাজত সংস্কৃতি ধনী দুখীয়া, উচ্চ-নীচ সকলো মানুহৰ উমৈহতীয়া এক বিশ্বজনীন মানৱীয় মূল্যৰ সুসমন্বিত প্ৰকাশ বুলি পৰিগণিত হোৱা উচিত আৰু ই সকলোৰে চুকি পোৱা হোৱা উচিত। সেইদৰে, ব্যক্তিকো কলা আৰু সংস্কৃতিৰ সৃষ্টিৰ বাবে তেওঁৰ প্ৰতিভাক ব্যৱহাৰ কৰিবলৈ যথেষ্ট পৰিমাণৰ স্বাধীনতা দিয়া উচিত, কিন্তু একে সময়তে সমাজৰ বৃহত্তৰ স্বাৰ্থৰ বাবে ক্ষতিকৰ কোনো সৃষ্টিৰ পৰা তেওঁক নিৰুৎসাহ কৰা উচিত। প্ৰকৃত কলা সৃষ্টিক ই বাধা প্ৰদান নকৰে, বৰং সহায়হে কৰিব।

কিন্তু ইয়াৰ অৰ্থ এইটো নহয় যে কলা আৰু সংস্কৃতিক সমাজৰ অনুগত কৰি ৰাখিবৰ বাবে ৰাষ্ট্ৰই শিল্পীৰ ওপৰত অন্যায় চাপ প্ৰয়োগ কৰা উচিত। কলা-সংস্কৃতিৰ সৃষ্টিয়ে নাগৰিক বা সাধাৰণ আইন ভংগ কৰাৰ পৰা বিৰত থকা ৰাষ্ট্ৰই নিজকে সীমাবদ্ধ কৰি ৰাখিব লাগিব। ইয়াৰ বেছিকৈ গ'লে আৰু ৰাষ্ট্ৰক জনসাধাৰণৰ সাংস্কৃতিক জীৱনত হস্তক্ষেপ কৰাৰ আৰু কলাৰ লক্ষ্য বা গতিপথ নিৰ্ধাৰণ কৰাৰ অধিকাৰ দিলে স্বাধীনতাৰ ভিত্তি চেপি ধৰা হ'ব আৰু স্বাধীনতাৰ অবিহনে কলা আৰু সংস্কৃতিৰ বিকাশ সম্ভৱ নহ'ব। এখন গণতান্ত্ৰিক সমাজত কলা সংস্কৃতিক পৰিচালনা আৰু নিয়ন্ত্ৰণ কৰাৰ দায়িত্ব কেৱল জনমতৰ ওপৰত ন্যস্ত কৰাই শ্ৰেয়। ভাৰতত আমি যি কল্যাণকামী ৰাষ্ট্ৰ গঠনৰ বাবে সচেষ্ট হৈছোঁ সি সাংস্কৃতিক অনুষ্ঠান আৰু শিল্পী ব্যক্তিক আৰ্থিক সহায় দি কলা সংক্ৰান্তক উৎসাহিত কৰাটো তাৰ দায়িত্ব বুলি গণ্য কৰিব লাগিব; কিন্তু এনে সাহায্যক তেওঁলোকৰ চিন্তা বা কামৰ স্বাধীনতা নিয়ন্ত্ৰণ কৰাৰ বা তেওঁলোকক ৰাষ্ট্ৰৰ নিজৰ উদ্দেশ্যত ব্যৱহাৰ কৰাৰ অস্ত্ৰ হিচাপে ব্যৱহাৰ কৰিব নালাগিব। অৱশ্যে, সাংস্কৃতিক জীৱনৰ ওপৰত কিছু পৰিমাণৰ ৰাষ্ট্ৰীয় নিয়ন্ত্ৰণ দৰকাৰী। ক্ষতি বা অসংযতা

দেশৰ সাংস্কৃতিক সম্পদ সংৰক্ষণ কৰিবলৈ আইন তৈয়াৰ কৰাৰ ক্ষমতা ৰাষ্ট্ৰৰ অৱশ্যেই থাকিব লাগিব। উদাহৰণস্বৰূপে, দুৰ্লভ গ্ৰন্থ বা কলাকৃতি দেশৰ বাহিৰলৈ যোৱাত বাধা দিবলৈ ঐতিহাসিক ঘৰ বা স্থাপত্যকলাৰ আন নিদৰ্শন নষ্ট কৰা সকলক শাস্তি দিবলৈ, অশ্লীল, বিভাজনকাৰী, দেশদ্ৰোহকাৰী গ্ৰন্থ, চিত্ৰ বা চলচ্চিত্ৰ আদি নিষেধ কৰিবলৈ আইন থকা উচিত। এনে নিয়ন্ত্ৰণৰ সীমা সম্পৰ্কে পৰিষ্কাৰ ৰেখা টনা টান। কিন্তু বহলভাৱে ক'ব পাৰি যে এই নিয়ন্ত্ৰণসমূহ শাসকীয় দল বা যি কোনো এটা দল, এটা সম্প্ৰদায় বা এটা শ্ৰেণীৰ স্বাৰ্থত প্ৰয়োগ কৰা অনুচিত কেৱল জনগণৰ স্বাৰ্থত বা জনগণৰ ৰাজহুৱা নৈতিকতাৰ সংৰক্ষণৰ কাৰণেহে প্ৰয়োগ কৰা উচিত।

ইমানখিনি কোৱাৰ সাৰমৰ্ম হ'ল ইতিহাসৰ চক্ৰই আমাক আজি আকৌ সেই বিন্দুত উপস্থিত কৰাইছেহি, য'ত কেন্দ্ৰ অপসাৰী শক্তিসমূহ পুনৰায় সক্ৰিয় হৈছে আৰু এনে বিপদে দেখা দিছে যে দেশ পুনৰ সাংস্কৃতিক বিভাজনৰ সন্মুখীন হ'ব পাৰে যাৰ ফলত প্ৰথমে ৰাজনৈতিক নৈৰাজ্যবাদ আৰু তাৰ পিছত বিদেশী প্ৰভুত্ব পুনৰ আহি পৰিব পাৰে। আমি এই সমস্যাৰ সমাধান আগতে কৰাৰ দৰেই অৰ্থাৎ আঞ্চলিক আৰু গোষ্ঠীগত সংস্কৃতি ৰক্ষা কৰাৰ লগে লগে দেশৰ স্বাধীনতা আৰু একতা ৰক্ষা কৰিব পৰাকৈ আমাৰ আবেগ আৰু আকাংক্ষা সামৰি লোৱা এক জাতীয় সংস্কৃতি গঢ়ি তুলিব লাগিব। ইয়াকে কৰিবলৈ শ্ৰেষ্ঠ পথ হ'ল আমাৰ পুনৰুত্থানবাদী ধাৰণাসমূহ পৰিত্যাগ কৰি আমাৰ উত্তৰাধিকাৰী হিন্দুস্থানী সংস্কৃতিৰ অৱশিষ্টক জাতীয় সংস্কৃতিৰ মূলভেটি কৰি লোৱা আৰু সেই ভেটিৰ ওপৰত বিভিন্ন অঞ্চলৰ গ্ৰাম্য আৰু নাগৰিক সংস্কৃতি আৰু পশ্চিমীয়া সংস্কৃতিৰপৰা বিভিন্ন উপাদান গ্ৰহণ কৰি যুক্তভাৱে জাতীয় সংস্কৃতি গঢ়ি তোলা। এই সাংস্কৃতিক সংশ্লেষণ আৰম্ভ হোৱা উচিত একৰাষ্ট্ৰীয় ভাষাৰে কাৰণ ভাষা হ'ল সংস্কৃতিৰ আত্মা।

ভাৰতীয় সংস্কৃতিৰ বৈশিষ্ট্যই হ'ল বৈচিত্ৰ্যৰ মাজত ঐক্য। আমাৰ নতুন জাতীয় সংস্কৃতি নিৰ্মাণৰ চেষ্টাত আমি ইয়াক আমাৰ লক্ষ্য হিচাপে ৰাখিব লাগিব। আমি যদি কৃতকাৰ্য্য হওঁ, আমি কেৱল আমাৰ সমস্যা সমাধান কৰাই নহয়, আমাৰ উদাহৰণৰ যোগেদি আজিৰ পৃথিৱীৰ সন্মুখৰ আটাইতকৈ গুৰুত্বপূৰ্ণ সমস্যাটোৰ সমাধানতো সহায় কৰিব পাৰিম, সি হ'ল জাতি বৈচিত্ৰ্যৰ মাজত মানৱতাৰ ঐক্য সাধনৰ সমস্যা।

সামাজিক জীৱনৰ সকলোতে, স্বাধীনতাই নিঃসন্দেহে আমাৰ কিছুমান জৰুৰী সমস্যা সমাধান কৰিলে। কিন্তু ই কিছুমান নতুন সমস্যাৰো জন্ম দিলে। স্বাধীনতাৰ

আগৰ আৰু পিছৰ সামাজিক পৰিবৰ্তনৰ ধাৰাৰ পাৰ্থক্য হ'ল ' পূৰ্ব সমাজ সংস্কাৰৰ প্ৰৱক্তাসকলে, তেওঁলোকৰ উদাৰ নৈতিক দৃষ্টিভংগিৰ লগত সামঞ্জস্য ৰাখি সমাজৰ সাধাৰণ গাঁথনিৰ কোনো পৰিবৰ্তন নকৰাকৈ ব্যক্তিৰ সংস্কাৰৰ যোগেদিয়েই সামাজিক কু প্ৰথা দূৰ কৰিবলৈ চেষ্টা কৰিছিল। কিন্তু স্বাধীনতাৰ পূৰ্বৰ আনকি উদাৰ গণতন্ত্ৰৰ অভ্যাসকণেও পৰম্পৰাগত সামাজিক প্ৰণাত কিছু পৰিবৰ্তনৰ প্ৰয়োজন অৱশ্যম্ভাৱী কৰি তুলিছিল। এতিয়া যিহেতু স্বাধীন ভাৰতে ইয়াৰ ঔদ্যোগিক সমাজৰ বাবে এক সমাজবাদী আৰ্হি তৈয়াৰ কৰাৰ সিদ্ধান্ত কৰিছে, এক মৌলিক পৰিবৰ্তন সেয়ে অপৰিহাৰ্য্য হৈ পৰিছে। নিসন্দেহে ই বহু অসুবিধাৰ সৃষ্টি কৰিব, কিন্তু পৰিবৰ্তনক বাধা দিয়াৰ বাবে চেষ্টা কৰাৰ পৰিবৰ্তে আমি পোনে পোনে কঠিন সমস্যাবোৰৰ মুখামুখি হৈ সিবোৰৰ সমাধান বিচৰা উচিত।

নাৰীমুক্তি, অস্পৃশ্যতা দূৰীকৰণ, বিবাহ আৰু উত্তৰাধিকাৰৰ আইনবোৰৰ সহজীকৰণ আদি সমাজ সংস্কাৰৰ জৰুৰী প্ৰয়োজন বোৰ শতাব্দীৰ আৰম্ভণিতেই কিছু সু সংস্কৃত ভাৰতীয় নেতাই অনুভৱ কৰিছিল। ব্ৰাহ্মসমাজ, প্ৰাৰ্থনা সমাজ, ৰামকৃষ্ণ মিশ্যন সাৰ্বজনিক সভা আৰু চাৰ্ভেণ্টচ অৱ্ ইণ্ডিয়া ছ'চাইটি আদিৰ নেতৃত্বত পৰিচালিত প্ৰগতিশীল ধৰ্মীয় আৰু সামাজিক আন্দোলন এইবোৰ সংস্কাৰৰ বাবে চলোৱা হৈছিল। প্ৰথম বিশ্বযুদ্ধৰ পিছত মহাত্মা গান্ধীয়ে এক গঠনমূলক কৰ্মসূচী হাতত লয়, যাৰ মূল নীতি আছিল সামাজিক সংস্কাৰ, বিশেষত অস্পৃশ্যতা দূৰীকৰণ। অস্পৃশ্যসকলক তেওঁ সম্ভ্ৰমপূৰ্ণ 'হৰিজন' নাম দিছিল আৰু তেওঁলোকৰ বাবে বিশেষ অৰ্থনৈতিক আৰু ৰাজনৈতিক ৰক্ষাকৱচৰ উপৰিও বৰ্ণহিন্দুসকলৰ সমপৰ্য্যায়ৰ ধৰ্মীয় আৰু সামাজিক অধিকাৰ দিবৰ চেষ্টা কৰিছিল। এই আন্দোলনসমূহৰ ফলস্বৰূপে সমাজ সংস্কাৰৰ ধাৰণাবোৰ সমাজৰ এক বৃহৎ অংশৰ মাজলৈ বিয়পি গৈছিল আৰু মানুহৰ জীৱনত এক ধৰণৰ প্ৰভাৱ বিস্তাৰ কৰিছিল। যি ব্ৰিটিছ চৰকাৰে ৰাজনৈতিক সুবিধাৰ কাৰণে সমাজৰ গোড়া অংশৰ সহযোগী হৈছিল, সেই ব্ৰিটিছ চৰকাৰকো জনমতক হৈচাই বিধি বদ্ধ ব্যৱস্থাৰদ্বাৰা শিশু-বিবাহ নিষেধ, হৰিজনৰ বাবে মন্দিৰ প্ৰৱেশৰ অধিকাৰ আদি কিছুমান সমাজ সংস্কাৰ প্ৰয়োগ কৰিবলৈ বাধ্য কৰিছিল।

আমি আগতে কোৱা অনুসাৰে, স্বাধীনতাৰ আগৰ সমাজ সংস্কাৰৰ আন্দোলন-সমূহ সঞ্জীৱিত কৰি তোলাৰ মূল প্ৰেৰণা আছিল মানৱীয় স্বাধীনতা আৰু সন্মানৰ চেতনা। সংস্কাৰৰ প্ৰৱক্তাসকলে শ্ৰেণী, বৰ্ণ, লিংগ নিৰ্বিশেষে প্ৰতিজন ব্যক্তিকেই

আত্ম প্ৰকাশ আৰু আত্ম-বিকাশৰ পূৰ্ণ সুযোগ দিয়াটো বিচাৰিছিল। তেওঁলোকে সাধাৰণভাৱে বিশ্বাস কৰিছিল যে সামাজিক গাঁথনিৰ কোনো মৌলিক পৰিবৰ্তন নঘটাকৈয়ে এনে কৰিব পৰা যায়। উদাহৰণস্বৰূপে, তেওঁলোকে ভাবিছিল যে হিন্দু সমাজৰ সামাজিক গাঁথনিৰ ভেটি বৰ্ণ প্ৰথা বা যৌথ পৰিয়াল প্ৰথাৰ বিলোপ সাধনৰ প্ৰয়োজন নাই। এই প্ৰথাসমূহে আৰোপ কৰা কিছুমান বাধা নিষেধ শিথিল মাত্ৰ কৰিলেই তেওঁলোকৰ উদ্দেশ্য সফল কৰা যাব পাৰে। কিন্তু প্ৰকৃত সত্য হ'ল এয়ে যে এফালে বৰ্ণভেদ আৰু আনফালে যৌথ পৰিবাৰ প্ৰথাৰদ্বাৰা পৰিবৃত হৈ থাকিয়ে আত্ম প্ৰকাশ আৰু আত্ম বিকাশৰ বাবে কোনো সুবিধা বা স্বাধীনতাই পোৱা নাছিল, সেয়ে কিছুসংখ্যক দুঃসাহসী সংস্কাৰকে বৰ্ণভেদ প্ৰথাৰ প্ৰতি প্ৰত্যাহ্বান জনাই ইয়াক নিৰ্মূল কৰিবলৈ অভিযান চলাইছিল। যৌথ পৰিয়াল ব্যৱস্থাৰ বিৰুদ্ধে অৱশ্যে কোনো সংগঠিত আন্দোলন গঢ়ি উঠা নাছিল, কিন্তু অসন্তুষ্টিৰ লক্ষণ এই ক্ষেত্ৰতো দেখা দিছিল আৰু প্ৰকাশ্য বিদ্ৰোহো দুৰ্লভ নাছিল।

স্বাধীনতা অহাৰ লগে লগে সমাজ সংস্কাৰৰ প্ৰচেষ্টালৈ এক প্ৰেৰণা আহিল আৰু চৰকাৰ আৰু বেচৰকাৰী সংস্থাসমূহৰ যুটীয়া প্ৰচেষ্টাই ইয়াৰ গতি খৰাই তুলিলে। আইনৰ ক্ষেত্ৰত আমাৰ সংবিধানে পুৰুষ আৰু মহিলাৰ, বৰ্ণহিন্দু আৰু হৰিজনৰ সমান অধিকাৰ সাব্যস্ত কৰিলে আৰু আমাৰ লোকসভাই বিবাহ আৰু উত্তৰাধিকাৰৰ সম্পৰ্কত বহুতো উদাৰ আৰু প্ৰগতিশীল আইন ৰচনা কৰিছে। কিন্তু এতিয়ালৈকে বাস্তৱ ব্যৱস্থা আইনতকৈ বহু পিছ পৰি ৰৈছে। সন্দেহ নাই, চৰকাৰে এই আইনবোৰ প্ৰয়োগ কৰিবৰ বাবে সাধ্যমতে চেষ্টা কৰিছে। শিক্ষা আৰু চাকৰিৰ ক্ষেত্ৰত হৰিজনসকলক বিশেষ সুবিধা দিয়া হৈছে। মহিলাসকলক তেওঁলোকৰ প্ৰতিভা অনুসৰি চাকৰি আৰু সন্মান দিয়া হৈছে। বিবাহ আৰু উত্তৰাধিকাৰ সম্পৰ্কীয় মকৰ্দমাত কোৰ্টে তেওঁলোকৰ প্ৰতি পূৰ্ণ সুবিচাৰ আগবঢ়াইছে। কিন্তু সমাজত পুৰণি কুসংস্কাৰ ৰৈ যায় আৰু আগৰদৰেই অন্যায় আৰু অসাম্য বিবাহ কৰে। এইবোৰক নিৰ্মূল কৰাৰ ক্ষমতা চৰকাৰ বা কোৰ্টৰ নাই, তাৰ বাবে প্ৰয়োজন ব্যক্তি বা বেচৰকাৰী অনুষ্ঠানৰ সংস্কাৰৰ প্ৰেৰণা আৰু মিছনাৰী সদৃশ প্ৰচেষ্টা। সাংস্কৃতিক জীৱনৰ দৰেই সামাজিক জীৱনতো সংস্কাৰ আৰু প্ৰগতি ৰাষ্ট্ৰ আৰু জনসাধাৰণৰ স্বেচ্ছামূলক সহযোগতহে কেৱল সম্ভৱ হ'ব পাৰে আৰু তেওঁলোকৰ কৰ্ম-সীমা পৰিষ্কাৰ আৰু নিৰ্দিষ্ট কৰি দিয়াৰ আৱশ্যকতা হ'ব লাগে।

সাধাৰণ নীতি হিচাপে আমি ক'ব পাৰোঁ যে সামাজিক সংস্কাৰ তিনিটা পৰ্য্যায়ত কৰা উচিত

(ক) প্ৰথমে সমাজ সংস্কাৰৰ ব্যক্তিগত প্ৰবক্তা আৰু অনুষ্ঠানসমূহে অভিপ্ৰেত পৰিবৰ্তনৰ বাবে জনমত প্ৰস্তুত কৰা উচিত।

(খ) যেতিয়া সমগ্ৰ জাতিয়েই পৰিবৰ্তনৰ বাবে সম্মত হয় আৰু গোড়া মতাৱলম্বী সকল বা স্বাৰ্থ ইচে বিৰোধিতা কৰে, তেতিয়া চৰকাৰে পৰিবৰ্তন-সাধনৰ বাবে বিধিগত ব্যৱস্থা গ্ৰহণ কৰিব লাগে।

(গ) ইয়াৰ পিছত যিবোৰ অনুষ্ঠান বা ব্যক্তিয়ে সংস্কাৰৰ বাবে প্ৰাৰম্ভিক কাম কৰিছিল তেওঁলোকেই নতুন আইনৰ ব্যৱস্থা প্ৰচাৰ আৰু প্ৰয়োগ কৰাত চৰকাৰক সহায় কৰিব লাগে।

সমাজ সংস্কাৰৰ কামত বাহুবলৈও ব্যক্তি আৰু বেচৰকাৰী অনুষ্ঠানসমূহে সেয়ে অধিকতৰ দায়িত্ব বহন কৰিবলগীয়া হয়। যি কঠিন সময়ৰ মাজেদি দেশ আগবাঢ়িছে তাত তেওঁলোকৰ কৰ্তব্য গুৰুত্বপূৰ্ণ। জনমতৰ সমৰ্থন অৰ্জন কৰা আৰু আইনৰ স্বীকৃতি লাভ কৰা সমাজ-সংস্কাৰ ব্যৱস্থাসমূহ সিমান সোনকালে সম্ভৱ প্ৰয়োগ কৰাত তেওঁলোকে চকু দিব লাগে আৰু তদুপৰি সমাজৰ মৌলিক গাঁথনিৰ পৰিবৰ্তনৰ বাবেও জনসাধাৰণক প্ৰস্তুত কৰিব লাগে।

আমি আৰম্ভণিতে কোৱা দৰেই এই পৰিবৰ্তনৰকালে যি পৰিবেশ আমাক লৈ গৈছে সি হ'ল আমাৰ ৰাজনৈতিক স্বাধীনতাৰ প্ৰত্যক্ষ ফল। ইয়াত আমি তাৰে দুটা উল্লেখ কৰিব প্ৰথমে, আমাৰ সংবিধানে অনুমোদন কৰা মৌলিক মানৱীয় অধিকাৰ সমূহে অন্ততঃ শিক্ষিতসকলৰ মাজত ব্যক্তি স্বাধীনতা আৰু দায়িত্বৰ এক সচেতনতা সৃষ্টি কৰিছে। দ্বিতীয়তে ঔদ্যোগিক প্ৰগতিৰ প্ৰথম অৱস্থাত সদায় যিটো হয় জনসাধাৰণৰ বেছিভাগৰে সাধাৰণভাৱে আৰু নগৰতকৈ জীৱন যাপনৰ ব্যয় বাঢ়ি গৈছে। এই দুটা কথাই একেলগে প্ৰতি সবাকী বয়ঃপ্ৰাপ্ত পুৰুষ, মহিলা আৰু কিছুমান ক্ষেত্ৰত আনকি ল'ৰা ছোৱালীকো পৰিয়ালৰ নিৰাপদ জীৱন এৰি জীৱিকাৰ কাৰণে কাৰখানা, দোকান বা অফিচত চাকৰি কৰিবলৈ বাধ্য কৰিছে। ফলস্বৰূপে, ডাঙৰ যৌথ পৰিয়ালবোৰ ভাগি গৈ স্বামী-স্ত্ৰী আৰু সন্তানৰ একোটাইত সৰু পৰিয়াল সৃষ্টি হৈছে। তদুপৰি দেৰীকৈ বিয়া কৰোৱা বা একেবাৰে বিয়া নকৰোৱা পুৰুষ আৰু মহিলাৰ সংখ্যা বাঢ়িব ধৰিছে। একে সময়তে গাঁৱৰপৰা চহৰলৈ জনসাধাৰণৰ প্ৰব্ৰজন চলিব ধৰিছে। এই পৰিবৰ্তন

সৃষ্টি নতুনতৰ সমস্যাৰ জন্ম দিছে। উদাহৰণস্বৰূপে, চহৰৰ অকলশৰীয়া নিৰাপত্তাহীন দৰমহাজীৱী ছোৱালীৰ সামাজিক আৰু নৈতিক সমস্যা, চাকৰিজীৱী মাক বাপেকৰ ল'ৰা ছোৱালী ডাঙৰ কৰাৰ সমস্যা চাবলৈ কোনো কিছু নোহোৱা বৃদ্ধ আৰু বৃদ্ধাৰ সমস্যা, ঘৰৰ নাইনি চহৰৰ অস্বাস্থ্যকৰ বস্তি অঞ্চলৰ সংখ্যা বৃদ্ধি আৰু মানুহৰ স্বাস্থ্য আৰু নৈতিকতাৰ ওপৰত ইয়াৰ কুফল। এই পৰিবৰ্তনসমূহৰ প্ৰতি সমাজ সংস্কাৰকসকলৰ প্ৰতিক্ৰিয়া তিনি ধৰণৰ হ'ব পাৰে। ঔদ্যোগিক প্ৰগতিৰ তেওঁলোকে সম্পূৰ্ণভাৱে বিৰোধিতা কৰিব পাৰে বা এই ধৰণৰ প্ৰগতি সত্ত্বেও পুৰণি সমাজ-গাঁথনি সংৰক্ষণ কৰিবলৈ সংগ্ৰাম চলাব পাৰে আৰু পৰিবৰ্তনসমূহে এই সমস্যাবোৰ সৃষ্টি কৰাত বাধা দিব পাৰে অথবা ঔদ্যোগিকৰণ আৰু তদজনিত সামাজিক পৰিবৰ্তন গ্ৰহণ কৰি লৈও তাৰপৰা সৃষ্টি হোৱা সমস্যাবোৰ সমাধান কৰিবলৈ চেষ্টা কৰিব পাৰে।

আমাৰ দেশত ঔদ্যোগিক প্ৰগতিৰ কঠোৰ বিৰোধী লোক আছে। এইসকল লোকেই আধ্যাত্মিক মুক্তিৰ পথত পাৰ্থিৱ আৰামক হেঙাৰ স্বৰূপ বুলি গণ্য কৰে আৰু সন্ন্যাস বা অন্ততঃ এটা কৃচ্ছ্ৰতাপূৰ্ণ জীৱন সমৰ্থন কৰে। যিহেতু ঔদ্যোগিক প্ৰগতিৰ সম্পূৰ্ণ উদ্দেশ্যই হৈছে বস্তুগত কল্যাণৰ কাৰণে সৰ্বাধিক সাধন উৎপাদন কৰা, গতিকে ঔদ্যোগিকৰণৰ প্ৰতি তেওঁলোকৰ বিৰোধিতাৰ কাৰণ সহজবোধ্য। কিন্তু আচৰিত কথা, আমাৰ বেছিৰ ভাগ সংস্কাৰকেই ঔদ্যোগিক প্ৰগতিয়েই দাৰিদ্ৰ্য আৰু বেমাৰ দূৰীকৰণৰ একমাত্ৰ পথ আৰু সমাজৰ নৈতিক আৰু আধ্যাত্মিক স্তৰ উন্নত কৰাৰ এক প্ৰয়োজনীয় পদক্ষেপ বুলি গণ্য কৰে। তথাপি তেওঁলোকে সমাজ ব্যৱস্থাৰ কোনো মৌলিক পৰিবৰ্তন প্ৰতিহত কৰিবলৈ আৰু আমি উল্লেখ কৰা বিপদবোৰৰ পৰা আঁতৰি ৰ'বলৈ আশা কৰে। সকলো ঔদ্যোগিক দেশৰ বুৰঞ্জীয়ে দেখুৱায় যে ঔদ্যোগিকৰণে সমাজ-গাঁথনিৰ পৰিবৰ্তন অপৰিহাৰ্য কৰি তুলিছিল আৰু তাক পৰিহাৰ কৰাৰ সকলো চেষ্টা ব্যৰ্থ হৈছিল। গতিকে একমাত্ৰ যুক্তিযুক্ত আৰু গঠনমূলক আচৰণ বোধহয় এইটোৱেই হ'ব যে আমি যদি ঔদ্যোগিক দিশত উন্নত সমাজ এখন গঢ়িবলৈ আশা কৰোঁ, তেন্তে আমি প্ৰচণ্ড পৰিবৰ্তন আৰু সেই পৰিবৰ্তনৰ পৰা হ'ব পৰা সমস্যাসমূহৰ বাবে প্ৰস্তুত হ'ব লাগিব। আন আন দেশে এইবোৰ সমস্যাৰ সন্মুখীন হৈছে আৰু সুচিন্তিত পৰিকল্পনা, সামাজিক আইন আৰু সামাজিক কল্যাণ আৰু সংস্কাৰ আন্দোলনদ্বাৰা সিবোৰ সমাধান কৰাত কৃতকাৰ্য হৈছে। তেওঁলোকৰ উদাহৰণেৰে লাভৱান হ'ব নোৱাৰাৰ আৰু আমাৰ পৰিবেশৰ লগত খাপ খোৱা ব্যৱস্থা গ্ৰহণ কৰি ঔদ্যোগিক প্ৰগতিৰ অনাকাংক্ষিত

হয়'বাৰ প্ৰস্তুত কৰিব নোৱাৰাৰ কোনো কাৰণ নাই।

কিন্তু উচ্চমহত্তীয়া আদৰ্শৰ এক উচ্চমহত্তীয়া সংস্কৃতি সম্বলিত এখন গণতান্ত্ৰিক সমাজ লাভ কৰিবলৈ হ'লে আমি আমাৰ শিক্ষাত গণতন্ত্ৰৰ এক চেতনা সুমুৱাই দিব লাগিব আৰু তাক এক সুসংহত পূৰ্ণতাৰ ৰূপত গঠন কৰিব লাগিব। গণতান্ত্ৰিক সমাজৰ লক্ষ্য পূৰণৰ বাবে শ্ৰেণী আৰু বৰ্ণ নিৰ্বিশেষে সকলো ল'ৰা ছোৱালীৰ কাৰণে এক বিনামূলীয়া আৰু বাধ্যতামূলক শিক্ষাৰ ব্যৱস্থা কৰিব লাগিব। উচ্চমহত্তীয়া আদৰ্শ আৰু সংস্কৃতিৰ লক্ষ্যই সূচায় যে সাধাৰণ আৰু বৃত্তিমূলক শিক্ষা আৰু ধৰ্মনিৰপেক্ষ আৰু ধৰ্মীয় শিক্ষাৰ, অন্ততঃ প্ৰাথমিক স্তৰত পাৰ্থক্য নোহোৱা কৰিব লাগিব আৰু সকলো ল'ৰা ছোৱালীৰ বাবে এক সুসংহত মৌলিক শিক্ষাৰ উচ্চমহত্তীয়া আঁচনি আগবঢ়াব লাগিব।

প্ৰথম লক্ষ্যটি সম্পৰ্কে আমাৰ সংবিধানত লিপিবদ্ধ কৰা হৈছে যে সংবিধানখন কাৰ্যকৰী হোৱাৰ দহবছৰৰ, অৰ্থাৎ 1960 চনৰ ভিতৰত চয়বছৰৰপৰা চৈধ্যবছৰৰ ভিতৰৰ সকলো ল'ৰা ছোৱালীকে বিনামূলীয়া আৰু বাধ্যতামূলক প্ৰাথমিক শিক্ষা প্ৰদান কৰিব লাগিব। কিন্তু যদিও কেন্দ্ৰীয় আৰু কিছুমান ৰাজ্য চৰকাৰে সকলো স্তৰতে শিক্ষাৰ প্ৰসাৰৰ যথেষ্ট কাম কৰিছে আমি এতিয়াও সকলোৰে বাবে আঠবছৰৰ বাধ্যতামূলক শিক্ষা প্ৰবৰ্তন কৰাৰ লক্ষ্য সাধনৰপৰা বহু দূৰত আছো। উচ্চশিক্ষাৰ বাবে সমান সুবিধা আগবঢ়োৱাৰ ক্ষেত্ৰত অৱস্থা ততোধিক অসন্তোষজনক। স্পষ্টতঃ দুখীয়া পৰিয়ালৰ ল'ৰা ছোৱালীয়ে প্ৰাথমিক পৰ্যায়ৰ ওপৰলৈ কেৱল চৰকাৰৰ বৃত্তিৰ সহায়তহে পঢ়িব পাৰে। কিন্তু হৰিজন আৰু অন্যান্য পিছ পৰা শ্ৰেণীৰ ল'ৰা ছোৱালী আৰু বিশেষকৈ সমাজৰ দুৰ্বল শ্ৰেণীৰ চোকা ল'ৰা-ছোৱালীৰ বাবে কিছুমান বৃত্তি দিয়াৰ বাহিৰে চৰকাৰে বিশেষ একো কৰিব পৰা নাই। সন্দেহ নাই যে চয়বছৰৰপৰা চৈধ্যবছৰৰ সকলো ল'ৰা ছোৱালীক বিনামূলীয়া শিক্ষা প্ৰদান কৰাৰ আৰু একে সময়তে সকলো উপযুক্ত আৰু মেধাসম্পন্ন ল'ৰা-ছোৱালীক উচ্চ মাধ্যমিক বিদ্যালয় আৰু বিশ্ববিদ্যালয়ত অধ্যয়নৰ বাবে বৃত্তি দিয়াৰ বাবে প্ৰচুৰ পৰিমাণৰ অৰ্থসম্পদৰ প্ৰয়োজন হ'ব। স্থানীয় সংগঠন আৰু সাধাৰণ ৰাইজে সহায় নকৰিলে কোনো চৰকাৰে এনে বৃহৎ অংকৰ অৰ্থ সংগ্ৰহ কৰিবলৈ আশা কৰিব নোৱাৰে। কিন্তু আমি মনত ৰাখিব লাগিব যে প্ৰতিটো শিশুকে প্ৰচলিত শ্ৰেষ্ঠ শিক্ষা প্ৰদান কৰিব নোৱাৰিলে গণতান্ত্ৰিক সমাজবাদী সমাজৰ বিষয়ে আমাৰ বক্তৃতাৰ কোনো অৰ্থ নাথাকিব। তথাপি এতিয়াতকৈ যে ভৱিষ্যৎ উন্নয়ন আঁচনিসমূহত শিক্ষাৰ প্ৰতি অধিক মনোযোগিতা দিয়া হ'ব সেইটো আশা কৰা বাহুল্য মাথোন।

সুসংহত শিক্ষা ব্যৱস্থাৰ সমস্যা সম্পৰ্কত স্বাধীনতাৰ অব্যৱহিত পিছত এই বিষয়ত অতি কম চিন্তা কৰা হ'ল। মহাত্মা গান্ধীয়ে অকলে কেৱল ধৰিব পাৰিছিল যে অতি প্ৰাথমিক স্তৰতে বৌদ্ধিক, আধ্যাত্মিক আৰু বৃত্তিগত ভাগত শিক্ষাক ভাগ কৰা আৰু এই তিনিবিধৰ শিক্ষাৰ বাবে পৃথক শিক্ষানুষ্ঠানৰ ব্যৱস্থা কৰাৰ ফলত আমাৰ ল'ৰা-ছোৱালীবোৰৰ ত্ৰুটিপূৰ্ণ আৰু একপক্ষীয় বিকাশ ঘটিছে। সুসংহত মানুহ হিচাপে বিকশিত হ'বলৈ বা মানসিক শক্তিৰ পূৰ্ণতম স্তৰলৈ উত্তীৰ্ণ হ'বলৈ ই তেওঁলোকক সহায় কৰা নাই। সেয়ে তেওঁ শিক্ষাৰ প্ৰাথমিক স্তৰত 'হাত, মগজ আৰু হৃদয়'ৰ সুসমন্বিত বিকাশত সৰ্বাধিক গুৰুত্ব আৰোপ কৰিছিল। শিক্ষা বুলিলে তেওঁ কি বুজাইছিল তলৰ কথাখিনিৰ পৰা তাৰ কিছু ধাৰণা পোৱা যাব:

মই বিশ্বাস কৰোঁ যে মেধাৰ প্ৰকৃত শিক্ষা হাত, ভৰি, কাণ, নাক আদি শাৰীৰিক অংগৰ উপযুক্ত অনুশীলন আৰু প্ৰশিক্ষণৰদ্বাৰাহে হ'ব পাৰে। আন কথাত, এটি শিশুৰ শৰীৰৰ অংগসমূহৰ চতুৰ ব্যৱহাৰেই তাৰ ধী-শক্তিৰ বিকাশৰ শ্ৰেষ্ঠ আৰু দ্ৰুততম উপায়। কিন্তু শৰীৰ আৰু মনৰ বিকাশ যদি সমানে সমানে আগনাবাঢ়ে আৰু লগতে যদি তদনুৰূপভাৱে আত্মাৰ সচেতনতা নাহে। তেন্তে পূৰ্বৰটোৰ অৰ্থাৎ কেৱল মেধাৰ বিকাশ এক ভাৰসাম্যহীন ঘটনা হৈ পৰিব। আধ্যাত্মিক প্ৰশিক্ষণৰদ্বাৰা মই অন্তৰৰ শিক্ষাক বুজাইছো। গতিকে মনৰ উপযুক্ত আৰু সৰ্বাত্মক বিকাশ তেতিয়াহে হ'ব যেতিয়া ই শিশুৰ আধ্যাত্মিক আৰু শাৰীৰিক গুণসমূহৰ শিক্ষাৰ লগত একেলগে আৰু একে সমানে আগবাঢ়ে। এই আটাইবোৰেই এক অবিভাজ্য সম্পূৰ্ণ গোট। এই তত্ত্বমতে, সেয়ে, এই বিলাকৰ খণ্ড খণ্ড ৰূপত বা স্বতন্ত্ৰভাৱে বিকশিত হ'ব পাৰে বুলি কৰা ধাৰণা ভুল।

গান্ধীজীয়ে তেওঁৰ শিক্ষাৰ ধাৰণাক বাস্তৱ ৰূপ দিবৰ বাবে শিক্ষা বিশেষজ্ঞৰ সহায় বিচাৰিছিল। শিশুৰ শিক্ষাৰ বাবে প্ৰয়োজনীয় বুলি পৰিগণিত সকলো জ্ঞান শৈলী আৰু কাম কাজ কিছুমান উপযোগী বৃত্তি-কেন্দ্ৰিক হোৱা উচিত আৰু এই শিক্ষাৰ গোটেই প্ৰক্ৰিয়াটো সত্য আৰু অহিংসাৰ ওপৰত প্ৰতিষ্ঠিত এক সামাজিক আৰু নৈতিক আদৰ্শৰ প্ৰেৰণাৰে প্ৰয়োগ কৰা উচিত, এই নীতি অনুসাৰে তেওঁ বিশেষজ্ঞসকলক বুনিয়াদী শিক্ষাৰ এখন আঁচনি প্ৰস্তুত কৰিবলৈ দিছিল। ভাৰত চৰকাৰে, কিছু চৰ্চা-সাপেক্ষে, বুনিয়াদী শিক্ষাৰ আঁচনিখন গ্ৰহণ কৰিছিল আৰু সকলো প্ৰাথমিক শিক্ষাকে ক্ৰমে এই আৰ্হিত পুনৰ ৰূপায়ণ কৰিব খুজিছিল। 1956 চনৰ শেষত বুনিয়াদী আৰ্হিৰ

মূলসমূহত 11 নিযুত অ'বা-ছোৱালীয়ে শিক্ষা লাভ কৰি আছিল।

কিন্তু ভাৰত চৰকাৰ আৰু কিছুমান ৰাজ্য চৰকাৰে বুনিয়াদী শিক্ষাৰ আঁচনি দ্বিধাগ্ৰস্ততাৰেহে গ্ৰহণ কৰিছিল আৰু যি আদৰ্শবে ইয়াক প্ৰস্তুত কৰা হৈছিল সেই আদৰ্শত প্ৰয়োগ নকৰিছিল। গতিকে, স্বাভাৱিকতে ইয়াক প্ৰয়োগ যোগ্য যেন পোৱা নগ'ল আৰু পৰিত্যাগ কৰা হ'ল। সম্প্ৰতি শিক্ষাৰ শেহতীয়া প্ৰত্যয়সমূহৰ ভিত্তিত প্ৰস্তুত কৰা শিক্ষা ব্যৱস্থাসমূহৰ লগত আমাৰ শিক্ষা ব্যৱস্থাৰ সামঞ্জস্য আনিবলৈ ভাৰত চৰকাৰৰ শিক্ষা বিশেষজ্ঞসকলে গভীৰভাৱে চিন্তা কৰিছে। সীমিত সম্পদেৰে তেওঁলোকে এই প্ৰচেষ্টাত কিমানদূৰ সফল হয় ধৈৰ্য্য ধৰি চোৱা যাওক।

শেহাস্তত, ভাৰতীয় জাতীয়ত্ব আৰু জাতীয় সংস্কৃতিৰ প্ৰকৃত সমস্যা হ'ল যে ভাৰত একেধাৰে এক প্ৰাচীনতম জাতিৰ আবাস স্থল আৰু 'জাতি' শব্দটোৰ আধুনিক অৰ্থত তৰুণতৰ জাতিসমূহৰ মাজৰ এক জাতি। জাতি হিচাপে ভাৰতীয়সকলৰ কাল-বন্দিত ঐতিহ্যত গভীৰভাৱে প্ৰোথিত জীৱনৰ এক প্ৰতিষ্ঠিত ৰূপ আছে। জাতি হিচাপে তেওঁলোক আধুনিক যুগৰ সঘন পৰিবৰ্তন আৰু উত্তেজনা পূৰ্ণ আৰু সংঘাতৰ লগত পৰিচিত। তেওঁলোকৰ চকুত নিষ্ঠুৰ নিকদেশ, যেনিহে উঠা বৰ্তমানৰ দুৰ্দম জোৱাৰত বন্ধন ছিন্ন কৰি তেওঁলোকে উটি যাব নোপোৱে। কিন্তু তেওঁলোকে অনুভৱ কৰে যে স্বাধীন গণতান্ত্ৰিক ৰাষ্ট্ৰ এখন নিৰ্বাচন কৰি লোৱাৰ পিছত তেওঁলোকে আৰু অতীতৰ প্ৰশান্ত কিন্তু গতিহীন ডোঙা বন্ধা পানীত বদ্ধ হৈ থাকিব নোৱাৰে। সেয়ে তেওঁলোকে স্থিৰতা আৰু গতিশীলতাৰ মাজত, প্ৰাচীন আৰু নবীনৰ মাজত এক ভাৰসাম্য বজাই ৰাখিব লাগিব।

চূড়ান্ত বিশ্লেষণত সন্মুখীন হ'বলগীয়া প্ৰকৃত সমস্যা হ'ল এইটোৱেই। কিন্তু এই সমস্যাটো উপযুক্তভাৱে সমাধান কৰাৰ আগতে উচ্চৈতৰীয় জাতীয় সংস্কৃতিৰ মৌলিক ঐক্যৰ লগত গোষ্ঠী-সংস্কৃতিসমূহৰ বৈচিত্ৰ্যৰ সমন্বয় সাধন কৰাৰ অধিকতৰ জৰুৰী সমস্যাটো সমাধান কৰি ল'ব লাগিব। পূৰ্ববৰ্তী পৃষ্ঠাবোৰত সমস্যাটো যিমানদূৰ পাৰি পৰিষ্কাৰকৈ উত্থাপন কৰি, তাৰ গুৰুত্বত জোৰ দি আৰু কেইটামান প্ৰায়োগিক পৰামৰ্শ আগবঢ়াই এই সমস্যাটোৰ সমাধানৰ দিশত এক বিনীত অৱিহণা আগবঢ়োৱা হৈছে। কিন্তু প্ৰকৃত সমাধানৰ বাবে ভাৰতৰ বুৰঞ্জীৰ এই জটিলতাপূৰ্ণ মুহূৰ্তত ভাৰতবৰ্ষৰ ভাগ্য নিৰ্দেশ কৰা বিসকল বুদ্ধিজীৱী আৰু ৰাজনৈতিক

নেতাৰ কৰ্তব্য আৰু দায়িত্ব তেওঁলোকৰ সংযুক্ত প্ৰচেষ্টাৰ প্ৰয়োজন। আমি যদি তেওঁলোকৰ বিশ্বাস জন্মাবলৈ সক্ষম হওঁ যে ভাৰতৰ সন্মুখত দেখা দিয়া সাংস্কৃতিক সমস্যা ইয়াৰ ৰাজনৈতিক আৰু অৰ্থনৈতিক সমস্যাতকৈ কম গুৰুত্বপূৰ্ণ নহয়, তেনেহ'লে আমাৰ কাম সফল হ'ব।